**KABI ARU KABITA** *a collection of essays on different aspects of Assamese poetry and poets of the romantic age by Nanda Talukdar, published by Shri Makhan Hazarika Banalata, Dibrugrah.*

*Price : Rupees Thirty On*

---

প্ৰকাশক : শ্ৰীমাখন হাজৰিকা

বনলতা। ডিব্ৰুগড়, অসম

প্ৰথম প্ৰকাশ : এপ্ৰিল ১৯৬১

দ্বিতীয় প্ৰকাশ : জানুৱাৰী ১৯৮৮

প্ৰচ্ছদ

দেবেন দেৱান

মূল্য : ৩০.০০ টকা মাত্ৰ

---

ছপা : শ্ৰীলক্ষ্মী প্ৰেছ ৩৬ডি, বেথুন ৰো, কলিকতা-৬

বনফুলের কবি

যতীন্দ্রনাথ দুয়ারীকে

পরম শ্রদ্ধারে—

নন্দ তালুকদার

## দ্বিতীয় সংস্কৰণৰ কথা

'কবি আৰু কবিতা' কিতাপখনৰ প্ৰথম সংস্কৰণটো। কেতিয়াবাই শেষ হৈ গ'ল—। পঢ়ুৱৈ সমাজৰ মাজত কিতাপখনৰ অভাৱ অনুভৱ কৰি আৰু সেই অভাৱ দূৰ কৰাৰ কাৰণে ডিব্ৰুগড়ৰ 'বনলতাৰ' স্বত্বাধিকাৰী শ্ৰীমাখন হাজৰিকা আগবাঢ়ি অহাত দ্বিতীয় সংস্কৰণৰ ভাৰ তেখেতৰ হাতত অৰ্পণ কৰিলো।

আশাকৰোঁ। আগৰ দৰে কিতাপখনে এইবাৰো পঢ়ুৱৈ সমাজৰ মাজত সমাদৰ লাভ কৰিব।

অক্টোবৰ, ১৯৮৭

আমাৰ ঘৰ। গুৱাহাটী

ইন্দিৰা তালুকদাৰ

# সূচীপত্ৰ

## কবি



## কবিতা



## পৰিশিষ্ট

# ১ চন্দ্ৰকুমাৰ আগৰৱালা

সণ্ডালনিকৈ অসমীয়া সাহিত্যত নৱন্যাস আন্দোলনৰ সূচনা কৰা কবি সকলৰ ভিতৰত চন্দ্ৰকুমাৰ আগৰৱালা অন্যতম। আগৰৱালা সম্পাদিত 'জোনাকী' অসমীয়া সাহিত্যত নৱন্যাস আন্দোলনৰ বাৰ্তাবাহী দূত। প্ৰথম বছৰ, প্ৰথম সংখ্যা জোনাকীত প্ৰকাশ পোৱা চন্দ্ৰকুমাৰৰ 'বনকুঁৱৰী'য়ে প্ৰথম অসমীয়া ৰোমাণ্টিক কবিতা। জোনাকীৰ পাততে প্ৰথম অসমীয়া গল্প উপন্যাসৰো জন্ম।

১৮৮৮ খৃঃৰ ২৮ নৱেম্বৰত তেজপুৰ মহকুমাৰ কলংপুৰ মৌজাৰ ব্ৰহ্মজান নৈৰ পাৰত চন্দ্ৰকুমাৰৰ জন্ম। তেওঁৰ পিতৃ হৰিবিলাস আগৰৱালা আৰু মাতৃ মলমা। পূৰ্বপুৰুষ ককাদেউতাক নৱৰঙৰাম ৰাজপুতনাৰ জয়পুৰ ৰাজ্যৰ। জিলিকনিৰ কাৰ আনন্দচন্দ্ৰ আগৰৱালা আৰু ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ, আগৰৱালা পৰিয়ালৰ দুজনা কৃতী সন্তান। পোনতে কলিকতাৰ হেয়াৰ স্কুলত শিক্ষা আৰম্ভ কৰিছিল যদিও তেজপুৰ গৱৰ্ণমেণ্ট হাইস্কুলৰ পৰাই এণ্ট্ৰেঞ্চ পাছ কৰিছিল। চন্দ্ৰকুমাৰৰ কলেজীয়া শিক্ষাৰ সূচনা কলিকতাৰ প্ৰেচিডেঞ্চি কলেজত।

চন্দ্ৰকুমাৰ কলিকতাত পঢ়ি থকা অৱস্থাতে ১৮৮৮ খৃঃৰ ২৫ আগষ্টত ৬৭ নং মিৰ্জাপুৰ ষ্ট্ৰীটৰ 'এটি অসমীয়া ছাত্ৰ'ৰ বহাত অসমীয়া ভাষা উন্নতি সাধিনী সভা ৰ জন্ম ( অঃ ভাঃ উঃ সাঃ সঃ )। আবেলিৰ চাহমেলত গোট খোৱা এমুঠি ছাত্ৰই সংকল্প কৰিলে অসমীয়া ভাষা সাহিত্যৰ উন্নতি কৰাৰ লগতে ৰোমাণ্টিচিজম অৰ্থাৎ নৱন্যাস ভাৱধাৰা সূচনা কৰাৰ কথা। চন্দ্ৰকুমাৰে কথা দিলে তেওঁৰ নিজৰ খৰছত অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ মুখপত্ৰ স্বৰূপে 'জোনাকী' আলোচনীখন সম্পাদনা কৰি উলিয়াব। ১৮১০ শকৰ মাঘ মাহত চন্দ্ৰকুমাৰৰ

সম্পাদনাতেই প্ৰথম বছৰ, প্ৰথম সংখ্যা জোনাকী প্ৰকাশ হ'ল। অভিন্ন হৃদয় লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী আছিল আগৰৱালাৰ সাহিত্যিক সহযোগী। আগৰৱালা ডাঙৰীয়াই কলিকতাৰ প্ৰেচিডেন্সি কলেজত বি, এ, লৈকে পঢ়িলে যদিও পাছ কৰা নহল।

অসমলৈ উভতি আহি নিজৰ ব্যৱসায়ত মন দিয়াৰ উপৰিও গুৱাহাটীত নিউপ্ৰেছ স্থাপন কৰিছিল। ১৯১৮ খৃঃত নিউপ্ৰেছৰ পৰাই 'অসমীয়া'-খন পোনতে সাদিনীয়া পিচত তিনিদিনীয়া ৰূপে প্ৰকাশ হৈছিল। মৃত্যুৰ পিচত 'অসমীয়া'খন দৈনিক ৰূপে প্ৰকাশ হৈছিল। সম্প্ৰতি 'মাহেকীয়া' আলোচনী ৰূপত প্ৰকাশ হৈছে। আগৰৱালাই নিউপ্ৰেছৰ পৰাই বেজবৰুৱাৰ 'বাঁহী'খনো ধাৰাবাহিক ভাবে বহু বছৰ প্ৰকাশ কৰিছিল।

১৯৩৮ খৃঃৰ ২ মাৰ্চত কৰ্মযোগী নীৰৱ সাধক চন্দ্ৰকুমাৰ বৈকুণ্ঠগামী হয়।

চন্দ্ৰকুমাৰৰ 'জোনাকী' আৰু 'বাঁহী'ত প্ৰকাশিত কবিতাবোৰৰে সঙ্কলন প্ৰতিমা (১৯১৩ খৃঃ) আৰু বীণবৰাগী (১৯২৩ খৃঃ)। প্ৰতিমা, বীণবৰাগী আৰু আন কবিতা আৰু গদ্য-ৰচনা চন্দ্ৰামৃত (১৯৬৭ খৃঃ) নামেৰে প্ৰকাশ হৈছে। পুথি কেইখনিত সন্নিবিষ্ট প্ৰায় তিনিকুৰি কবিতাই তেওঁৰ কাব্য প্ৰতিভাৰ পৰিচয়।

আগৰৱালাৰ কবিতাৰাজিত তিনিটা স্পষ্ট ধাৰা চকুত পৰে (১)—নৈসৰ্গিক বা প্ৰকৃতি বিষয়ক, (২) মানব প্ৰেমী বা জীৱন সুলভ, (৩) বিশ্বপ্ৰেমিক বা অতিমানৱ সম্বন্ধীয়। অৱশ্যে আগৰৱালাৰ কবিতা এনে ভাবে নিয়মেৰে শৃঙ্খলিত কৰা সহজ নহয়। তেওঁৰ নৈসৰ্গিক কবিতাত অতি-প্ৰাকৃতিক ভাবৰ সংমিশ্ৰণ ঘটিছে, মানৱ সুলভ কবিতাত কাহিনী গীতৰ প্ৰভাৱ পৰিছে। আগৰৱালাৰ কবিতাৰ ইটো বিভাগৰ লগত সিটো বিভাগৰ কবিতাৰ অঙ্গাঙ্গী সম্বন্ধ।

আগৰৱালা অকল ৰোমাণ্টিক কবিতাৰ পথ প্ৰদৰ্শকেই নহয়, ৰোমাণ্টিক কবিতাৰ প্ৰায় সকলো লক্ষণেই তেওঁৰ কবিতাত প্ৰকাশ পাইছে। সুগভীৰ মানৱ-প্ৰেম চন্দ্ৰকুমাৰৰ কবিতাৰ প্ৰাণকেন্দ্ৰ স্বৰূপ। মানৱ বন্দনা, বীণবৰাগী আনকি কাহিনী গীতটো মানৱ-প্ৰেম পৰিস্ফুট। আনহাতে কবি সৌন্দৰ্য্যৰ

পূজাৰী। 'সুন্দৰৰ আৰাধনা জীৱনৰ খেল' কবিৰ কাব্য-জীৱনৰ মূলমন্ত্ৰ স্বৰূপ। কবিৰ সৌন্দৰ্য্যৰ অধিষ্ঠাত্ৰী গৰাকী দেৱী নে মানৱী থিৰাংকৈ কব নোৱাৰি। ৰবীন্দ্ৰনাথৰ সুৰত কবলৈ হ'লে 'অৰ্দ্ধেক মানৱী অৰ্দ্ধেক কল্পনা'। চন্দ্ৰকুমাৰৰ মতে 'সৌন্দৰ্য্যৰ মাধুৰ্য্য পূৰ্ণ বিকাশত প্ৰকাশ নাপায়, প্ৰকাশ পায় অৰ্দ্ধবিকাশত' ( মাধুৰী )। তেওঁৰ প্ৰকৃতি দৰ্শনত আছে "সৌন্দৰ্য্যানুভূতিৰ পৰ্য্যবেক্ষণ আৰু চিত্ৰমূলক বৰ্ণনা। কবিয়ে প্ৰতিমাত আধিভৌতিক ভাবধাৰা প্ৰতীকৰ সহায়ত প্ৰকাশ কৰিছে।"

জোনাকীত প্ৰকাশিত কবিতাবোৰৰ সংকলন 'প্ৰতিমা'। প্ৰতিমা আনহাতে কবিৰ অকালতে মৃত্যুৰ মুখত পৰা প্ৰথমা কন্যা। আত্ম-পৰিজন, নিজৰ সন্তান হেৰুৱাৰ বিৰহ-বেদনা, প্ৰতিমাৰ 'বিমুখ' 'যুগমীয়া শোক' 'অজেয়' আদিৰ কবিতাৰ বিষয়-বস্তু। 'বিমুখ' আৰু 'যুগমীয়া শোক' প্ৰতিমা নামৰ প্ৰথম সন্তান হেৰুৱা পিতৃৰ এটুপি চকুলো। কবিৰ মাজুপুত্ৰ অৰুণ ডেকা বয়সতে আত্মঘাতী হৈ মৃত্যুৰ মুখত পৰে। কবিৰ 'অজেয়' কবিতাৰ অন্তৰালত পুত্ৰহাৰা পিতৃৰ নিয়তিৰ নিৰ্মমতাৰ বিৰুদ্ধে মানসিক দৃঢ়তা প্ৰকাশ পাইছে।

'বনকুঁৱৰী' কবিৰ প্ৰথম ৰোমাণ্টিক কবিতা। আনহাতে 'বনকুঁৱৰী' প্ৰথম কাহিনী গীত বা মালিতা। বনকুঁৱৰী, জলকুঁৱৰী আৰু তেজীমলা কবিৰ তিনিটা কাহিনী গীত। বনকুঁৱৰী আৰু জলকুঁৱৰীত একোটি কাহিনী আছে যদিও কাহিনীসমূহ আকৰ্ষণীয় নহয়। বনকুঁৱৰীৰ আখ্যান ভাগত আধি-দৈৱিক জগৎখনৰ সন্ধান পোৱা যায়। জলকুঁৱৰীৰ কাহিনী বনকুঁৱৰীৰ সমধৰ্মী। তেজীমলা মানুহৰ মুখে মুখে চলি অহা সাধু এটিৰ সাৰ্থক চিত্ৰ ৰূপ। কথাবস্তুৰ ফালৰপৰা তেজীমলা বেচি আকৰ্ষণীয় আৰু সাৰ্থক কাহিনী গীত। কবিৰ 'আশীৰ্বাদ' আৰু 'বিমুখ' কবিতাতো একোটি কৰুণ কাহিনী আছে।

বনকুঁৱৰী কবিতাত কোনো সুসংগঠিত কাহিনী নাই। কবিতাটোৰ আকৰ্ষণীয় দিশ হ'ল সংবেদনশীল মানৱীয় আবেদন। কথাবস্তুতকৈ নৈসৰ্গিক বৰ্ণনাই বহুল ঠাই অধিকাৰ কৰিছে। সেই দৃষ্টিকোণৰপৰা সাৰ্থক কাহিনী গীত বা মালিতা আখ্যা নিদি কৃত্ৰিম মালিতা আখ্যা অধিক বজিতা খাব।

নিজম দুপৰীয়া আপোন মনে বনৰ মাজত সুহুৰি মাৰি ভেও দি নাচি নাচি বনকুঁৱৰীয়ে ইটিয়ে সিটিক মৰম যাচিছে। প্ৰকৃতি জীয়াৰী বনকুঁৱৰী

যেন সংসাৰৰ মায়ামোহ বিষয়-বাসনাবপৰা বহু আঁতৰত। উজ্জল ভাব বৰণীয়া মুখখনি, শিৰত মৰকত মণি, বিবিধ বনলতিকাৰ ভূষণ, খোপাত ফুলৰ মালা, অপূৰ্ব বেশ-ভূষাৰে সজ্জিত প্ৰকৃতিৰ আজলী বনকুঁৱৰী দেৱী নে অইন কিবা কবিয়ে ঠাৱৰ কৰিব পৰা নাই। এনেতৰহৰ অনুসন্ধিৎসু ভাবৰ সৃষ্টি কৰিবলৈকে কবিয়ে অতি প্ৰাকৃত পৰিবেশ ৰচনা কৰিছে।

বনকুঁৱৰী কবিতাৰ লগত জলকুঁৱৰী কবিতাৰ ভাসেমান সাদৃশ্য আছে। কবিতা দুটিৰ অন্তৰালত দেখা যায় ৰূপহী গাভৰু ছোৱালীৰ মুকলিমূৰীয়া জীৱনৰ প্ৰতি কবিৰ স্পৃহা।

'তেজীমলা' কবিৰ সাৰ্থক মালিতা। মানুহৰ মুখে মুখে চলি অহা সাধুটিক কবিয়ে যথাযথ ৰূপ দিয়া নাই। কবিতাটো আৰম্ভ কৰিছে প্ৰকৃতিৰ মধুৰ পৰিবেশৰ মাজত। মানুহৰ নিষ্ঠুৰতাৰ বাবে মানৱ সমাজৰপৰা আঁতৰি অহা মৰমী আজলী কুঁৱৰী তেজীমলাই নিজকে বিলাই দিলে প্ৰকৃতিৰ মাজত। নিষ্ঠুৰ মানুহৰ সজৰপৰা আঁতৰি আছিল যদিও তেজীমলা অকলশৰীয়া নহ'ল। মানুহৰপৰা আঁতৰি প্ৰকৃতিৰ মাজত নিবিড়ভাৱে নিজকে বিলাই দিলে। কবিতাটোৰ শেষত মানুহৰ হৃদয়হীনতা, নিষ্ঠুৰতা আৰু প্ৰতাৰণাৰ বিৰুদ্ধে অনিন্দসুন্দৰী স্বভাব-চপলা-বালা কুমাৰী তেজীমলাক এক বিদ্ৰোহিণী ৰূপ দিলে।

'হাতো নেমেলিবি ফুলো নিছিঙিবি
কৰে নাৰৰীয়া ভই,
মানুহে ফুলৰ কি জানে আদৰ
তেজীমলাহে মই।'

কবিয়ে যেনে ভাবেই উপস্থাপন নকৰক কবিতাটোৰ কেন্দ্ৰস্থ ভাব মানৱ-প্ৰেম।

'মানুহৰ চোতালত মাধুৰী ফুটিলে
মানুহে নিচিনে হায়
সাৰি তুলি ছিঙি মোহাৰি পেলালে
মানুহৰ মৰমো নাই।'

অকল তেজীমলাৰেই নহয়, চন্দ্ৰকুমাৰৰ আন কবিতাবো কেন্দ্ৰস্থ ভাব

মানৱ-প্ৰেম। মানৱ আত্মা ঈশ্বৰৰ স্বৰূপ। কবিৰ মানৱ বন্দনা কবিতাত সেই সুৰৰ স্পন্দন অনুৰণিত হৈছে।

'মানুহেই দেৱ মানুহেই দেৱ
মানুহ বিনে নাই কেউ,
কৰা কৰা পূজা পাত্ৰ অৰ্ঘ লই
জয় জয় মানৱ দেৱ।'

মানৱ যে সকলো বস্তুৰ মূল সম্পদ—মানৱ বন্দনাত এইষাৰ কথা প্ৰকাশ পাইছে। চন্দ্ৰকুমাৰৰ প্ৰতিহত অনুভূতিয়ে মানৱপ্ৰেমত সান্ত্বনা বিচাৰে। মানুহ বিশ্বসৃষ্টিৰ পৰিপ্ৰেক্ষিতত ঈশ্বৰৰ প্ৰতীক। মানৱ বন্দনাত এনে এটা মহত্ব আৰু সুৰ স্পন্দনে আত্মাৰ গভীৰ তন্ত্ৰী কঁপাই তোলে। মানৱ সমাজৰ সুখ দুখ সৰলতা কুটিলতা মৰম ঘৃণা আদিৰ অংকনত কবি বেছ কৃতকাৰ্য্য হৈছে। জীৱন বা মানৱ সম্বন্ধীয় কবিতাবোৰ ভাৰতীয় আধ্যাত্মিকতাৰ পৰিচায়ক।

চন্দ্ৰকুমাৰৰ প্ৰকৃতি দৰ্শনত আছে সৌন্দৰ্য্যানুভূতি, পৰ্য্যবেক্ষণ শক্তি আৰু চিত্ৰমূলক বৰ্ণনা শক্তি। কবিৰ মতে প্ৰকৃতি সুন্দৰ আৰু সুন্দৰৰ আৰাধনাই জীৱনৰ খেল। সৌন্দৰ্য্য সাধনা, জীৱন দৰ্শন আৰু বাস্তৱ অভিজ্ঞতা সমূহে তেওঁক সমাজৰ চলিত দুৰ্নীতি দুৰাচাৰৰ বিৰুদ্ধে বিপ্লৱী কৰি তুলিছে। কবিৰ বিপ্লৱী মনে আন হাতে বিধিৰ বিধান নমনা নহয়।

চন্দ্ৰকুমাৰৰ বীণবৰাগী এহাতে মানুহৰ সৈতে মানুহৰ আনহাতে মানুহৰ সৈতে স্ৰষ্টাৰ সম্বন্ধ প্ৰকাশক ৰহস্যবাদী কবিতা। যি সকলে সংসাৰৰ প্ৰতি বৈৰাগ্য অৱলম্বন কৰি ভগৱৎ সুখৰ সন্ধানত ঘূৰি ফুৰে, তেওঁলোকেই বীণবৰাগী। কবিয়েও বীণবৰাগীৰ দৰে সুখৰ সন্ধানত ব্যাকুল। কবিৰ অন্তৰৰ যি সুৰ সিয়েই বীণ। অন্তৰৰ ভাৱ কল্পনা ৰাশি ৰূপ দিবলৈ যি অব্যক্ত প্ৰেৰণা তাতেই কবিৰ সুখ আৰু সেইকথা প্ৰকাশ কৰে প্ৰাণৰ বীণৰ মাধ্যমেৰে। ব্যক্তি-বেদনা যেতিয়া হাজাৰ হিয়ালৈ বাগৰি যায় তেতিয়া সান্ত্বনা পোৱা যায়। কবিয়ে সুখ প্ৰকাশ কৰিবলৈ যাওঁতে উপলব্ধি কৰিছে যে জগতত সুখ আৰু দুখৰ কোনো স্পষ্ট চিন নাই। এজনৰ সুখ আন এজনৰ বাবে দুখো হব পাৰে। "Our sweetest songs are those that tales of saddest thought". সমস্ত জগতৰ বেদনা কবিৰ সুৰৰ মাজেৰে প্ৰকাশ হয়। কবিৰ কাব্যৰ স্পৰ্শত

জগতৰ দুখ ৰাশিও সুখৰ কাৰণ হৈ পৰে। কবিৰ আকাঙ্ক্ষা ব্যক্তিগত জীৱনৰ ক্ষুদ্ৰ আকাঙ্ক্ষা নহয়। 'বীণবৰাগী' কবিৰ উদ্দেশ্য নিষ্কলঙ্ক মানৱীমূৰ্তিৰ বিকাশৰ মাজেৰে শান্তি আৰু প্ৰেমৰ ৰাজ্য প্ৰতিষ্ঠা কৰা।

দুখ-দৈন্য স্বাৰ্থপৰতাৰে ভৰা বৈষম্যপূৰ্ণ জগতখন কদ্ৰৰূপে ধ্বংস কৰি কবিয়ে চিন্তা কৰিছে নতুন জগৎ এখন কল্পনা কৰাৰ কথা। বৈষম্যপূৰ্ণ জগতখনৰ ওৰ পেলাবলৈ প্ৰলয়ক আহ্বান কৰিছে।

'আঙুলি বুলাব জনা হলে আজি
পেলালেঁ।হেঁতেন টানি,
হিমালয় চূড়া বুৰালেঁ।হেঁতেন
উছালি কলীয়া পানী।" (বীণবৰাগী)

দুখৰ পৃথিৱীৰ অন্তৰ কবিয়ে বিচাৰিছে এখন সুখৰ পৃথিৱীৰ কথা। যিখন নতুন জগতত দুখ ভয় নাথাকিব, সেইখন জগতত আকৌ আনন্দৰ সুৰ বাজি উঠিব। কবিৰ দৃষ্টি লাহে লাহে আশাপূৰ্ণ হোৱা দেখা গৈছে। জগতৰ মানুহৰ জাগতিক উপাদান সমূহৰ মাজত অলপ ভালৰ বীজ লুকাই আছে, নিৰাশা আৰু হতাশাৰ আঁৰে আঁৰে অকণি আশাৰ ৰেঙণি দেখিছে। এই বীজৰপৰাই সৃষ্টি হ'ব নতুন জগৎ। বীণবৰাগীৰ কবিয়ে নতুন জগতৰ ছবি আঁকিব পাৰিছে বলিষ্ঠ আশাবাদেৰে। আগৰৱালা ডাঙৰীয়াৰ বীণবৰাগীক মানৱ সমাজৰ দাৰুণ দুখ কষ্ট আৰু বিপুল বৈষম্য দৃষ্টিত ওপজা এটি সহানুভূতি পূৰ্ণ কৰুণ বিননি বুলিব পাৰি। তেওঁৰ মতে মানৱ-সেৱা জীৱনৰ শ্ৰেষ্ঠ পূজা। নৰনাৰায়ণৰ পূজাৰ দ্বাৰা মানুহে পৃথিৱী স্বৰ্গতকৈও ওপৰলৈ তুলিব পাৰে।

'দেখিছোঁ পৃথিৱী স্বৰ্গতো অধিক
মানুহৰ নিজাপি ঘৰ,
মানুহেই দেৱ এই জগতৰ
মানুহেই পৰাৎপৰ।' (মানৱ বন্দনা)

নৱ পৰিণীতা অৰ্দ্ধাঙ্গিনীৰ উদ্দেশ্যে ৰচনা কৰা কবিতা 'জীৱন সংগীয়া'। উষাৰ দৰে প্ৰকাশি, সন্ধিয়াৰ দৰে দুখ ভাগৰ হৰি, সপোনৰ ৰহস্য নায়িকা ৰূপে পাবলৈ কবিয়ে কামনা কৰিছে—

'সুন্দৰৰ আৰাধনা তোমাতে অপিম
প্ৰাণৰ আকাঙ্ক্ষা মোৰ হ'ব একে সুখী।'

চন্দ্রকুমাৰ আগৰৱালাই তেওঁৰ কবিতাত প্রকৃতিক মুখ্য স্থান দিয়া নাই যদিও তেওঁৰ কবিতাত প্রকৃতিৰ বর্ণনা সজীৱ আৰু আকর্ষণীয়। প্রকৃতিৰ বুকুত ফুলি থকা ফুলা সৰিয়হ ডৰাৰ চিত্রই কবিৰ লিখনিত এক জীৱন্ত ৰূপ পাইছে আৰু কবিয়ে সংসাৰ-চক্রৰ ঘাত-প্রতিঘাতৰ মাজতো সুঁৱৰি চাইছে প্রকৃতিৰ সেই মনোমোহা ৰূপ। মুকলি মনেৰে সেই সৌন্দর্য্য উপভোগ কৰিব বিচাৰিছে—

'দিয়া মোক এৰি, চাওঁগৈ ঘূৰি
ফুলা সৰিয়হ ডৰা,
সেয়ে আজিলৈকে থৈছে মোক মুহি
পখিলা পাখিৰে ভৰা।'

বন-লতিকাই গছক আঁকোৱালি ধৰা আৰু পাতৰ আঁতৰ থাকি কপৌটিয়ে জুমাজুমি কৈ চোৱা চিত্রই (বনকুঁৱৰী) কবিৰ প্রকৃতি প্রীতিৰ চিত্র দাঙি ধৰিছে। বনকুঁৱৰী, জলকুঁৱৰী আৰু তেজীমলা একোটি মালিতা যদিও কবিতা কেইটিত বর্ণিত প্রকৃতিৰ দৃশ্য সজীৱ আৰু প্রাণস্পর্শী। মুকলি চুলিৰে বিশ্ব আবৰি ধৰা সন্ধিয়াৰ চিত্রও কবিৰ (সন্ধিয়া) লেখনিত বাদ পৰা নাই। আনহাতে ফুলৰ পাহিত জিলমিলকৈ ওলমি থকা নিয়ৰ এটোপাল লৈয়ে কবি কল্পনাৰ সাগৰত উটি ভাহি ফুৰিছে। কবিতাটিৰ শেষত বতাহৰ কোবত নিয়ৰ টোপাল সৰি পৰিলত কবিয়ে উপলব্ধি কৰিব পাৰিছে নিয়ৰ টোপালৰ দৰে মানৱ জীৱনৰ ক্ষণস্থায়িত্বৰ কথা। কবি এনেভাৱে সৌন্দর্য্যৰ সন্ধানত ব্যাকুল—

'ফুৰিছোঁ যাত্রীৰ বেশে স্বদেশে বিদেশ
সৌন্দর্য্য আভাস যাতে পাওঁ একণিকা,
সুন্দৰৰ আৰাধনা জীৱনৰ খেল
অভিনয় অন্তে ঘোৰ কাল যৱনিকা।'

কবিয়ে অকল যে সৌন্দর্য্যৰ ঢৌত উটি ভাহি ফুৰিয়ে ক্ষান্ত থাকিব পাৰিছে এনে নহয়। কবিয়ে প্রকৃত সুখ, জগতৰ চৰম আনন্দৰ বাতৰিও দিব পাৰিছে। বিশ্ব-ব্রহ্মাণ্ডত নিজৰ মাজেৰেই আনক চাব লাগিব (বিশ্বভাৱৰীয়া)। অন্তৰৰ কামনা-বাসনা পৰিহাৰ কৰি দিয়া ধর্মকে জীৱন সঙ্গীৰূপে ললে এই পৃথিৱী আমাৰ বাবে 'আনন্দ তীর্থ' স্বৰূপ। 'বীণবৰাগী', 'আনন্দ তীর্থ' কবিতাত আনহাতে আধ্যাত্মিক জগতৰ আনন্দৰ সন্ধান নিহিত হৈ আছে।

আগৰৱালাৰ 'অকলশৰীয়া', 'চিৰলগৰীয়া'. 'সন্ধিয়া', 'নঙঠা ফকিৰ' আদি কবিতা চনেট গঢ়ৰ। কবিতাবাজি আকৃতিত চনেট যদিও, সাধাৰণ পয়াৰ ছন্দৰ কবিতা। শেষৰ যুগ্মকৰ ভাব তীব্ৰতাৰ বাহিৰে চনেটৰ আন লক্ষণ দেখা নাযায়।

কবি কোনো ৰাজনৈতিক আন্দোলন নাইবা ভাৰতীয় জাতীয় কংগ্ৰেছত সক্ৰিয়ভাৱে অংশ লোৱা নাছিল যদিও মহামানৱ মহাত্মা গান্ধীৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল। মহাত্মা গান্ধী অসমলৈ আহোঁতে ডিব্ৰুগড়ত তেওঁৰ ঘৰতে আলহী আছিল। 'মহাত্মা' আৰু 'নঙঠা ফকিৰ' কবিতা গান্ধীৰ প্ৰতি অচলা ভক্তিৰ নিৰ্জন সাক্ষৰ—

'নিঃকিন সেৱক মই নত কৰোঁ শিৰ,
পুণ্যাত্মা মহাত্মা গান্ধী ভক্ত কৰ্মবীৰ।'

এইজনা স্বাধীনচিতীয়া কবিৰ অন্তৰত পৰাধীন জীৱনৰ প্ৰতি থকা ঘৃণাৰ ভাব প্ৰকাশ পাইছে 'চাকৰি স্তোত্ৰ' কবিতাত। কবিয়ে চাকৰি জীৱনৰ প্ৰতি ব্যঙ্গ ভাব প্ৰকাশ কৰিছে।

সৌন্দৰ্য্য-প্ৰীতি, সৌন্দৰ্য্য আৰাধনা চন্দ্ৰকুমাৰৰ কবিতাৰ বিশেষত্ব। 'নিয়ৰ' 'মাধুৰী' সৌন্দৰ্য্য আৰাধনাৰে প্ৰতীক স্বৰূপ। তেওঁৰ কবিতাৰ ছন্দ বৈশিষ্ট্যৰ লগতে গভীৰ দাৰ্শনিক ভাব মন কৰিবলগীয়া। তেওঁৰ বহুতো কবিতাৰ আবেগময়ী ভাব অস্পষ্ট। সেইকথা কবিয়ে নিজেই স্বীকাৰ কৰিছে 'আধাফুটা আবেগৰ ইমান জুমুৰি, মেলি দিলোঁ হৃদয় দুৱাৰ।'

চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতা সংখ্যাসাপেক্ষ নহয়। মুষ্টিমেয় কবিতা কেইটিৰ মাজেৰে ৰোমাণ্টিক ভাব আদৰ্শ আগত ৰাখি কবিয়ে অপৰূপ দৃশ্যাৱলীৰ চিত্ৰপট অঙ্কন কৰিছে। বেজবৰুৱাই চন্দ্ৰকুমাৰৰ প্ৰতিমা পুথিৰ বিষয়ে মন্তব্য কৰিছে—'প্ৰতিমাখনি যদিও সৰু কিন্তু নিভাজ সোণৰ।' প্ৰথম ৰোমাণ্টিক কবিজনাৰপৰা ইয়াতকৈ আৰু বেছি আশা কৰিব নোৱাৰি। প্ৰথম ৰোমাণ্টিক কবি হ'লেও চন্দ্ৰকুমাৰৰ কবিতাত ৰোমাণ্টিক কবিতাৰ লক্ষণ পূৰা মাত্ৰাই প্ৰকাশ পাইছে। প্ৰতিমাৰ খনিকৰ বীণবৰাগীৰ কবিৰ 'অসমা সুষমা কামৰূপা জয়তু জননী ধৰিত্ৰী দুহিতা' গীতৰ ধ্বনি আকাশে বতাহে চিৰকালেই প্ৰতিধ্বনিত হৈ থাকিব।

# লক্ষ্মীনাথ বেজবৰুৱা

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা একেবাহে একবাকী কবি নাট্যকাৰ, ঔপন্যাসিক, জীৱনীলেখক, সমালোচক আৰু আধুনিক অসমীয়া গল্প-সাহিত্যৰ জনক। লক্ষ্মীনাথ বেজবৰুৱাৰ পিতৃ দীননাথ বেজবৰুৱা আহোম ৰজা ঘৰীয়া বেজবৰুৱাৰ বংশধৰ। ইংৰাজৰ আমোলত আছিল মুন্‌ছিফ। দীননাথ বেজবৰুৱাই চৰকাৰী কামত নগাওঁৰপৰা বৰপেটালৈ বদলি হৈ আহোঁতে বাটত আহতগুৰিৰ ওচৰত ১৭৯০ শক, ১৮৬৮ খৃঃৰ লক্ষ্মী পূৰ্ণিমাৰ দিনা ব্ৰহ্মপুত্ৰৰ নাৱৰ বুকুতে লক্ষ্মীনাথৰ জন্ম। নাৱৰ ওপৰত জন্ম গ্ৰহণ কৰা বাবে লক্ষ্মীনাথৰ মতে তেওঁ 'ভূমিষ্ঠ নহৈ নৌকাস্থহে হ'ল। কিন্তু সম্প্ৰতি পোৱা বেজবৰুৱাৰ জন্ম সৌৰবৰ্ষী মতে লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম ১৮৬৪ খৃষ্টাব্দতহে।

লক্ষ্মীমপুৰতে বেজবৰুৱাৰ বিদ্যাৰম্ভ হয়। ১৮৮৬ খৃঃত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা কুৰি টকীয়া জলপানীসহ এণ্ট্ৰেঞ্চ পৰীক্ষা পাছ কৰিছিল। কলিকতালৈ গৈ পোনতে বিপন কলেজত পঢ়িছিল যদিও চিটি কলেজৰপৰাহে এফ, এ, আৰু এচেম্বলি কলেজৰপৰা বি, এ, পাছ কৰিলে। পিচত বিপন কলেজত আইন আৰু প্ৰেচিডেঞ্চি কলেজত এম, এ, পঢ়িলে যদিও পাছ কৰা নহ'ল।

কলেজত পঢ়া অৱস্থাতে চন্দ্ৰকুমাৰ আগৰৱালাৰ সতে পৰিচয় ঘটে। ১৮৮৮ খৃঃত চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী আৰু কলিকতা নিবাসী অসমীয়া ছাত্ৰৰ মাজত অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ জন্ম। উন্নতি সাধিনী সভাৰ মুখপত্ৰৰূপে ওলোৱা জোনাকী কাকতৰ জৰিয়তে সঞ্চালনীকৈ অসমীয়া সাহিত্যত নৱন্যাস ভাবধাৰাৰ সূচনা। বেজবৰুৱা, আগৰৱালা আৰু হেমচন্দ্ৰ গোস্বামী এই ত্ৰিমূৰ্ত্তিয়ে আছিল জোনাকীৰ গুৰি ধৰোঁতা সম্পাদক। প্ৰথম

বছৰ জোনাকীৰ সম্পাদক চন্দ্ৰকুমাৰ আগৰৱালা, দ্বিতীয় বছৰ হেমচন্দ্ৰ গোস্বামী আৰু তৃতীয়-চতুৰ্থ বছৰ লক্ষ্মীনাথ বেজবৰুৱা।

কলিকতাৰ কলেজত পঢ়ি থকা অৱস্থাতে কলিকতাৰ ৰবীন্দ্ৰনাথ ঠাকুৰ পৰিয়ালৰ হেমেন্দ্ৰনাথ ঠাকুৰৰ কন্যা প্ৰজ্ঞাসুন্দৰীৰ লগত পৰিণয় সূত্ৰত আবদ্ধ হয়।

জোনাকী কাকতৰ প্ৰকাশ বন্ধ হোৱাত ১৮৩১ শক, ১৯১০ খৃষ্টাব্দত কলিকতাৰ পৰাই বেজবৰুৱাৰ 'বাঁহী' আলোচনী প্ৰকাশ হয়। পিচত বাঁহীখন গুৱাহাটী নিউপ্ৰেছৰপৰা প্ৰকাশ হয়। বেজবৰুৱাই কোনো চৰকাৰী চাকৰিলৈ মন নেমেলি পোনতে ভোলানাথ বৰুৱাৰ লগত কলিকতাত আৰু পিছত সুদূৰ উৰিষ্যাৰ চম্বলপুৰত কাঠৰ ব্যৱসায় কৰি জীৱন নিৰ্বাহ কৰিছিল।

প্ৰথম সংখ্যা জোনাকীৰপৰা বেজবৰুৱাৰ ধেমেলীয়ানাট লিতিকাই (১৮৯০) ছোৱা ছোৱাকৈ প্ৰকাশ হয়। নোমল (১৯১৩ খৃঃ), পাচনি (১৯১৩ খৃঃ), চিকৰপতি নিকৰপতি (১৯১০ খৃঃ), আৰু গদাধৰ ৰজা আন আন ধেমেলীয়া নাট। বেলিমাৰ (১৯১৫ খৃঃ), চক্ৰধ্বজ সিংহ (১৯১৫ খৃঃ) আৰু জয়মতী কুঁৱৰী (১৯১৫ খৃঃ) তিনিখন বুৰঞ্জীমূলক নাট। পদুম কুঁৱৰী (১৮৯৫ খৃঃ) বেজবৰুৱাৰ একমাত্ৰ উপন্যাস। বুঢ়ী আইৰ সাধু (১৯১১ খৃঃ), ককাদেউতা আৰু নাতিলৰা (১৯১২ খৃ), দুখনি সাধুকথা পুথি। হাঁহি ধেমালি আৰু জুনুকা (১৯১০ খৃঃ) সৰু লৰা-ছোৱালীৰ বাবে লিখা পুথি।

অসমীয়া গল্প-সাহিত্যৰ জনক বেজবৰুৱাৰ প্ৰথম চুটি গল্প প্ৰকাশ হয় জোনাকীৰ পাতত। সুৰভি (১৯০৯ খৃঃ), সাধুকথাৰ কুঁকি (১৯১০ খৃঃ), জোনবিৰি (১৯১৩ খৃঃ) আৰু কেহোকলি (১৯৩৮ খৃঃ) বেজবৰুৱাৰ চাৰিখন চুটি গল্পৰ পুথি। বেজবৰুৱা অসমীয়া সাহিত্যত সুপৰিচিত অফুৰন্ত হাস্য-ৰস সৃষ্টিৰ বাবে। কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা (১৯০৪ খৃঃ), কৃপাবৰ বৰুৱাৰ ওভতনি (১৯০৯ খৃঃ), কৃপাবৰ বৰুৱাৰ ভাবৰ বুৰবুৰণি (১৯৫১ খৃঃ) আৰু 'বৰবৰুৱাৰ বুলনি' (১৯৩৪ খৃঃ) কৃপাবৰী হাস্যৰসৰ পুথি। কৃপাবৰী হাস্যৰসৰ বাবেই জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে শিৱসাগৰত বহা অসম সাহিত্য-সভাৰ ত্ৰয়োদশ অধিবেশনত তেওঁক ৰসৰাজ উপাধি দিছিল।

'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' (১৯১৫ খৃঃ) আৰু শঙ্কৰদেৱ (১৯১২ খৃঃ) গুৰু দুজনাৰ জীৱনী আৰু সাহিত্য সম্বন্ধীয় পুথি। ভগৱৎ কথা (১৯১৫ খৃঃ),

তত্ত্ব কথা (১৯০৩ খৃঃ), শ্ৰীকৃষ্ণ কথা (১৯০৮ খৃঃ), বাখৰ (১৯১৪ খৃঃ), কামত কৃতিত্ব লভিবৰ সংকেত (১৯১৬ খৃঃ), ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ জীৱনী (১৯০৯ খৃঃ), বেজবৰুৱা বংশাৱলী, মোৰ জীৱন সোঁৱৰণ, ভাৰতবৰ্ষৰ বুৰঞ্জী আদি আন আন ৰচিত গ্ৰন্থ।

১৯১৬ খৃঃত অসম ছাত্ৰ সন্মিলনৰ প্ৰথম অধিবেশন আৰু ১৯২৪ খৃঃত গুৱাহাটীত অনুষ্ঠিত অসম সাহিত্য সভাৰ সপ্তম অধিবেশন বেজবৰুৱাৰ পৌৰোহিত্য-সম্পন্ন হয়। ১৯৩৩ খৃঃত বৰোদাৰ গাইকোঁৱাৰে তেওঁক আমন্ত্ৰণ জনাইছিল ৰাজসভাত বক্তৃতা দিবৰ বাবে। ১৯৩৮ খৃঃৰ ২৬ মাৰ্চত ডিব্ৰুগড়ত সাহিত্যৰথী বেজবৰুৱা বৈকুণ্ঠগামী হয়।

কদম কলি (১৯১৩ খৃ.) বেজবৰুৱাৰ পূৰ্ব প্ৰকাশিত কবিতাৰ সংকলন। কদম কলিত সন্নিবিষ্ট চাৰিকুৰি এটা কবিতাৰ উপৰি আৰু কিছু কবিতা অ'ত-ত'ত সিচৰিত হৈ আছে। সম্প্ৰতি সেইবোৰ কবিতা 'পদুম কলি' নামেৰে সংকলন কৰা হৈছে।

কদম কলি বেজবৰুৱাৰ 'কবিতা হয় যদি হওক, নহয় যদি নহওক' বুলি মাজে মাজে লিখা কবিতাৰ সংকলন। 'নিজৰ ৰচনাবোৰ নিজৰে পঢ়িবলৈ ভাল লাগে' কাৰণে কবিয়ে একে লগ কৰি ছপাই উলিয়ায়।

বেজবৰুৱা নৱন্যাস আন্দোলনৰ পথ প্ৰদৰ্শক। সংচালনিকৈ নৱন্যাস আন্দোলনৰ সূচনা হয় জোনাকীৰ জৰিয়তে। জোনাকী আৰু বাঁহীতে বেজবৰুৱাৰ সৰহভাগ কবিতা প্ৰকাশ হয়।

বেজবৰুৱাৰ কবিতাৰাজিক আমি প্ৰধানকৈ পাঁচ ভাগত ভাগ কৰিব পাৰোঁ—প্ৰেমৰ কবিতা আৰু চহা ক'বিতা, জাতীয় ভাবৰ কবিতা, নীতি উপদেশ মূলক কবিতা, ধেমেলীয়া বা ব্যঙ্গ কবিতা আৰু আধ্যাত্মিক-ধৰ্মতত্ত্ব সম্বন্ধীয় কবিতা। বেজবৰুৱাৰ কবিতাত প্ৰকৃতিৰ সজীৱ সত্তা আৰোপ কৰা নাই যদিও প্ৰকৃতিক নিৰ্বাসনো দিয়া নাই। তেওঁৰ ভালেমান কবিতাত প্ৰকৃতিৰ সজীৱ বৰ্ণনা প্ৰকাশ পাইছে।

বেজবৰুৱাৰ সাহিত্যৰ আন আন বিভাগৰ দৰে কবিতাতো লক্ষ্মীনাথ বেজবৰুৱাৰ লগতে কৃপাবৰেও ভূমুকি মাৰিছে। লঘুবৈঠকী, পেৰ'ডী আৰু বিদ্ৰূপাত্মক কবিতা কেইটিৰ অন্তৰালত কৃপাবৰ লুকাই আছে।

কদম কলি, পদুম কলি আৰু নাটকত সন্নিবিষ্ট গীতৰাজিতো বেজবৰুৱাৰ কবি প্ৰতিভা প্ৰকাশ পাইছে।

ৰোমাণ্টিক কবিতাৰ ভাব আদৰ্শ আগত ৰাখি ৰচনা কৰা বাবে বেজ-বৰুৱাৰ কবিতাত ৰোমাণ্টিক কবিতাৰ লক্ষণ পূৰা মাত্ৰাই প্ৰকাশ পাইছে। ৰোমাণ্টিক আন্দোলনৰ গুৰি ধৰোতা হিচাপে ৰোমাণ্টিক কবিতাৰ কল্পনা প্ৰৱণতা বেজবৰুৱাৰ কবিতাত পূৰামাত্ৰাই দেখা গৈছে। কোনো কোনো কবিতাত ইংৰাজ ৰোমাণ্টিক কবিৰ পৰোক্ষ প্ৰভাৱো নথকা নহয়। বেজ-বৰুৱাই 'মোৰ জীৱন সোঁৱৰণ'ত সেইকথা নিজেই উল্লেখ কৰিছে—

"মোৰ মনৰ বহল পথাৰখন বাইৰণৰ কবিতাই কোমলালে, শ্বেলীৰ কবিতাই হাল বালে, কীটছৰ কবিতাই মৈয়ালে আৰু ৰবীন্দ্ৰৰ কবিতাই এনে কৰিলে যে তাত লাহী ধানৰ কঠীয়াৰটো কথাই নাই, বিহমনা কোটকৰা, পথৰুৱা বিহলঙনি আৰু চোৰাতকে আদি কৰি যিহবে গুটি হওক পাৰিলেই গিয়েই ভৰভৰ কৰি গজি 'মোক চা' 'মোক চা' কৈ উঠিব।"

কদম কলিৰ 'চম্পা', 'প্ৰিয়তমাৰ সৌন্দৰ্য্য' 'প্ৰিয়তমা', 'ভ্ৰম' আদি প্ৰেমৰ মূৰ্ছনা থকা কবিতাবিলাক পঢ়িলে শ্বেলী, কীটচ, আদি ইংৰাজ ৰোমাণ্টিক কবিসকলৰ কাব্যলৈ মনত পৰে। ৰোমাণ্টিক কবিসকলৰ চকুত সৌন্দৰ্য্যবোধৰ সকলো ধাৰণাই আহি ধৰা দিয়ে প্ৰিয়াৰ ৰূপত। ৰোমাণ্টিক কবিৰ কবিতাত সৌন্দৰ্য্যবোধৰ কেতিয়াবা প্ৰসাৰণ আৰু কেতিয়াবা সংকোচন ঘটে। যি প্ৰেমক আত্মাৰ পৰিপূৰক বুলি কোৱা হয়, যি প্ৰেমে মানুহক দেৱতা কৰে—সেই প্ৰেম লালসা নহয়। প্ৰকৃত প্ৰেমৰ পৰিতৃপ্তি বাসনাৰ পৰিতৃপ্তি নহয়, দেহৰ ৰহস্যৰ মাজত নিজকে এৰি দিয়া নহয়। বেজবৰুৱাৰ প্ৰেমৰ কবিতা বাজিত সেই মধুৰ ধ্বনি ৰিণিকি ৰিনিকি বাজি আছে। 'ভ্ৰম' কবিতাত নৈসৰ্গিক সৌন্দৰ্য্যৰ মাজতে প্ৰেমৰ প্ৰবাহ অনুভৱ কৰিব পাৰিছে আৰু কবিৰ চকুত ধৰা পৰিছে প্ৰকৃতিৰ এক অনুপম সৌন্দৰ্য্য—

'কোনে কয় সেইটি হৰিণা-পোৱালি ?
ইমান চেতনা নাই।
বনৰ সৌন্দৰ্য্য ৰূপ ধৰি আছি
ভেও দি দুবৰি খায়।' (ভ্ৰম)

ৰোমাণ্টিক কবিসকলৰ আদৰ্শ ইংৰাজ ৰোমাণ্টিক কবি গোষ্ঠী হ'লেও ভাৰতীয় দৰ্শনৰ দ্বাৰা প্ৰভাৱান্বিত। বেজবৰুৱা ৰোমাণ্টিক কবি হ'লেও

পোৱেহে তেওঁৰ কবিতাত প্ৰেমৰ গভীৰতা মন কৰিবলগীয়া। 'প্ৰিয়তমাৰ সৌন্দৰ্য্য' 'ভ্ৰম' আৰু 'চুমা' আদি প্ৰেমৰ কবিতা হ'লেও সেই প্ৰেম সুগভীৰ, সেই প্ৰেম অচল অটল। বেজবৰুৱাৰ প্ৰেমৰ কবিতাতো প্ৰকাশ পাইছে এক সুমহান ৰূপ।

'কোমল অন্তৰ, প্ৰেমময় মন
কোমল জুৰ হৃদয়,
দিয়া যত দিনে বাতি মোৰ মন
অচল অতল বয়।' (প্ৰিয়তমাৰ সৌন্দৰ্য্য)

ব্ৰহ্মাণ্ডৰ মাজত প্ৰেমৰ মহা শক্তিৰ কথা কবিয়ে উপলব্ধি কৰিব পাৰিছে। বিশ্বব্ৰহ্মাণ্ডৰ ইটো বস্তু-সত্তাৰ লগত সিটো বস্তুৰ যি অন্তৰনিহিত সম্বন্ধ ইয়াৰ মাজতো কবিয়ে উপলব্ধি কৰিব পাৰিছে প্ৰেমৰ মাহাত্ম্যৰ কথা।

'মৰু বুকে শিল পমে বিন্দুৰ পৰশে
প্ৰেম আখ্যা মহাশক্তি জগৎ প্ৰকাশে'। (প্ৰেম)

বিভিন্ন ভাবৰ নীতি-উপদেশ মূলক এধাৰি সাতসৰি সদৃশ 'বেণুকাত' শুনা যায় আধ্যাত্মিক প্ৰেমৰ মৃদু গুঞ্জন।

'প্ৰেমত ঘূৰিছে ভূমণ্ডল
প্ৰেমত ফুলিছে শতদল।' (বেণুকা)

'মালতী' আৰু 'প্ৰিয়তমা' কবিতাৰ কবিৰ কল্পিত প্ৰিয়াৰ চিত্ৰ মনোৰম। কবিৰ কল্পিত প্ৰিয়াৰ ৰূপৰ লগত কবিয়ে একোৰে তুলনা কৰিব নোৱাৰে।

পৰ্বতৰ জীয়ৰী সুন্দৰী গৌৰীৰ
সাঁচত মোৰ মালতী নাই,
সুগুণ্ডা ফুলটিৰ সুফুলা কলিটিৰ
মালতীত তুলনা পায়।'

'ধনবৰ ৰতনী' 'ৰতনীৰ বেজাৰ' 'নিমাতী কইনা' আৰু 'তিলকা' কবিৰ চাৰিটা মালিতা বা কাহিনী গীত। 'ধনবৰ ৰতনী' আৰু 'ৰতনীৰ বেজাৰ' কবি বেজবৰুৱাৰ জীৱনৰ প্ৰেম পীৰিতিৰ নিখুঁট চিত্ৰৰূপ। চহা জীৱনক লৈ ৰচনা কৰা কবিতা কেইটিক প্ৰতিভা আৰু অভিজ্ঞতাৰ মণি-কাঞ্চন সংযোগ বুলি কব পাৰি।

আত্ম-পৰিজন হেৰুৱা নিঠৰুৱা ধনবৰে প্ৰাণ ভৰি ভাল পাইছিল প্ৰাণৰ

ৰতনীক। যেনেকৈ পৰ্বত বগালেও লতা বগাবলৈ সহজ নহয়, তেনেদৰে ৰতনীক আপোন কৰিব পাৰিলেও মাকক আপোন কৰা সহজ নহল। ধনবৰৰ বুকু ভগা কৰি যেতিয়া ভাটীৰ ৰতনী ভটীয়াই গ'ল তেতিয়া যেন ধনবৰৰ দকপোৱে ওৰ পৰিল। ৰতনী বিহীন জীৱন অসাৰ্থক বুলি ভাবি 'বোপাই মোৰ লুইত ঐ' সামৰি লোৱা মোক বুলি লুইতৰ বহল বুকুত আশ্ৰয় ললে।

পাঁচ দিন পিচত ধনশিৰীৰ মুখত ৰতনীয়ে ধনবৰৰ আত্মহত্যাৰ বাতৰি পাই বেজাৰত জঁয় পৰি গ'ল। কৃষ্ণপক্ষৰ নৱমীৰ ক্ষীণ জোনাকত মাজ-নিশা অকলশৰে ৰতনীয়ে বিনাই থকা চিত্ৰৰ কবি বেজবৰুৱাই গভীৰ প্ৰেমৰ নিদৰ্শন দেখুৱাব পাৰিছে।

বাল্য বিধবা তিলকাৰ একমাত্ৰ আশ্ৰয় স্থল বাৰী বুঢ়ী মাক। বুঢ়ী মাককো এদিন কালে হৰি নিলে। বুঢ়ীমাকক হেৰুৱাই তিলকাই ইনাই বিনাই কন্দা দৃশ্য কেনে করুণ মৰ্মস্পৰ্শী। মানব-প্ৰেম তিলকা কবিতাৰ অন্তৰালত প্ৰকাশ পাইছে।

'নিমাতী কইনাত' জনমৰেপৰা নিমাতী হৈ থকা ৰাজকুঁৱৰীৰ মাত উলিয়ালে ৰাজকোঁৱৰে বীণ বাই। বীণৰ স্বৰত মুগ্ধ কৰি ৰাজকোঁৱৰে ৰাজকুঁৱৰীৰ মাত উলিৱাৰ অন্তৰালত প্ৰকাশ পাইছে প্ৰকৃত প্ৰেমৰ চিত্ৰ। প্ৰকৃত প্ৰেম লাভ কৰা যায় অন্তৰৰ বিনিময়তহে, শাৰীৰিক শক্তি নাইবা ঐশ্বৰ্য্য বিভূতিৰে নহয়।

বেজবৰুৱাৰ আন এচাম কবিতাৰ বিষয়-বস্তু স্বদেশ-প্ৰেম। মোৰ দেশ, অসম সঙ্গীত, আমাৰ জন্মভূমি, বীণবৰাগীৰ, ব্ৰহ্মপুত্ৰ সঙ্গীত আদি কবিতা জাতীয় ভাবাপন্ন। বেজবৰুৱাৰ স্বদেশ প্ৰীতি কোনো জাতীয় আন্দোলনৰ ওপৰত ভেটি কৰি গঢ়ি উঠা নাই। বীণ বৰাগী কবিতাত প্ৰকাশ পাইছে সুস্থ আশাবাদ। বীণ-বৰাগীত জাতীয় জীৱনৰ স্বৰূপটো যেন প্ৰকাশ পাইছে। নৈৰাশ্যৰ পোনপটীয়া কা.ন্দানত মৰহি পৰা অসমীক কবিয়ে আকৌ এবাৰ কন্দুৱাব বিচৰা নাই, বৰং আশাৰ বাণীহে শুনাইছে। অতীত অসমৰ দুখ শোক, কলঙ্কৰ কালিমাৰ কথা শুনাব বিচৰা নাই। 'শুনা ঐ বৰাগী আনন্দৰ কাহিনী' বুলি প্ৰথমেই শুনাইছে আশা আৰু উৎসাহৰ সঞ্জীৱনী মন্ত্ৰ। পুৰণি অসমৰ যশ কীৰ্ত্তিৰ কথা সোঁৱৰাই দি অসমীয়াৰ হিয়া বলবন্ত কৰিব লাগিব, দেহত নতুন প্ৰাণৰ সঞ্চাৰ কৰিব

লাগিব, চকুত নতুন দীপ্তি ঢা'কব লাগিব, আৰু অসমীয়া জাতিক সবল সতেজ কৰিব লাগিব, কবিৰ এয়েই কামনা।

'নতুন প্ৰাণৰ
নব চকু জুৰি
দীপিত ঢালি দে তাত
পুৰণি পৃথিবী
নকৈ চাই লওঁ
হে বীণ এবাৰ মাত।'

'বীণবৰাগী' জাতীয়-ভাবাপন্ন কবিতা হ'লেও কবিতাটিৰ শেষৰ ফালে 'বজা ঐ বৰাগী সংসাৰ বিৰাগী', সদায় নাগাকে প্ৰবাসৰ দুখ', 'সৰগ এৰিছা আকৌ সৰগ পাবাগৈ' আদি ফাকিৰ মাজেৰে এটি আধ্যাত্মিক ভাব প্ৰকাশ পাইছে। সদায় নাগাকে প্ৰবাসৰ দুখ ইয়াত প্ৰবাসৰ অৰ্থ দ্ব্যৰ্থক। মানুহৰ বাবে এই পৃথিবীখনে প্ৰবাসৰ আলয় ঘৰ। কবিৰ আকৌ প্ৰবাস অৰ্থেৰে অসমৰ বাহিৰত থকা কলিকতাকো বুজাইছে। কথাষাৰিৰ অন্তৰালত পৃথিবীত মানৱ জীৱনৰ ক্ষণস্থায়িত্বৰ কথাকো সূচাইছে।

বীণবৰাগীৰ নিচিনাকৈ বোধহয় সুস্থ আশাবাদ কবিৰ আন কোনো কবিতাত প্ৰকাশ পোৱা নাই। কবি ইমান আশাবাদী হৈ পৰিছে যে শুকান গছজোপা কুঁহিপাত কল্পনা কৰিব পাৰিছে।

'গা বীণ গা অমৃত সঙ্গীত
শুকানে মেলক কুঁহি।'

বেজবৰুৱাৰ সুস্থ আশাবাদৰ আন এটি নিদৰ্শন 'অসম সঙ্গীত'। অতীত ইতিহাসৰ পাত লুটিয়াই কবিয়ে উপলব্ধি কৰিব পাৰিছে অতীতৰ যশৰাশিৰে গৌৰবান্বিত অসমীয়া জাতি নিঃকিন নহয়। অতীতৰ অসমৰ যশ-কীৰ্তিৰ কথা সুঁৱৰি কবিয়ে অসম সঙ্গীত কবিতাত সাহসেৰে ক'ব পাৰিছে।

'আমি অসমীয়া নহওঁ দুখীয়া, কিহৰ দুখীয়া হ'ম।
সকলো আছিল সকলো আছে সুগুণো নলওঁ গম।'

'বীণ-বৰাগী' আৰু 'অসম সঙ্গীত' কবিতাৰ সাদৃশ্য মন কৰিবলগীয়া।

'ভাস্কৰ বৰ্মাৰ
কীৰিতি সুন্দৰ
শুনো হেৰ বীণ বা।' (বীণ-বৰাগী)

'ভাস্কৰ জেউতি ভাস্কৰ বৰ্মা
প্ৰাগজ্যোতিষৰ ৰজা
ভাৰত ৰজাৰ আগশাৰী লগে
নহয় ই বৰ্থা সজা।' (অসম সঙ্গীত)

শঙ্কৰাদিৰ ৰজাৰ বৰ্ণনাতো দুয়োটা কবিতাৰ মাজত সাদৃশ্য আছে। দুয়োটা কবিতাতে জন্মভূমি অসমৰ অতীত কীৰ্তিৰ কথা সোঁৱৰাই দি কবিয়ে বিচাৰিছে দেশবাসীক স্বদেশ প্ৰেমত উদ্বুদ্ধ কৰিবলৈ।

কবি য'তেই নাথাকক এনেখন শুৱলা এনেখন সুফলা মৰমৰ দেশ জনমটো পাত কৰি বিচাৰিলেও কতো নাপায়। অসমী আইৰ মুখখনি কবিয়ে বিচাৰি নাপায়, কবিৰ হেঁপাহ নপলায়। এইখনেই হৈছে কবিৰ

'অ'মোৰ আপোনাৰ দেশ
অ'মোৰ চিকুণীৰ দেশ।'

১৯২৭ খৃঃত তেজপুৰত তৰুণৰাম ফুকনৰ সভাপতিত্বত বহা অসম ছাত্ৰ সন্মিলনত বেজবৰুৱাৰ 'মোৰ দেশ' জাতীয় সঙ্গীতৰূপে গ্ৰহণ কৰা হয়। অৱশ্যে গীতটোৰ শেষৰফালে বা তা তা ৰূপাবৰী মুৰত ৰূপাবৰ বৰুৱাই ভুমুকি মাৰিছিল। পিচত জাতীয় সঙ্গীত ৰূপে গ্ৰহণ কৰাৰ সময়ত এই অংশ বাদ দিয়া হয়। 'মোৰ দেশ' জাতীয় সঙ্গীত ৰূপে গ্ৰহণ কৰাত আনন্দ প্ৰকাশ কৰি বাঁহীত বেজবৰুৱাই লিখিছিল—

"অজামিল উপাখ্যানৰ পদ গাই এজন কণা মগনীয়াই দুৱাৰে দুৱাৰে ভিক্ষা কৰি ফুৰা দেখি মহাপুৰুষে তেওঁৰ প্ৰথম সন্তান ভিখাৰী হোৱা বুলি আক্ষেপ কৰিছিল। কিন্তু 'মোৰ দেশ' কবিতাটো জাতীয় গীত হিচাপে গৃহীত হৈ ৰাজৰাজেশ্বৰ হৈছে। সতিকে কবিৰ মনত আনন্দৰ বাহিৰে নিৰানন্দৰ থল নাই।"

বেজবৰুৱাৰ 'আমাৰ জন্মভূমি' দ্বিজেন্দ্ৰলাল ৰায়ৰ কবিতাৰ পেৰ'ডি যদিও কবিতাটিত আওপাকে অসমীয়াৰ প্ৰিয় সম্পদৰাজিৰ কথাকে

কৈছে। দ্বিজেন্দ্ৰলালে কবিতাৰ মাজেৰে দেশপ্ৰেমৰ চানেকি দাঙি ধৰি বঙ্গভূমিক লৈ গৌৰৱ কৰিছিল আৰু বেজবৰুৱাই তাৰ ৰূপান্তৰণেৰে অসমীয়াৰ স্বভাৱটো প্ৰকাশ কৰি বিচাৰিছিল সজাগ কৰিবলৈ।

ধন ধান্যে পুষ্প ভৰা আমাদেৰ এই বসুন্ধৰা
তাহাৰ মাজে আছে দেশ এক সকল দেশেৰ সেৰা
ও সে স্বপ্ন দিয়ে তৈৰী সেদেশ স্মৃতি দিয়ে ঘেৰা
এমন দেশটি কোথাও খুজে পাবে নাক তুমি,
সকল দেশেৰ ৰাণী সে যে আমাৰ জন্মভূমি।
চন্দ্ৰ সূৰ্য্য গ্ৰহ তাৰা কোথায় উজ্জ্বল এমন ধাৰা।
কোথায় এমন খেলে তড়িৎ এমন কালো মেঘে
তাৰ পাখীৰ ডাকে ঘুমিয়ে উঠি, পাখীৰ ডাকে জেগে
এমন দেশটি কোথাও খুজে পাবে নাক তুমি
সকল দেশেৰ ৰাণী সেযে আমাৰ জন্মভূমি
এমন স্নিগ্ধ নদী কাহাৰ কোথায় এমন ধূসৰ পাহাৰ
কোথায় এমন হৰিৎ ক্ষেত্ৰ আকাশ তাল মেশে
এমন ধানেৰ উপৰ ঢেউ খেলে যায় বাতাস কাহাৰ দেশে,
এমন দেশটি কোথাও খুঁজে পাবে নাক তুমি
সকল দেশেৰ ৰাণী সে যে আমাৰ জন্ম ভূমি
পুষ্পে পুষ্পে ভৰা সখী কুঞ্জে কুঞ্জে গাহে পাখী,
গুঞ্জৰিয়া আসে অলি পুঞ্জে পুঞ্জে ধেয়ে।
তাৰা ফুলেৰ উপৰ ঘুমিয়ে পড়ে ফুলেৰ মধু খেয়ে
ভায়েৰ মতো এত স্নেহ কোথায় গেলে পাবে কেহ
ওমা তোমাৰ চৰণ দুটি বক্ষে আমাৰ ধৰি,
আমাৰ এই দেশেতে জন্ম যেন এই দেশেতে মৰি।
এমন দেশটি কোথায়ও খুজে পাবে নাক তুমি
সকল দেশেৰ ৰাণী সে যে আমাৰ জন্ম ভূমি,

বেজবৰুৱাৰ 'আমাৰ জন্মভূমিত' প্ৰকাশ পাইছে দ্বিজেন্দ্ৰলালৰ কবিতাৰ ৰূপান্তৰণ—

'হেৰা আমাৰ জন্মভূমি
এনেদেশ কতো নোপোৱা হেৰা তুমি।
হেৰা আমাৰ জন্মভূমি।
ক'ত আছে এনে চাউল পানীত দিলে ভাত ?
ক'ত এনে কুঁজীথেকেৰা টেঙাই যায় দাঁত ?
কত পাৰা পকা খৰিচা, কত ঢেঁকীয়া শাক ?
এঠা দৈ ক'ত এনে নেৰায় ধুলে যাক ?
হেৰা আমাৰ জন্মভূমি।
এনেখনি দেশ ক'তো নোপোৱা বিচাৰি
নিশ্চয় নিশ্চয় মই কওঁ এটাহ মাৰি
হেৰা আমাৰ জন্মভূমি।

বেজবৰুৱাৰ স্বদেশ প্ৰেমৰ প্ৰতি লক্ষ্য কৰি ডক্টৰ বাণীকান্ত কাকতিয়ে লিখিছে—"কবিয়ে কবৰ নিচিনা My heart is in the highland wherever I go—বেজবৰুৱাও য'তে থাকক তেওঁৰ হিয়া পৰি আছে অসমৰ হাবি-বননিৰ মাজত, তেওঁ বঙালীৰ সন্দেশ মিঠাই খাই থাকিলেও তেওঁৰ জিভাৰ পানী পৰে এতিয়াও অসমীয়া কাঁহুদী খাৰলিৰ সোঁৱৰণীত।"

কৰম কলিৰ 'ঈশ্বৰ আৰু ভকত', 'মহা-প্ৰাণৰ যাত্ৰী' 'তৰা' 'অৱশেষ' আদি কবিতাৰ প্ৰাণকেন্দ্ৰ ভগৱৎ প্ৰেম। ভগৱৎ সন্ধানী কবিয়ে সকলো জ্ঞানৰ ওপৰত স্থান দিছে ভক্তি মাৰ্গক। জ্ঞানৰ অন্বেষণত কবি ব্যাকুল হৈ ফুৰিলে যদিও শেষত উপলব্ধি কৰিব পাৰিলে ভকতৰ পদধূলি মূৰত লৈ নৰৰূপী নাৰায়ণক সেৱা কৰাটোহে একমাত্ৰ পথ। এই সংসাৰত যেনেদৰে মানৱ-জীৱন ক্ষণস্থায়ী তেনেদৰে ধন জনও দুদিনৰ বাবেহে। কেৱল মৃত্যুৰ পিচত সংসাৰত চিনাকি ৰূপে ৰৈ যাব সুকীৰ্তিৰ কথাহে।

'ধন গ'ল জন গ'ল গ'ল কায়ক্লেশ
সুখ্যাতি অখ্যাতি ৰ'ল আত্মা অৱশেষ।' (অৱশেষ)

কৃপাবৰী হাস্যৰসৰ বাবে বেজবৰুৱা অসমত সুপৰিচিত। বেজবৰুৱাই হাঁহিক জীৱনৰ আশীৰ্বাদ ৰূপে গ্ৰহণ কৰিছিল।

অসমৰ জাতীয় জীৱনৰ চিত্ৰ অঙ্কনতো তেওঁৰ সেই হাঁহি বিদ্যমান। তেওঁৰ হাঁহিত উইট (Wit), হিউমাৰ (Humour) আৰু চেটায়াৰৰ (Satire) অভাৱ নাই।

বেজবৰুৱাৰ 'চালনী আৰু বেজী' কবিতাত অসমীয়া সমাজৰ দুৰ্বলতা সমূহক চোকা অথচ ৰসাল ভাষাৰে সমালোচনা কৰিছে। 'চালনী আৰু বেজীত' তেওঁৰ হাঁহিয়ে গৈ হাঁহি হাঁহি উঠাৰ ঠাইত হাঁহি হাঁহি আহি হঠাত পৰিণত হৈছেঁ। 'বৃন্দা চন্দ্ৰাৱলী সংবাদত' চন্দ্ৰা-বৃন্দাই ইংৰাজী অসমীয়া খিচুৰি ভাষাত কথা কয়। এবাৰ বাঁহীৰ মহিমা কীৰ্ত্তন কৰি আন এটি কবিতাত আকৌ বাঁহীক উপলুঙা কৰি কৈছে বাঁহী মাথোন ফুটা দিয়া বাঁহৰ চুঙা। সেই বাঁহীৰে পিঠা পুৰি খাব পাৰি, ধঁপাত ভৰাব পাৰি আৰু কুকুৰ মৰা মৰিও কৰিব পাৰি।

'কৃষ্ণই যেলে আবিষ্কাৰ
গোপীক দিলে সমাচাৰ
'টেলিফোন' সেই কাম সহজতে কৰে।'

জীৱন যুদ্ধত ভাগৰি নপৰি বা থকা সৰকা নহৈ বেজবৰুৱাই অকণ মান শান্তিৰ শীতল পৰশ লাভ কৰিবলৈ বিচাৰিছিল হাস্যৰসৰ মাজেৰে। বেজবৰুৱাই হাস্যৰস গ্ৰহণ কৰিছিল চিৰ আপোন ৰূপে, বয়সৰ হেঙাৰ তাত নাই।

'বাহিৰত মোৰ পকাচুলি
ভিতৰত বাজে যৌ সুতুলি,
ল'ৰাৰ কিৰিলি খলকত
মোৰ ৰঙৰ ওৰ নাই।' (পকাচুলি)

বেজবৰুৱাই কৃপাবৰী ৰূপেৰে অকল হাস্যৰস যোগান ধৰাতে সীমাবদ্ধ নহয় বেজবৰুৱাৰ জীৱন দৰ্শনৰ আভাসো লুকাই আছে হাস্যৰসৰ মাজতেই—

আন্ধাৰ পাহৰ যুঁজে বৰ
শেষত জয় পোহৰৰ।'

কৰ্ম জীৱন, মূল লক্ষ্য, বেণুকা আদি কবিৰ নীতি উপদেশ মূলক কবিতা। 'বেণুকা' এডাল সুতাৰে গাঁথি লোৱা এধাৰ মালাৰ সদৃশ। যেনেকৈ মালাধাৰিৰ প্ৰতিটো ফুলৰ নিজস্ব সৌন্দৰ্য্য প্ৰকাশ পায় ঠিক তেনেদৰে বেণুকাৰ প্ৰতি ফাকি কবিতাই অৰ্থব্যঞ্জক আৰু নীতি উপদেশ মূলক।

'বাটৰ দুবৰি বন গচকত পৰা
তাৰো এটি পাতে দিয়ে সৰগ বতৰা'

বেণুকাত এনেধৰণৰ চাৰি কুৰি একাকি কবিতা আছে। কবিতা সমূহৰ মাজেৰে বেজবৰুৱাৰ জীৱন দৰ্শন, মানৱ জীৱন সম্পৰ্কে দৃষ্টিভঙ্গী আৰু সঞ্চিত অভিজ্ঞতা প্ৰকাশ পাইছে।

কদম কলিৰ কবি বেজবৰুৱাৰ মতে কবিতা অকল শোকৰ সঙ্গীত আৰু বিষাদৰ সুৰ নহয়, জোনৰ কোমল কান্তি শিশুৰ সৰল হাঁহি আৰু আধা ফুটা মাত। সেয়েহে কবিৰ বাঞ্ছিত—

'প্ৰকৃতিৰ কামনাৰ সৌন্দৰ্য্য বঞ্চিত
কবিতা কল্পনা মই কবিৰ বাঞ্ছিত।' (কবিতা)

কদম কলিৰ কবি বেজবৰুৱাই হেনো কবিতা লিখিছিল - "কবিতা হয় যদি হওক, নহয় যদি নহওক" বুলি। কবি হোৱাৰ মানসেৰে নহয়। কবিতা হয় যদি হওক নহয় যদি নহওক বুলি লিখিলেও তেওঁৰ কবিতাত প্ৰকাশ পাইছে কবিৰ কাব্যিক প্ৰতিভা, কবিৰ অনুভূতি আৰু কবিৰ প্ৰকাশিকা শক্তি। কবিৰ মতে কবিতা তেওঁৰ সাধনাৰ বস্তু নহয় যদিও, তেওঁৰ সৰহ ভাগ কবিতাৰে মূল উৎস প্ৰেম। এই প্ৰেম বহুধা বিভক্ত। মানৱ প্ৰেম, ব্যক্তি প্ৰেম, স্বদেশ প্ৰেম আৰু ভগৱত প্ৰেম তেওঁৰ সৰহ ভাগ কবিতাৰে মূল লক্ষ্য। তেওঁৰ প্ৰেমসৰ্বস্ব কবিতাৰাজিত নিৰাশাবাদৰ স্থান নাই। নাই নাই বুলিও কদম-কলিৰ ভালেমান কবিতা নিসন্দেহে অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ কবিতা।

স্বদেশ প্ৰীতি, স্বদেশানুৰাগ বেজবৰুৱাৰ ৰচনাৰ অন্যতম বৈশিষ্ট্য। নিজৰ ঘৰৰ সম্পদ নিচিনি আনৰ সম্পদৰ প্ৰতি সমাদৰ দেখুৱাৰ প্ৰতিও কবিয়ে বাক্য-বাণেৰে থকা সৰকা কৰিছে।

'গুৰু লাগে মই শিক্ষিত শিষ্য
জগতত জাননী দিলো
জগতৰ গুৰু শঙ্কৰ ঘৰতেই
অন্ধলাই নেদেখিলোঁ।' (দূৰ আৰু ওচৰ)

কবিয়ে এনেদৰে চকুত আঙুলি দি বুজাই দিব বিচাৰিছে আমাৰ নিজৰ অতীত ঐতিহ্যৰ কথা। আনচাতে মাধৱদেৱৰ নিচিনাকৈ বেজবৰুৱাৰ কবিতাতে প্ৰকাশ পাইছে কবিৰ আত্মলঘিমা ভাব। কবিয়ে নিজকে অতি দীন হীন বুলিহে চিনাকি দিব বিচাৰিছে—

'দূৰৰি বনতকৈ সৰু তই লক্ষ্মীনাথ
ধূলিবো তলৰে ধূলি
তোকো নাপাহৰে প্ৰিয়তকৈ প্ৰিয়ই তোৰ
আদৰি লবহি তুলি!' (বৰ আৰু সৰু)

# ৩ হেমচন্দ্ৰ গোস্বামী

'ফুলৰ চাকি'ৰ কবি হেমচন্দ্ৰ গোস্বামী এজন অকল কবিয়ে নহয়, একেবাৰে একাধাৰে নিবন্ধকাৰ, প্ৰত্নতত্ত্ববিদ আৰু বুৰঞ্জীবিদ। ৰোমাণ্টিক সাহিত্যৰ জন্মলগ্নৰ কথা সুঁৰৰি চালেই লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালাৰ লগতে মনলৈ আহে হেমচন্দ্ৰ গোস্বামীৰ কথা। এই অভিন্ন হৃদয় ত্ৰিমূৰ্তিয়েই অসমীয়া ৰোমাণ্টিক সাহিত্যৰ জন্মদাতা আৰু কৰ্ণধাৰ। ত্ৰিমূৰ্তিৰ আগৰৱালাৰ হাতত ৰোমাণ্টিক কবিতাৰ, বেজবৰুৱাৰ হাতত চুটিগল্পৰ আৰু গোস্বামীৰ হাতত চতুৰ্দশ পদী কবিতাৰ (চনেট) সূচনা। প্ৰথম চাৰিবছৰ জোনকী আলোচনী সম্পাদনা কৰিছিল তিনিও গৰাকীয়ে। প্ৰথম বছৰ চন্দ্ৰকুমাৰ আগৰৱালা, দ্বিতীয় বছৰ হেমচন্দ্ৰ গোস্বামী আৰু তৃতীয় চতুৰ্থ-বছৰ লক্ষ্মীনাথ বেজবৰুৱা জোনাকীৰ সম্পাদক। তেওঁলোকৰ পৰস্পৰৰ সম্বোধন বেজ (বেজবৰুৱা), মাজু (আগৰৱালা) আৰু গোসাই (গোস্বামী)। বয়সত মাজু প্ৰবীণ আৰু গোসাই নবীন।

গোস্বামীৰ পিতৃ ডম্বৰুধৰ গোস্বামী আৰু মাতৃ ঘনকান্তি দেৱী। ১৮৭২ খৃ:ৰ ৮ জানুৱাৰী তাৰিখে গোলাঘাট মহকুমাৰ ঢেকিয়াল মৌজাৰ গৌৰাং সত্ৰত তেওঁৰ জন্ম। ৮ বছৰ বয়সতে গোস্বামীৰ পিতৃ বিয়োগ হয়। সেইবাবে সোনতে তেওঁৰ পঢ়া-শুনাত অলপ বেমেজালিয়ে দেখা দিয়ে। পিচত ১৮৮৮ খৃঃত প্ৰথম বিভাগত নগাঁও চৰকাৰী হাইস্কুলৰপৰা এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। কলিকতাৰ কলেজত পঢ়িবলৈ যোৱাৰ পথত ভাক জাহাজত লক্ষ্মীনাথ বেজবৰুৱাৰ লগত প্ৰথম পৰিচয় হয়। বেজবৰুৱা তেতিয়া বি, এ, মহলাৰ ছাত্ৰ। সেই বছৰতে অৰ্থাৎ ১৮৮৮ খৃঃৰ আগষ্টত অসমীয়া ছাত্ৰৰ মাজত অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ জন্ম। আন

আন সকলৰ সতে গোস্বামী ডাঙৰীয়াও উঠি পৰি লাগিল অসমীয়া সাহিত্যৰ অৱস্থানৰ বাবে। উন্নতি সাধিনী সভাত লাগি ভাগি থকাৰ ফলত চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী প্ৰমুখ্যে কেইজনমান ছাত্ৰৰ বি, এ ডিগ্ৰী লাভ কৰা নহ'ল। কলিকতাৰ প্ৰেচিডেঞ্চি কলেজত চাৰি বছৰ পঢ়ি ঘৰলৈ উভতি আহি পোনতে গুৱাহাটী সোণাৰাম হাইস্কুলত প্ৰধান শিক্ষক নিযুক্ত হ'ল। পিচত এডৱাৰ্ড গেইট চাহাবৰ সান্নিধ্য লাভ কৰিলে আৰু তেওঁৰ যত্নতে ১৮৯১ খৃঃত চাবডেপুটি কলেক্টৰ নিযুক্ত হ'ল।

নিষ্ঠা আৰু ঐকান্তিকতাৰ বাবে চৰকাৰী চাকৰিত পদোন্নতি লাভ কৰিলে যদিও বড়া ফিটাৰ মেৰপাকৰ মাজত হেৰাই নগ'ল। নগাঁও হাইস্কুলত পঢ়া অৱস্থাতে গুণাভিৰাম বৰুৱাৰ 'আসাম বন্ধুত' দুই চাৰিটা লিখা প্ৰকাশ হৈছিল। এই অঙ্কুৰেই পিচৰ জীৱনত বিস্তাৰ লাভ কৰিলে।

১৯১২ খৃঃত তেতিয়াৰ চৰকাৰে গোস্বামী ডাঙৰীয়াক প্ৰাচীন পুথি সংগ্ৰহ কাৰ্য্যত নিযুক্ত কৰিছিল। অশেষ যত্ন কৰি কেবাখনো পুথি সংগ্ৰহ কৰিছিল। 'হস্তি বিদ্যাৰ্ণৱ', 'শ্ৰীহস্ত মুক্তাৱলী' আদি তেওঁৰ উল্লেখযোগ্য সংগৃহীত পুথি। Descriptive Catalogue of Assamese Manuscripts সংগৃহীত পুথিবোৰৰ বিবৰণমূলক তালিকা। ভট্টদেৱৰ 'কথা গীতা' (১৯১৯ খৃঃ), সূৰ্য্যখৰি দৈৱজ্ঞৰ 'দৰং ৰাজবংশাৱলী', 'পুৰণি অসম বুৰঞ্জী', আৰু 'কামৰত্ন তন্ত্ৰ' পুথি। গোস্বামী ডাঙৰীয়াৰ সাহিত্য সাধনাৰ আন এটি কীৰ্তি স্তম্ভ হ'ল "অসমীয়া সাহিত্যৰ চানেকি" সংকলন। হেমচন্দ্ৰ বৰুৱাই হাডক মাটি, তেজৰ্ক পানী কৰি ৰচনা কৰা 'হেমকোষ' অভিধানখনো পি, আৰ, টি, গৰ্ডন চাহাবৰ লগত লগ হৈ সম্পাদনা কৰি উলিয়ায়।

অসম সাহিত্য সভাৰ জন্মলগ্নৰ লগতো গোস্বামী ডাঙৰীয়া জড়িত। ১৯২০ খৃঃত ৰংপুৰত বহা অসম সাহিত্য সভাৰ চতুৰ্থ অধিৱেশনত তেওঁক সভাপতি নিৰ্বাচন কৰা হয়।

'ফুলৰ চাকি, (১৯০৭ খৃঃ) গোস্বামী ডাঙৰীয়াৰ একমাত্ৰ কবিতাৰ সংকলন। 'ফুলৰ চাকিত' সন্নিবিষ্ট কবিতাৰ সংখ্যা মুঠ একুৰি চাৰিটা। ফুলৰ চাকিৰ সংকলনত অন্তৰ্ভুক্ত নোহোৱাকৈ আৰু কেইটিমান কবিতা আছে।

গোস্বামী ডাঙৰীয়াৰ সৰহভাগ কবিতাই জোনাকীৰ পাতত প্ৰকাশিত আৰু আগ বয়সৰ ৰচনা। তেওঁৰ ‘পুৱা’ কবিতা নৱন্যাস আন্দোলনৰ প্ৰভাতী সঙ্গীত। জোনাকীত কবিতাটোৰ নাম ‘পুৱা’ নাছিল, ‘জোনাকী’ বুলিহে আছিল। প্ৰথম বছৰ দ্বিতীয় সংখ্যা জোনাকীৰ প্ৰথম পাততে কবিতাটো প্ৰকাশ পাইছিল, কবিতাটোত বৰ্ণনা কৰা ‘পুৱাৰ’ এখন নিখুঁত চিত্ৰ কবিতাটোৰ ঠিক ওপৰতে আছিল। ইয়াৰ পিচৰ সংখ্যা জোনাকীবোৰত প্ৰথম পৃষ্ঠাতে এই চিত্ৰ ছপোৱা হৈছিল।

পুৱাৰ পোহৰে নিশাৰ অন্ধকাৰ নাশ কৰি পৃথিৱীক পোহৰ দিয়াৰ দৰে কবিয়েও জোনাকীৰ মাধ্যমেৰে বিচাৰিছিল নৱন্যাস ভাবধাৰাৰ পোহৰ বিলাবলৈ। সেইবাবে ‘পুৱা’ এটি সাৰ্থক আৰু অৰ্থব্যঞ্জক কবিতা।

‘বৰষা অনন্ত কাল জ্ঞানৰ পোহৰ
জ্যোতিৰ্ময়া জোনাকী সবিতা
বুজোৱা অনন্ত কাল পঙ্কজত তুলি
বীণাপানী কোমল কবিতা।’

জোনাকী যুগৰ আগৰ কাল ছাৰা এক অন্ধকাৰ যুগ। আনহাতে এই কালছোৱাই অসমীয়া ভাষা সাহিত্যৰ বিপৰ্যয়ৰ কাল। অসমীয়া ভাষা সাহিত্যক নিজৰ ঘৰবৰ পৰা স্থানচ্যুত কৰি তাৰ ঠাই লৈছিল বঙালী ভাষা সাহিত্যই। জোনাকী কাকতৰ অলপ আগৰ কালছোৱাৰ পৰাহে পুনৰ ভাষা সাহিত্যই নিজ আসন লাভ কৰিছিল। তেতিয়া যেন পুৱাৰ পোহৰে জগৎ জগাই তুলিছে।

‘আকৌ ঘুমটি ত্যাজি নিজম চেতনা
লাহে লাহে সজাগ হৈছে,
পাহৰা সুৰটি ঘুৰি বজাবৰ গুণে
বীণখনি হাতত লৈছে।’

অসমীয়া কাব্য সাহিত্যত হেমচন্দ্ৰ গোস্বামী সৰ্বজন পৰিচিত প্ৰথম চনেট কবি। তেওঁৰ প্ৰিয়তমাৰ ‘চিঠিয়ে প্ৰথম অসমীয়া চনেট। বঙ্কেশ্বৰ মহন্ত, ইলা-কন্দা আৰু বৰদৈচিলা আন আন তিনিটা চনেট।

হেমচন্দ্ৰ গোস্বামীৰ চনেটৰ আৰ্হি পেট্ৰাৰ্কা। কিন্তু তেওঁ পেট্ৰাৰ্কাৰ দৰে বহু অক্ষৰীয় নকৰি মাইকেল মধুসূদন দত্তৰ দৰে চৈধ্য অক্ষৰীয় কৰিছে।

প্ৰিয়তমাৰ চিঠি অসমীয়া সাহিত্যৰ যদিও প্ৰথম চনেট, কবিতাটোত চনেটৰ সকলো লক্ষণ বিদ্যমান। প্ৰিয়তমাৰ চিঠি ব্যঙ্গ কবিতা। কবিতাটোৱে ডেকা প্ৰেমিক সকলক উপলুঙা কৰিছে। প্ৰিয়তমাৰ ভৰিৰ পতাত ডেইজি ফুল ফুলি উঠাৰ নিচিনাকৈ প্ৰিয়াৰ হাতৰ কাউৰী ঠেঙীয়া আখৰৰ চিঠি এখনে প্ৰেমিকৰ অন্তৰত হাজাৰ জোৱাৰ সৃষ্টি কৰিব পাৰে, কবিতাটোত সেই কথাৰে ব্যঙ্গ চিত্ৰ প্ৰকাশ কৰিবলৈ যত্ন কৰিছে। কবিতাটোৰ শেষৰ অক্ষৰৰ মিল পেট্ৰাৰ্কাৰ আৰ্হিৰ (ক। খ। খ। ক॥ ক। খ। খ। ক॥ ॥ গ। ঘ॥ গ। ঘ॥ গ। ঘ) শেষৰ যুগ্মকৰ ভাব তীব্ৰতা চনেটৰ অন্যতম লক্ষণ। শেষৰ যুগ্মকৰ ভাব তীব্ৰতা গোস্বামী ডাঙৰীয়াৰ চনেটৰ অন্যতম বৈশিষ্ট্য। 'প্ৰিয়তমাৰ চিঠিৰ' নিচিনাকৈ 'ইহা কন্দা' নামৰ আন এটি চনেটৰ শেষৰ যুগ্মকৰ ভাব আৰু তীব্ৰ—

'প্ৰেমৰ পদুম পাহি পেলালে শুকাই
ইহা কন্দা লৈয়ে হায় সংসাৰ ভাৱনা।'

'বন্ধেশ্বৰ মহত্ত্ব' এটি শোকৰ কবিতা। এইটো চনেটৰ শেষৰ যুগ্মকৰ ভাব তীব্ৰ। তিনিওটা চনেটৰ আৰ্হি পেট্ৰাৰ্কা। 'ৰৰদৈ চিলাক' চনেট শ্ৰেণীভুক্ত কৰা হয় যদিও ই এটি চৈধ্য শাৰীৰ কবিতা মাত্ৰ। কোনোটো শাৰীত চৈধ্যটাৰপৰা কুৰিটালৈকে আখৰ আছে। কবিতাটিৰ মাজত প্ৰকাশ পাইছে ৰৰদৈচিলাৰ প্ৰতি এটি শিশুসুলভ কাকুতি।

হেমচন্দ্ৰ গোস্বামীৰ চনেট সমূহ উৎকৃষ্ট চনেট নহয় যদিও বহুখিনি চনেটৰ লক্ষণ প্ৰকাশ পাইছে। এইবোৰ কবিতা কবিৰ আগ বয়সৰ ৰচনা। সেই বিষয়ে 'ফুলৰ চাকিত' লিখিছে—

"ইয়াৰ ভিতৰৰ কেবাটাও কবিতা লেখকৰ ১৩।১৪ বছৰ বয়সতে লিখা আৰু তেতিয়া লিখকে আৰ্হি লবৰ নিমিত্তে অসমীয়া ভাষাত গীতি কবিতা (Lyrical) আৰু চৈধ্যপদী (Sonnet) চানেকিত নাছিল, তেনেস্থলত তাত কিবা দোষ দেখিলে পাঠক সকলে যেন মাৰ্জনা কৰিব।"

কিছুমান কবিতা সঙ্গীত বা লয় প্ৰধান আৰু কিছুমান কবিতা চিত্ৰ প্ৰধান। হেমচন্দ্ৰ গোস্বামীৰ সৰহভাগ কবিতাই চিত্ৰ প্ৰধান। পুৰা কবিতাত প্ৰতিফলিত হোৱাৰ পৰে আন কবিতাটো একোখনি নিখুঁত চিত্ৰ অঙ্কিত হৈছে। প্ৰকৃতি কবিতাত গৌৰ জগতৰ এখনি চিত্ৰ ফুটি উঠিছে।

'কবি আৰু বিজ্ঞান' কবিৰ এটি উল্লেখযোগ্য কবিতা। কবিতাটিত কবিয়ে বৈজ্ঞানিক আৰু কবিৰ দৃষ্টিভঙ্গীৰ তুলনামূলক আলোচনা কৰিছে। কবি সৌন্দৰ্য্য দ্ৰষ্টা। জগতৰ সকলো সৌন্দৰ্য্য কবিৰ চকুত ধৰা পৰে। কিন্তু আকাশৰ ৰামধেনুৰ বং, বতাহত তাহি ফুৰা মেঘপুঞ্জ, জড় আৰু জীৱ জগতত কবিয়ে বিমল সৌন্দৰ্য্যৰ সন্ধান পায়। কবিপ্ৰাণ সৌন্দৰ্য্যৰ ঢৌত উটি বুৰি আনন্দত আত্মহাৰা। কিন্তু বৈজ্ঞানিকৰ দৃষ্টিৰে সেই সৌন্দৰ্য্যৰ কথা উপলব্ধি কৰিব নোৱাৰে। কবিয়ে বিজ্ঞান আৰু বৈজ্ঞানিকক তিৰস্কাৰ কৰি কৈছে—

'সৰলতা বোলে কাক নাজান মনত
ধিক এশবাৰ তোৰ ধিক জীৱনত,
কবিৰ শতৰু হেৰ অধম বিজ্ঞান
শুদা কি শিলেৰে সতে গথা তোৰ প্ৰাণ।'

যেহেতু কবিৰ দৃষ্টিত ধৰা পৰে জগতৰ সকলো সৌন্দৰ্য্যৰ অকণি আভাস—

'সকলোকে মাতে কবি মধুৰ নামেৰে
তৰুতো ঈশ্বৰ দেখে বিশ্বৰ ভিতৰে।'

'জাহাজ' গোস্বামী ডাঙৰীয়াৰ আন এটি উল্লেখযোগ্য কবিতা। পুৰাৰ মাধ্যমেৰে নবন্যাস আন্দোলনক স্বাগতম জনোৱাৰ দৰে 'জাহাজ' কবিতাৰ মাধ্যমেৰেও প্ৰগতিক আহ্বান জনাইছে। তেতিয়াৰ দিনত অসমত ৰেল মটৰৰ প্ৰচলন নাছিল। ব্ৰহ্মপুত্ৰ নৈত চলা জাহাজেই আছিল দূৰ ভ্ৰমণৰ একমাত্ৰ উপায়। অসমৰ বাহিৰলৈ যোৱাৰ একমাত্ৰ পথ জাহাজ। জাহাজত ভ্ৰমণ কৰি সেয়েহে কবিয়ে আন দেশ কেনেদৰে প্ৰগতিৰ পথত আগবাঢ়িছে সেই কথাৰ বুজ লবলৈ আহ্বান জনাইছে। আনহাতে ই এটি স্বদেশ প্ৰেমমূলক কবিতা। বিভিন্ন দেশৰ ঐতিহ্যৰ কথা বোমন্থন কৰি কবি আত্মমানিত জৰ্জৰিত।

'সকলো দেশতে মধ্যাহ্ন আলোক
চোৱা অসমত আজিও নিশা
সকলো দেশতে বসন্ত হাঁহিছে
চোৱা অসমত ঘোৰ বাৰিষা'

'জাতীয় সঙ্গীত ইংৰাজী'বপৰা ভাঙনী কৰা কবিতা যদিও ই এটি জাতীয় ভাবৰ কবিতা। 'আনন্দৰাম বৰুৱাৰ স্বৰ্গ যাত্ৰা' কবিতাত অসমীৰ সুসন্তান

আনন্দৰাম বৰুৱাৰ গুণানুকীৰ্তন কৰিছে। গোস্বামী ভাণ্ডাৰীয়া প্ৰেমৰ কবি নহয় যদিও 'কাকো আৰু হিয়া নিবিলাওঁ' 'এটি কটাক্ষ' 'কাকুতি' আদি কবিতাত প্ৰেমৰ চিত্ৰ নথকা নহয়।

'পেট' এটি ধুহুটীয়া কবিতা। পেটৰ মহিমা কীৰ্তন কৰি কবিয়ে লিখিছে পেটৰ বাবে কিদৰে বিভিন্ন শ্ৰেণীৰ মানুহ আৰু নানান প্ৰাণীয়ে লৰি ঢাপৰি ফুৰিছে। সকলো কেৱল পেটৰ বাবেই। শেষত জয়গান কৰি লিখিছে—

'ছাবাছ ছাবাছ পেট ভাল মজা কৰিলি
সংসাৰৰ মাজে ভাই তয়ে আচল বলী
এচমকা বস্তু হৈ
জগত কৰিলি জয়
পশু পক্ষী জাব জন্তু সকলোকে জিনিলি
সংসাৰৰ মাজে তই ভাল খেলা কৰিলি।'

ৰোমাণ্টিক যুগৰ বাটঘাটৰ তাতা সকলৰ এজন হিচাপে মুষ্টিমেয় কবিতা কেইটিৰ মাজেৰে গোস্বামী ভাণ্ডাৰীয়াই দক্ষতা দেখুৱাব পাৰিছে। তেওঁৰ কবিতাৰ ভাব-ভাষা সহজ সৰল। সৰহভাগ কবিতাই সাবলিল ছন্দত লিখা। আনহাতে সৰহ ভাগ কবিতাই চিত্ৰপ্ৰধান। 'ফুলৰ চাকি' কবিতা পুথিপথন অভিন্ন হৃদয় বন্ধুবৰ চন্দ্ৰকুমাৰ আগৰৱালাৰ উদ্দেশ্য আগবঢ়াইছিল—

'তাহানিয়ে তোলা সেই বনফুল কিটি
গাঁথিলো লগাই লগ 'ফুলৰ চাকিটি'
চেনেহ চানেকি মোৰ লোৱা হাত পাতি
নহলে পৰিব জয় আদৰ মালতী।'

চৰকাৰী চাকৰিৰ দায়িত্ব বহন কৰিও যিকণ আজৰি পাইছিল সেইকণ সময়ে অসমীয়া সাহিত্য, সাহিত্য সভা, ছাত্ৰ সন্মিলন, কামৰূপ অনুসন্ধান সমিতি আদি সমাজৰ এশ এবুৰি কামত আত্মনিয়োগ কৰিছিল। ১৯২৪ খৃঃত চৰকাৰী চাকৰিৰপৰা অৱসৰ গ্ৰহণ কৰিলে। ১৯২৭ খৃঃত বৰপুত্ৰ কিৰণৰ মৃত্যুত গোস্বামীয়ে বৰ আঘাত পালে। ইয়াৰ পিচত আৰু সৰহদিন জীয়াই নাথাকিল। ১৯২৮ খৃঃৰ ২ মে তাৰিখে হঠাৎ গোস্বামী ভাণ্ডাৰীয়াৰ লোকান্তৰ ঘটিল। অসমীয়া সাহিত্যৰ এখন বহল বুৰঞ্জী ৰচনা কৰাৰ মধুৰ কল্পনা মনৰ মাজতে মাৰ গ'ল।

# পদ্মনাথ গোহাঁঞি বৰুৱা

অসমীয়া সাহিত্যৰ সৰ্বজন পৰিচিত পদ্মনাথ গোহাঁঞি বৰুৱা একেবাৰে এগৰাকী কবি, নাটকাৰ, ঔপন্যাসিক আৰু বুৰঞ্জীবিদ। অসমীয়া সাহিত্যৰ অভাৱ পূৰণৰ বাবে পাঠ্য পুথি, কবিতা, নাটক, জীৱনী আদি সাহিত্যৰ সকলো দিশতে হাত ফুৰাই যোৱা জোনাকী যুগৰ সাহিত্যিক সকলৰ ভিতৰত পদ্মনাথ গোহাঁঞি বৰুৱা অন্যতম।

গোহাঁঞি বৰুৱাৰ জন্মস্থান উত্তৰ লক্ষীমপুৰৰ নকাৰি মৌজাৰ নকাৰি গাঁও। জন্ম ১৭৯৩ শক, ১৮৭১ খৃঃত। উত্তৰ লক্ষীমপুৰতে তেওঁৰ বিদ্যাৰম্ভ হয়। কিন্তু এণ্ট্ৰেন্স পৰীক্ষা পাচ কৰিছিল সুদূৰ কহিমা হাইস্কুলৰ পৰা। তেতিয়া উচ্চশিক্ষাৰ বাবে অসমত কলেজ স্থাপন হোৱা নাছিল কলিকতাত গৈ এফ, এ, আৰু আইন পঢ়িলে যদিও এটিতো পাচ কৰা নহ'ল। সেই সময়ত কলিকতাত অসমীয়া ছাত্ৰৰ মাজত অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা আৰু নৱন্যাস আন্দোলনৰ পূৰ্ণ পয়োভৰ। গোহাঁঞি বৰুৱা নৱন্যাস আন্দোলনৰ এজন অন্যতম গুৰিয়াল। বেণুধৰ ৰাজখোৱা কৃষ্ণপ্ৰসাদ দুৱৰা আদিৰ সহযোগত ১৮৯০ খৃঃত কলিকাতাৰপৰা বিজুলী নামৰ এখন আলোচনী প্ৰকাশ হয়। গোহাঁঞি বৰুৱা বিজুলীৰ সম্পাদক আছিল। বিজুলীতেই প্ৰকাশ হয় গোহাঁঞি বৰুৱাৰ প্ৰথম উপন্যাস 'ভানুমতী' (১৮৯১ খৃঃ)। ভানুমতী আনহাতে প্ৰথম অসমীয়া উপন্যাস।

শিক্ষা শেষ কৰি ১৮৯৩ খৃঃত পোন প্ৰথমতে কহিমা চৰকাৰী মজলীয়া স্কুলৰ প্ৰধান শিক্ষক হয়। ১৮১৯ খৃঃত কহিমাতে তেওঁৰ প্ৰথমা পত্নী লীলাৱতীৰ মৃত্যু হয়। প্ৰিয়তমা পত্নী লীলাৱতীৰ স্মৃতিয়ে লীলা কাব্যৰ বিষয়বস্তু।

ছাত্ৰাৱস্থাৰপৰা গোহাঁঞি বৰুৱাই পাঠ্য পুথিৰ অভাৱ বৰকৈ অনুভৱ কৰিছিল। কলিকতাৰপৰা আহিয়ে পানীন্দ্ৰ গগৈৰ লগ লাগি পাঠ্য পুথি ৰচনা কৰাত মনপুতি লাগিল। সেই অনুপ্ৰেৰণাৰে আদি শিক্ষা তিনিছোৱা, সাহিত্য সংগ্ৰহ, জীৱনী সংগ্ৰহ, ভূগোল দৰ্পণ আদি বিভিন্ন পাঠ্য পুথি ৰচনা কৰিছিল।

১৯১৭ খৃঃত অসম সাহিত্য সভা স্থাপন হয় আৰু সাহিত্য সভাৰ প্ৰথম অধিবেশনত সভাপতি নিৰ্বাচিত হয় গোহাঁঞি বৰুৱাই। তেওঁপুৰৰ পৰাই ১৯০৭ খৃঃত 'উষা' নামৰ আলোচনী এখন উলিয়ায়। পিচত তেওঁপুৰৰ পৰাই 'আসাম বন্তি' নামৰ আন এখন কাকতো উলিয়াইছিল। তেতিয়াৰ ইংৰাজ চৰকাৰৰপৰা পোন প্ৰথম সাহিত্যিক পেঞ্চন লাভ কৰিছিল গোহাঁঞি বৰুৱাই। তেজপুৰত গোহাঁঞি বৰুৱা অনাৰেৰি মেজিষ্ট্ৰেত আৰু মিউনিচিপালিটিৰ চেয়াৰমেন আছিল।

১৯৪৬ খৃঃৰ ৮ বহাগত তেজপুৰৰ নিজা বাসভৱন পদ্মকুটিৰত গোহাঁঞি বৰুৱা ডাঙৰীয়াৰ জীৱন-বন্তি নিৰ্বাপিত হয়।

গোহাঁঞি বৰুৱাৰ ভানুমতী (১৮৯১ খৃঃ) প্ৰথম উপন্যাস, লাহৰী (১৮৯২ খৃঃ) তেওঁৰ দ্বিতীয় উপন্যাস। 'জয়মতী' 'গদাধৰ' 'লাচিত বৰফুকন' আৰু 'সাধনী' তেওঁৰ বুৰঞ্জী মূলক নাটক। 'বাণ ৰজা' পৌৰাণিক নাট। 'গাওঁবুঢ়া,' 'টেটোন তামুলী' আৰু 'ভূত নে ভ্ৰম' ধেমেলীয়া নাট। গোহাঁঞি বৰুৱাৰ সাহিত্য সাধনাৰ কীৰ্তিস্তম্ভ স্বৰূপ তিনিখণ্ডত ৰচিত 'শ্ৰীকৃষ্ণ' গ্ৰন্থ।

গোহাঁঞি বৰুৱাৰ কবিতাৰ পুথি তিনিখন, 'লীলা কাব্য', 'ফুলৰ চানেকি' আৰু 'জুৰণি' জুৰণি খণ্ড কবিতা আৰু তেওঁৰ নাটক সমূহৰপৰা সংগ্ৰহ কৰা অংশ বিশেষৰ সংকলন।

গোহাঁঞি বৰুৱাৰ লীলা সম্পূৰ্ণৰূপে এখন ব্যক্তিকেন্দ্ৰিক কাব্য। প্ৰথমা পত্নী লীলাৱতীৰ কৰুণ স্মৃতিয়ে পুথিখনিৰ বিষয়-বস্তু।

মৰিলে নাথায় মচা সেঁৱৰণী ৰেখা।
ধাৰে বোৱা চকুলোৰ দুগালে চোৱায়।

কবিয়ে লীলা কাব্যকে বস্তুনিষ্ঠ (Subjective) বা তন্ময় কবিতাত ৰূপ দিবলৈ চেষ্টা কৰিছে। কিন্তু লীলা কাব্যক একেবাৰতে বস্তুনিষ্ঠ কবিতা

বুলি কব নোৱাৰি। কবিয়ে যেতিয়া নিজৰ আত্মানুভূতিক, ব্যক্তিগত অভিজ্ঞতাক, চিন্তাভাবনাক কাব্যৰ সামগ্ৰীৰূপে গ্ৰহণ কৰি আত্মপ্ৰকাশ কৰে তেতিয়া তাক মৃন্ময় বা ব্যক্তিনিষ্ঠ (Objective) কবিতা কোৱা হয়। সূক্ষ্মভাৱে বিচাৰ কৰিলে লীলা কাব্য ইয়াৰ ওপৰলৈ যাব পৰা নাই। কবিৰ চাকৰি জীৱনৰ আৰম্ভণি, লীলাৰ সৈতে বিবাহ-বন্ধন, সংসাৰ-যাত্ৰা আৰু লীলাৰ মৃত্যু এই দৈনন্দিক জীৱনৰ কথা সমূহে কাব্যৰ বিষয়বস্তু। কাব্যৰ বিষয় বস্তু জাগতিক বিষয়ৰপৰা আঁতৰি যাব পৰা নাই অৰ্থাৎ কাব্যখনিত নৈৰ্ব্যক্তিক ৰূপ এটি দি সাৰ্বজনীনতা লাভ কৰিব পৰা নাই।

কবিয়ে যেতিয়া বস্তু জগতক যথাযথ ৰূপত প্ৰকাশ কৰে তেতিয়া সেই কাব্যক বস্তুনিষ্ঠ বা তন্ময় কবিতা কোৱা হয়। লীলা কাব্যত কবিৰ তেনে এটি প্ৰচেষ্টা পৰিলক্ষিত নোহোৱা নহয়। লীলাৰ লগত সংসাৰ যাত্ৰাৰ বিবৰণ দিওঁতে কবিয়ে দৃশ্যমান জগতৰ বস্তু সত্তাৰ, পৰ্বতীয়া প্ৰকৃতিৰ অপ-ৰূপ দৃশ্যৰাজিৰ একোখনি নিখুঁত চিত্ৰ অঙ্কন কৰিবলৈ চেষ্টা কৰিছে। এনেবোৰ বৰ্ণনাই কাব্যখনিৰ কাব্যিক সৌন্দৰ্য্য বঢ়াইছে যদিও কবিয়ে ব্যক্তিগত জীৱনৰ দিন লেখাৰপৰা আঁতৰি নৈৰ্ব্যক্তিক চিত্ৰ অঙ্কনত সফল হ'ব পৰা নাই। কাব্য এখন ৰচনা কৰিবলৈ যিখিনি বিষয়-বস্তুৰ আৱশ্যক ব্যক্তিগত হ'লেও লীলা কাব্যৰ বিষয়-বস্তু তাৰ বাবেই যথেষ্ট। আনহাতে প্ৰাকৃতিক পৰিবেশেও কবিক সহায় কৰিছে। কাব্য এখনত থাকিব লগীয়া গুণ বা লক্ষণৰ প্ৰতি দৃষ্টি ৰাখি বন্দনাৰে কবিয়ে লীলা কাব্য আৰম্ভ কৰিছে। তেতিয়া কবিৰ বয়স একুৰি আঠ বছৰ। প্ৰথমা পত্নীৰ দাম্পত্য জীৱনৰ সুখৰপৰা বঞ্চিত হোৱা কবিয়ে সংযমৰ বান্ধ বাখিব নোৱাৰিলে। ব্যক্তিগত আবেগ অনুৰাগত্ৎগাদএৰি দি কবি উৰাউল হৈ পাৰল মৰমী পত্নীৰ স্মৃতি সুঁৱৰি—

বুকুত মুখনি
ধৰি হৈঁপাহ বান্ধেৰে, ঘনে সোধো কিবা
উছাহ আবেগ কিবা, নাজানো কি ভাবে
ও হ ও তানে এটি সুৰ, ঘন উশাহেৰে
নাকেদি বাহিৰ হ'ল তাল ফুটা বাঁহি
বুজালো হিয়াৰ ভাব হিয়া ভিখাৰীয়ে

কিযে শান্তি কিযে অনুভব
অৰ্দ্ধাঙ্গী মিলন হায় অৰ্দ্ধাঙ্গিনী সতে
শিৰে, ঘ্ৰাণে, গালে মুখে প্ৰতি অঙ্গ ভাগে।

প্ৰথম সৰ্গত কাব্যিক সৌন্দৰ্য্য প্ৰকাশ পাইছে। গোটেই কবিতাবাজিক এটা শোক গীতি ( Elegy ) আখ্যা দিব পাৰি। অৱশ্যে শোক গীতি ( Elegy ) হিচাপে শ্ৰেণী বিভাগ কৰা সহজ নহয়।

কাব্যখনিৰ ভিতৰত থকা নৈসৰ্গিক বৰ্ণনাসমূহ জীৱন্ত আৰু মনোৰম

বনৰ হৰিণা সতে সৰল প্ৰাণেৰে
সমানে বিহাৰ কৰে সৰল প্ৰকৃতি
নিজৰা নিস্বন নাৰ অমৃত সমান
সুখ খাদ্য ফল মূল প্ৰকৃতি বিভৱ।

কবিৰ কহিমা যাত্ৰাপথৰ প্ৰাকৃতিক দৃশ্যৰাজি আৰু নামবৰ হাবিৰ বৰ্ণনা মনোৰম। সন্ধানী দৃষ্টিৰে প্ৰকৃতি সত্তাৰ প্ৰতি কবিয়ে দৃষ্টি নিক্ষেপ কৰিছে। আনহাতে কাব্যত বৰ্ণিত চৰিত্ৰৰ মাধুৰ্য্যতা দেখা যায় কবিৰ সূক্ষ্ম অনুভূতিৰ স্বতঃস্ফূৰ্ত্ত প্ৰকাশ।

গড়ালত বন্দী বক ৰাজহংস জাক
লভিলে মেলানি যেন পুখুৰী পানীত
ওপতি বিভোল হয়, উলাহত মনে
কোলাৰ শিশুৱে নামি পালে ধূলি খেলা
কোমল প্ৰাণত যেন আনন্দ নধৰে।

প্ৰকৃতিৰ দৃশ্যৰাজিক আপোন পাহৰা হৈ কবিয়ে বৰ্ণনা দিব পাৰিলে কাব্যখন সাহিত্য হিচাপে সমাদৃত হ'লহেঁতেন। কিন্তু কবিয়ে আপোন পাহৰা হ'ল প্ৰেয়সী লীলাৰ সৌন্দৰ্য্য অন্বেষণত "লীলা মোৰ আপুনি কবিতা।" প্ৰেয়সীৰ মাজেৰে পৰাণ পৰিতৃপ্ত কৰিবলৈ কবিয়ে ব্যাকুল হৈ পৰিছে--

বুকুত চপাই ধৰি হাঁহি সুবাগেৰে
দিলোঁ এটি হিয়া চেপা আবেগ বান্ধেৰে
শুজিলোঁ শলাগ ঋণ

লীলাৰ প্ৰতি কবিৰ যি আবেগ-অনুৰাগ, প্ৰেম-প্ৰীতি সি অকল দাম্পত্য

যথাযথ প্ৰয়োগ হোৱা নাই। আনহাতে কাব্যখনিত নাট্যকীয় নাইবা কাব্যিক আবেগ অনুৰাগো একো নাই। ঘটনাৰ সত্যৰূপ বা প্ৰকৃত ৰূপ কবিয়ে প্ৰকাশ কৰিছে যথাযথভাৱে। কল্পনাৰ ৰঙীন বৰ্ণনাৰ সলনি অকল বাস্তৱৰ ৰূপ বৰ্ণনাৰে-এখনি কাব্য ৰচনা কৰিবলৈ ললে সি দিন লেখাৰ উচ্চ পৰ্য্যায়লৈ উধাব নোৱাৰে। লীলা কাব্যত কবিয়ে কল্পনা প্ৰৱণতাত আশ্ৰয় লৈ নাটকীয় পৰিবেশ ফুটাই তুলিবলৈ যত্ন কৰিছিল। কিন্তু সি কাৰ্য্যত পৰিণত নহ'ল। চঞ্চল আবেগ অনুৰাগ আৰু নৈসৰ্গিক বৰ্ণনাৰ বাহিৰে কবিয়ে কাব্যখনিত গাম্ভীৰ্য্য আৰোপ কৰিবপৰা নাই। আনহাতে কাব্যখনিত উপযুক্ত পৰিবেশৰো অভাৱ।

পদ্মনাথ গোহাঁঞি বৰুৱাই লীলা কাব্য ৰচনা কৰিছে মাইকেল মধুসূদন দত্তৰ আৰ্হিৰে। মাইকেল মধুসূদন দত্তৰ আৰ্হি ললেও কবিয়ে নিজস্ব বৈশিষ্ট্য প্ৰকাশ কৰিব পাৰিছে ৰচনা-শৈলী আৰু প্ৰকাশ ভঙ্গীৰ মাজেৰে। কাব্যখনিৰ ভাষা সাবলীল আৰু নিমজ। অমিত্ৰাক্ষৰ ছন্দত লিখিলেও প্ৰকাশ ভঙ্গী সহজ সৰল।

গোহাঁঞি বৰুৱাৰ 'ফুলৰ চানেকি' (১৯২১ খৃঃ) আৰু 'জুৰণি' (১৯৩৮ খৃঃ) দুখনি কবিতাৰ সংকলন। ফুলৰ চানেকি ৪২ টা কবিতাৰ আৰু জুৰণি ১০৪ টা কবিতাৰ সমষ্টি। জুৰণিৰ ৩৫টি চনেট'পদ্ৰ চৈধ্য শাৰীৰ কবিতা।

'ফুলৰ চানেকি' কবিৰ মতে 'বিশিষ্ট কবিতা ফুল'। পাতনিত লিখিছে "এই চানেকিত বছা কবিতা ফুল আটাইবোৰে মোৰ নিজা ফুলনিৰ। তাৰ নিমিত্তে মই কাৰো ওচৰত হাত পাতিব লগা হোৱা নাই। আদিৰেপৰা আজিলৈকে মোৰ ৰচিত কবিতা ফুলবোৰ চাওঁ বুলিলে একে ঠাইতে পোৱাকৈ থাপকতে থুপাই থোৱাৰ অভিপ্ৰায়ে 'ফুলৰ চানেকি' এখন হাতে আঁকা চকুৱা পাতত বাছি থোৱা আছিল ফুলৰ চানেকিৰপৰা কিছুমান বিশিষ্ট কবিতা ফুল বাছি আনি তাৰে সৈতে তাৰ এছোৱাৰ বিশিষ্ট তাঙৰণ এটা উলিয়াবৰ অৰ্থে এইখন ফুলৰ চানেকি মুদ্ৰিত কৰা হৈছে।" ফুলৰ চানেকিৰ ৪২ টা কবিতাৰ ভিতৰত ৯টা সুকীয়া নাটকৰ অংশ।

কবি হিচাপে গোহাঁঞি বৰুৱাই খ্যাতি লাভ কৰিব পাৰিছে বৰ্ণনাত্মক খণ্ড কবিতা আৰু চনেটবোৰৰ মাজেৰে। কবিৰ ৰচিত চনেটবোৰৰ ভিতৰত কবিতা, কবি, কল্পনা, উৰ্মিলা, আদি উল্লেখযোগ্য। গোহাঁঞি বৰুৱাৰ জুৰণিৰ ১০৪টা কবিতাৰ ভিতৰত ৩৫টা চৈধ্যপদী কবিতা বা চনেটৰ আকৃতিৰ।

কবিতা কেইটি চনেট হ'লেও সাধাৰণ পয়াৰ জাতীয় কবিতাহে। শেষৰ যুযুকৰ ভাব তীব্ৰতাৰ বাহিৰে চনেটৰ আন লক্ষণ প্ৰকাশ পোৱা নাই। চনেট-বোৰৰ মাজেৰে কবিৰ সংযত কল্পনাভাবৰ গাম্ভীৰ্য্য প্ৰকাশ পাইছে। ব্ৰহ্মপুত্ৰ, কল্পনাৰ চকু, ঢোপাকলি, কবিতা, কবি, প্ৰকৃতি আদি চৈধ্য শাৰীৰ কবিতা যদিও চনেটৰ কোনো লক্ষণ প্ৰকাশ পোৱা নাই। চৈধ্য শাৰীৰ কবিতাৰ আৰ্হিৰ জীৱন, শদিয়া, নেদেখা জন, উষাহৰণ, অকলে, আদি যোল শাৰী কবিতা। কিন্তু চনেটৰ ভাব কল্পনা এনেবোৰ কবিতাত অভাৱ।

কবি গোহাঞি বৰুৱাৰ কবিতা অব্যক্ত ভাবৰ হেতু মানসী তুল্য। দুৰ্গেশ্বৰ শৰ্মা আৰু বেজবৰুৱাৰ একে নামৰ কবিতাৰ সমগোত্ৰীয় গোহাঞি বৰুৱাৰ কবিতা জগতৰ সকলো প্ৰাণী বা বস্তু সম্ভাৰৰ অব্যক্ত ভাবৰ বেদনা প্ৰকাশৰ বাহন স্বৰূপ। 'কবিতা' মানুহৰ চিন্তা আৰু কল্পনা গছত ফুলা এপাহি ফুল আৰু শোকৰ সঙ্গীত বেজাৰৰ কলা বেখা।

উৰ্মিলা কবিৰ আন এটি চনেট। ৰত্নকান্ত বৰকাকতীৰ উৰ্মিলা নামৰ কবিতাৰ বিষয়-বস্তুৰ লগত একে নহয়। উৰ্মিলাক উপেক্ষা কৰা বাবে বৰকাকতীৰ কবিতাত বাল্মীকিক দোষাৰোপ কৰিছে। গোহাঞি বৰুৱাই তেনে কৰা নাই। গোহাঞি বৰুৱাৰ মতে বাল্মীকি সুচতুৰ আৰু উৰ্মিলাৰ প্ৰতি দৰদ বেচি। সেইবাবে মৰ্ত্তভূমিত অৰ্দ্ধ বিকাশতে ৰাখি স্বৰ্গৰ কাৰণে গোপন কৰিলে। কবিৰ উদ্দেশ্য উৰ্মিলাৰ সহানুভৱতা স্বৰ্গত প্ৰকাশ হওক।

সুচতুৰ স্বৰ্গী কবি স্বৰ্গৰ কাৰণে
উৰ্মিলা পাহিটি থলে অৰ্দ্ধেক গোপনে।

মিলন মহত্ত্ব কবিতাত কবিয়ে মিলনৰ জয় ঘোষণা কৰি সৃষ্টি পাতনিৰ কথা সুঁৱৰি চাইছে। উষা আন এটি অৰ্থব্যঞ্জক কবিতা। উষাৰ পোহৰেৰে পৃথিৱী পোহৰ কৰাৰ দৰে কবি সম্পাদিত উষা আলোচনীৰে বিচাৰিছে জ্ঞানৰ পোহৰ বিলাবলৈ।

ওৰণি কবিৰ এটি ব্যঙ্গ কবিতা। ওৰণি কবিতাৰ মাধ্যমেৰে ডেকা প্ৰেমিকৰ অদম্য বাসনাৰ ইঙ্গিত দিব বিচাৰিছে। হিতেশ্বৰ বৰবৰুৱাৰ কাণৰ থুৰিয়া কবিতাৰ লগত সাদৃশ্য আছে। কবি গোহাঞি বৰুৱাই জনমে জনমে ওৰণি হবলৈ হাবিয়াস কৰাৰ অন্তৰালত এটি তীব্ৰ ব্যঙ্গ লুকাই আছে। এনে ধৰণৰ কিছুমান কবিতা ৰোমাণ্টিক ভাবৰ যদিও কল্পনা সংযত। ভাব-ভাষাও সহজ

সৰল। গোহাঞি বৰুৱাৰ কবিতাৰ প্ৰতি লক্ষ্য ৰাখি ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে—"গীতি কবিতাৰ অনুভৱ তীব্ৰতা আৰু প্ৰকাশ ব্যাকুলতা গোহাঞি বৰুৱাৰ কবিতাত নাই, কিন্তু চনেট কবিতাৰ উপযোগী সংযত কল্পনাৰ তেওঁ অধিকাৰী।'

'ফুলৰ চানেকি'ৰ শেষফালে গোহাঞি বৰুৱাৰ স্বৰচিত নাটকৰ কাব্যিক অনুভূতি থকা কবিতা কিছুমানো সন্নিবিষ্ট কৰিছে। ইয়াৰ ভিতৰত জয়মতী, গদাধৰ আৰু সাধনী নাটৰ অংশই সৰহ।

কবিৰ 'উপাৰ্জন'ত হেমচন্দ্ৰ গোস্বামী, মাণিক চন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, কমলাকান্ত ভট্টাচাৰ্য্য, কবি ৰবীন্দ্ৰ নাথ আদি তৰ্পণ জাতীয় কবিতা। কোনোটো চৈধ্য শাৰীৰ চনেট গঢ়ৰ আৰু কোনোটো যোল শাৰীৰ লক্ষ্মীনাথক উদ্দেশ্য কৰি লিখিছে—

ৰাজ বেজবৰুৱাৰ বধে কোনে সাধ্য কাৰ
মৰিও অমৰ তেওঁ লেখনীৰে আপোনাৰ
অসমীয়া ভাষা নাম আছে মানে জগতত
কৃপাবৰ লক্ষ্মীনাথ অমৰ ই মৰতত।

হেমচন্দ্ৰ গোস্বামীক উদ্দেশ্য কৰি লিখা চনেটত গোস্বামীয়ে প্ৰথম চনেট লিখা কথা উল্লেখ কৰিছে—

'চনেট চানেকি ৰাচ পোন প্ৰথমতে
প্ৰকৃতিৰ ছো-ঘৰ চাই পিতৃ-পিত
অসমীয়া সাহিত্যৰ ভঁৰালত থিত
নতুন সম্ভাৰ এটি ৰচিলা লাচতে।

এইটো চনেট পেট্ৰাৰ্কাৰ আৰ্হিৰ। চনেটত থকা ক। খ। খ। ক। ক। খ। খ। ক, গ। ঘ গ। ঘ গ। ঘ নিয়ম পালন কৰা দেখা যায়। অষ্ট পদিকা ষটপদিকাৰ ভাগ বিভাগৰ প্ৰতি সজাগ নহয়।

কবিৰ তৰ্পণ জাতীয় কবিতা ৰাজিত মহান মনীষীসকলৰ চৰিত্ৰৰ আভাস দিবলৈ যত্ন কৰা দেখা গৈছে। ...



# ৰঘুনাথ চৌধাৰী

যি সকল কবিৰ কবিতাই নৱন্যাস আন্দোলন পৰিপুষ্ট কৰি তুলিছিল, ৰঘুনাথ চৌধাৰী সেইসকলৰ মাজৰ অন্যতম শ্ৰেষ্ঠ। কবিৰত্ন অলঙ্কাৰেৰে বিভূষিত ৰঘুনাথ চৌধাৰী অসমীয়া কাব্য জগতত বিহগী কবি নামেৰে পৰিচিত। জোনাকী যুগৰপৰা মৃত্যুৰ আগমুহূৰ্ত্তলৈকে (১৯৬৭ খৃঃ) অসমীয়া সাহিত্যৰ অণু-পৰমাণুৰ লগতে কবি চৌধাৰী পৰিচিত। তিনি-কুৰিৰ ওপৰ এই দীঘল কালছোৱাৰ কবি চৌধাৰী আছিল এগৰাকী জীৱন্ত ইতিহাস।

কবিৰ ব্যক্তিগত জীৱন এটি কৰুণ উপচি পৰা সংঘাতপূৰ্ণ জীৱন। কামৰূপ জিলাৰ লাওপাৰা গাঁৱত ১৮৭৮ খৃঃৰ মাঘ মাহৰ ৫ তাৰিখে ৰঘুনাথ চৌধাৰীৰ জন্ম। নিচেই কেঁচুৱা কালতে পিৰালিৰপৰা বাগৰি গৈ শিলৰ চেপাত ভৰি দুখন সোমাই পৰে। ফলত দুয়োখন ভৰি নিশকতীয়া হয়। ওৰে জীৱনৰ বাবে মূৰ পাতি লব লগা হয় বিকলাঙ্গ শৰীৰৰ অসহনীয় বোজা। শাৰীৰিক দুৰ্যোগৰ লগতে দেখা দিয়ে পাৰিবাৰিক দুৰ্যোগ। চাৰি বছৰ বয়সতে এজন এজনকৈ মাক দয়ালতা আৰু ককায়েক বায়েকক চিৰদিনৰ বাবে হেৰুৱায়। পত্নী আৰু সন্তান-সন্ততি হেৰুৱাই পিতৃ ভোলানাথ চৌধাৰী একপ্ৰকাৰ উন্মাদ হ'ল। কবি চৌধাৰী ডাঙৰ দীঘল হব লগা হ'ল আনৰ আশ্ৰয়ত। ল'ৰাকালতে এদিন দেউতাককো হেৰুৱাই একেবাৰে নিঠৰুৱা হৈ পৰিল।

পিছৰ জীৱনৰ বৈৰাগ্যৰ মূলতে ল'ৰাকালৰ সংঘাতপূৰ্ণ নিঠৰুৱা জীৱনৰ কৰুণ স্মৃতি। নিচেই চালুকীয়া বয়সতে ভাগি পৰা সংসাৰখনৰ কৰুণ স্মৃতিৰে এখন নতুন সংসাৰ ৰচনা কৰা কবিৰ বাবে সম্ভৱ নহ'ল।

ঘৰুৱা জীৱনৰ দৰে কবিৰ শিক্ষা জীৱনো সংঘাতপূৰ্ণ। পঢ়াশলীয়া শিক্ষা হাইস্কুলৰ চাৰিবেৰৰ মাজতে সীমাবদ্ধ। হাইস্কুলত এদিন ভুল বুজাবুজিৰ বাবে শিক্ষকৰ লগত মনোমালিন্য ঘটিল। সিদিনাৰেপৰা একপ্ৰকাৰ শিক্ষা জীৱনৰ সামৰণি পৰিল। জগতৰ প্ৰথিতযশা সৰহভাগ কবি সাহিত্যিকৰেই শিক্ষা জীৱন ৰাবিষাৰ ভাৱৰেৰে মেঘাচ্ছন্ন। পঢ়াশালীৰ পাঠ্যক্ৰমৰ বাধ্য-বাধকতাৰপৰা মুক্তি লাভ কৰি এই চাম কবি সাহিত্যিকে বিচৰণ কৰে প্ৰকৃতি জগতত। প্ৰকৃতিৰ শ্যামলীয়া শোভা বিভিন্ন ঋতুৰ সৌন্দৰ্য্য, বনসখী বিহঙ্গমৰ কণ্ঠসঙ্গীত জান জুৰিৰ কুলু কুলু ধ্বনি, পৰ্বতৰ ধ্যান গম্ভীৰ ৰূপ আৰু বৈচিত্ৰপূৰ্ণ মানৱ জীৱন কবি সাহিত্যৰ সকলৰ প্ৰেৰণাৰ উৎস আৰু সমল। পঢ়াশালিৰ বাধ্যবাধকতা আৰু নিৰ্দিষ্ট পাঠক্ৰমৰ মাজতে নিজকে আবদ্ধ ৰখা এইচাম জ্ঞান-পিপাসুৰ ধৈৰ্য্যৰ বাহিৰত। নৈসৰ্গিক প্ৰকৃতি বিশ্বজগতৰ বিশাল প্ৰাঙ্গন তেওঁলোকৰ সাধনা মন্দিৰ। বৰ্ডচৱৰ্থ কালিদাসৰ ঘাই পঢ়াশালি বিশ্বজগত আৰু প্ৰকৃতিৰ বিভিন্ন সৌন্দৰ্য্য। কবি চৌধাৰীয়েও জীৱনৰ এনে এটি লগ্নিক্ষণতে উপলব্ধি কৰিব পাৰিলে বিশ্বপ্ৰকৃতিৰ স্বৰূপ।

জড় জগতত জীৱ জগতত
পাওঁ সকলোতে দেখা
মহাবিশ্ব জুৰি বিৰিঙিছে যেন
আ৹ন্দৰ পূৰ্ণৰেখা।

আত্ম-পৰিজন হেৰুৱা কবিৰ নিঠৰুৱা জীৱন বৈৰাগ্যমূলক হ'লেও নিৰাশা-বাদী নহয়। এইখিনিতে প্ৰশ্ন হয় বৈৰাগ্যক জীৱনৰ অবলম্বন হিচাপে গ্ৰহণ কৰা এইজনা কবি নিৰাশাবাদী নহল কিয়? আনৰ আপদালত ভাঙৰ হোৱা 'কেৱলীয়া কবি' চিৰকালেই সমাজপ্ৰিয়। কবিৰ জীৱনৰ সৰহকাল কটালে তৰপুৰ সংসাৰ এখনৰ সান্নিধ্যত। বনৰ মাজত বাস কৰি ঋষি-মুনি সকলে জীৱনৰ বৈৰাগ্য অবলম্বন কৰা বিশেষ টান নহয়। কিন্তু তৰপুৰ মূল্যাৰ সংসাৰৰ সান্নিধ্যত থাকি বৈৰাগ্য জীৱনযাপন কৰা সচাকৈয়ে দুৰূহ। কবি চৌধাৰীৰ দৰে তেনে দুৰূহ জীৱনযাপন কৰা আৰু দুজন কবি যতীন্দ্ৰ-নাথ দুৱৰা আৰু নীলমণি ফুকন। নীলমণি ফুকন বয়সত চৌধাৰীৰ প্ৰায় সমবয়সীয়া, দুৱৰা বয়সত ভালেমান সৰু। দুৱৰাৰ জীৱন অকল বৈৰাগ্য-মূলক নহয়—নিস্পৃহ। অকলশৰীয়া কবিয়ে সংসাৰৰ হাই-উৰুমিৰ পৰা

আঁতৰি পাহৰণি নৈৰ পাৰত পজা সাজি বাস কৰি থাকিব বিচাৰে। দুৰবাৰ সাংসাৰিক নিস্পৃহতাৰ মূলতে মানসিক সংঘাত।

সাহিত্য-জগতত ৰঘুনাথ চৌধাৰীৰ ভূমিকা দৈত—সংবাদিক আৰু কবি। জোনাকীত সহকাৰী সম্পাদক হিচাপে আৰম্ভ হোৱা সাংবাদিক জীৱন জয়ন্তীৰ মাজেৰে অগ্ৰসৰ হৈ সুৰভিত শেষ হয়। চৌধাৰী সম্পাদিত শিশু আলোচনী মইনা। তেওঁৰ জীৱনৰ কীৰ্তিস্তম্ভ অনুপম কাব্যৰাজি। তেওঁৰ ৰচিত কাব্যৰাজি আঙুলিৰ মূৰত লেখিব নোৱাৰা বিধৰ সংখ্যা সাপেক্ষ নহয়, গুণ সাপেক্ষহে। তিনিকুৰি বছৰে কাব্যচৰ্চা কৰা কবিৰ স্বৰচিত কবিতাৰ পুথি সাদৰী (১৯১০ খৃঃ) দহিকতৰা (১৯৩১) কেতেকী (১৯১৮) কাৰবালা (১৯২৩) আৰু নৱমল্লিকা (১৯৫৮)। সাদৰী আৰু দহিকতৰা পূৰ্ব প্ৰকাশিত কবিতাৰ সংকলন। কেতেকী আৰু কাৰবালা কাব্য, নৱমল্লিকা কথা কবিতাৰ পুথি।

চৌধাৰীৰ কবিতাৰাজিক প্ৰধানকৈ দুই শ্ৰেণীত ভাগ কৰিব পাৰি। ডক্টৰ নেওগৰ সুৰত কবলৈ হ'লে "এটা ইন্দ্ৰিয়মুখী আনটো ইন্দ্ৰিয় বিমুখী। এটিত ৰূপ, ৰস, গন্ধ স্পৰ্শ আৰু শব্দস্বৰূপ তন্মাত্ৰ লব্ধ জীৱনৰ প্ৰকৃতিৰ প্ৰতি আকৰ্ষণ। আনটিত ভাৰতীয় চিত্তবৃত্তিৰ চিৰচিনাকি ভক্তি জ্ঞান বৈৰাগ্যৰ উদ্দাম ভাব।" তেওঁৰ কবিতা একেবাৰতে নিয়মৰ বান্ধোনেৰে শৃঙ্খলিত কৰা সহজ নহয়। সৰহভাগ কবিতাৰে ইটো শ্ৰেণীৰ লগত সিটো শ্ৰেণীৰ অঙ্গাঙ্গী সম্বন্ধ। তেওঁৰ বৈৰাগ্যমূলক কবিতাটো প্ৰকৃতিৰ সজীৱ সত্তা আৰোপ কৰিছে আৰু প্ৰকৃতি বিষয়ক কবিতাও বৈৰাগ্যৰ ক্ষীণ ধ্বনিৰে প্ৰতিধ্বনিত। যিবোৰ ইন্দ্ৰিয়মুখী কবিতা সেইবোৰত প্ৰকৃতিৰ সজীৱ বৰ্ণনা, ঋতু সম্ভাৰৰ বাণী চিত্ৰ, বিহগী জীৱনৰ কলকণ্ঠ, জানজুৰীৰ গীতি তৰঙ্গ, ফুলৰ অপৰূপ সৌন্দৰ্য্য আৰু ধ্যানগম্ভীৰ পাহাৰৰ কল্পচিত্ৰৰ মাজতো শুনা যায় বৈৰাগ্যমূলক ভাবৰ প্ৰতিধ্বনি। সৌন্দৰ্য্য সন্ধানী কবিৰ মানসতৰীত শুনা যায় নিজানৰ সিপাৰৰ নেদেখা সৰগথনৰ ৰিণিকি ৰিণিকি সুৰ। অতীন্দ্ৰিয় জগতৰ সন্ধানো কবিয়ে লাভ কৰে প্ৰকৃতিৰ বাণী চিত্ৰ মাধ্যমেৰে।

কবিৰ বৈৰাগ্যমূলক কবিতা অৰ্থাৎ ইন্দ্ৰিয় বিমুখী কবিতা 'ভিক্ষা' 'ফুলশয্যা' 'বৈৰাগ্যৰ কথা, 'বণিজৰ কথা' (অন্তিম জ্যোতি) অকলশৰীয়া জীৱনৰ বেদনা-বোধ, বিৰহ-বেদনা, দুখৰ কথা প্ৰকাশ পালেও তাহি উঠিছে প্ৰকৃতি

জগতৰ এখনি সুন্দৰ চিত্র। সংসাৰৰ তিতা-কেঁহা সোৱাদে জীৱনটো নিস্পৃহ কৰি তুলিলেও আৰু এটি বিকলাঙ্গ নিঠৰুৱা জীৱনৰ অসহনীয় ভাৰ বব লগা হলেও কবিয়ে জীৱনৰ কোনো মুহূৰ্ত্ততে ভগৱানৰ প্ৰতি বিদ্বেষ ভাব প্ৰকাশ কৰা নাই। জীৱনৰ ব্যথা-বেদনাক বিধিৰ বিধান বুলি সহজভাবে আঁকোৱালি লব পৰাটো কবিৰ মহানুভৱতাৰেই পৰিচয়। কবি দুৱৰাই জীৱনক এনে এটি মুহূৰ্ত্তত সঙ্গীহীন নাটকৰা ৰূপে নিয়তীয়ে হাতধৰি নিব আ... বুলি জীৱন তুলি দিছে নিয়তীৰ হাতত। পাৰস্পৰ কবি ওমৰ খায়াম বিধিৰ বিধান সহজভাবে গ্ৰহণ নকৰি জীৱনৰ এনে এটি মুহূৰ্ত্তত 'অ নিয়ৰ্তীৰ অন্ধ বিশ্বাসত চলে মানৱৰ জীৱন ৰথ' বুলি ভগৱানৰ প্ৰতি বিদ্বেষ ভাব প্ৰকাশ কৰিছে। চৌধাৰী, দুৱৰা কবিৰ আদৰ্শ ভাৰতীয় দৰ্শন। পাশ্চাত্য ৰোমান্টিক কবিতাৰ আৰ্হিত কবিতা ৰচনা কৰিলেও ভাৰতীয় কবিৰ পক্ষে ভাৰতীয় দৰ্শন অস্বীকাৰ কৰা সহজ নহয়।

মন কৰিবলগীয়া কথা কবিৰ বৈৰাগ্যমূলক কবিতা ভিক্ষাত নিজৰ জীৱনক তুলনা কৰিছে এডালি পত্ৰ—পুষ্পহীন তৰুৰ লগত। ফুলশয্যা মানৱ-জীৱনৰ চৰম, মুহূৰ্ত্ত। কবিয়ে ফুলশয্যাৰ আনন্দ উপভোগ কৰিব বিচাৰিছে মৃত্যুৰ মাজেৰে। মৃত্যুৰ মাজেৰে ফুলশয্যা ৰচিব বিচৰা জৰ্জৰিত হিয়াখনি কবিয়ে বিলাই চাইছে কিহৰ লগত? দাবাগ্নিৰ দহনত দগ্ধ হোৱা দেবদাৰু তৰুৰ লগত।

আনন্দৰ পূৰ্ণ পাত্ৰ শূন্য আজি মোৰ
কেওপিনে দেখোঁ হাহাকাৰ
দাবাগ্নিৰ দহনত দেবদাৰু তৰু
পুৰি ডেই হ'ল ছাৰখাৰ'

আনহাতে চৌধাৰীৰ প্ৰকৃতি-বিষয়ক কবিতাবাজিৰ মাজতো বৈৰাগ্যমূলক ভাবৰ প্ৰতিধ্বনি শুনা যায়। প্ৰিয় বিহঙ্গিনি, কেতেকীৰ আকুল মাতৰ আপোন পাহৰা সংসাৰৰ পাৰ্থিব সম্পদ সুখ হেলাৰঙে নেওচা দি বিচাৰিছে এটি বৈৰাগ্যমূলক জীৱন। সংসাৰৰ পাৰ্থিব সম্পদ বিষয়-বাসনাৰ প্ৰতি কবিৰ দৃষ্টিভঙ্গী সম্পূৰ্ণ নিস্পৃহ।

শুনাহে এবাৰ পখী অন্তৰৰ বাণী
নালাগে পাৰ্থিব সুখ
নকৰোঁ মনত দুখ

নিবিড় সবুজৰ এনাজৰী এডাল উলিয়াই দি জাতীয় জীৱন তথা ঘৰুৱা জীৱনতো ভুমুকি মাৰি গৈছে। মৰতৰ প্ৰহেলিকাৰ মাজতো দীপক সুৰৰ সন্ধাই পাই উপলব্ধি কৰিব পাৰিছে মহাবিশ্ব জুৰি মহানন্দৰ এক পৰি পূৰ্ণ ৰূপ। স্বৰ্গভ্ৰষ্টা 'ফল্গুৰ' জীৱনটো অনুশীলন কৰি কবিয়ে বিচাৰিছে অনন্ত যৌৱনা ফল্গুৰ কোলাতে মৰুময় জীৱনৰ শান্তি অকণি। 'বিশ্ব' কবিতাৰ মাজেৰে বিশ্ব স্ৰষ্টাৰ বৈচিত্ৰ্যময় কাৰুকাৰ্য্যৰ প্ৰতি কবি বিস্ময়ান্বিত হৈ পৰিছে। 'বশিষ্ঠাশ্ৰমত' সন্ধ্যা, ললিতা, কান্তাৰ কুলু কুলু ধ্বনিৰ লগতে প্ৰকৃতিৰ বিতোপন বেহ-ৰূপ চাই লগতে প্ৰাচীন ভাৰতৰ গৌৰব-স্মৃতি সুঁৱৰি কালৰ মামৰে নাশ কৰিব নোৱাৰা বশিষ্ঠাশ্ৰমৰ ভাগৰুৱা তাপিত প্ৰাণৰ শান্তি নিকেতন আখ্যা দিছে। লুইতৰ দাঁতিত সেউজীয়া বননিৰ মাজত সুশোভিত হৈ ফুলি থকা 'গিৰিমল্লিকাই' কবিৰ অন্তৰত নানান ভাবৰ ঢৌ তুলিছে। কবিয়েও বিচাৰিছে গিৰিমল্লিকাৰ পৰশত প্ৰাণ পৰিতৃপ্ত কৰিবলৈ।

প্ৰাণপ্ৰিয় আজি মোৰ বিজন কুঞ্জত
তুলিবানে লয়লাসে হাঁহিৰ তৰঙ্গ'। (গিৰিমল্লিকা)

'হাচনাহানাৰ তীব্ৰ গোন্ধত সপোন বিভোৰ মাধৱী নিশা' গোলাপৰ পাহিটি লিৰিকি বিচাৰি কবিয়ে দেখিছে প্ৰেমৰ এখনি মহামেলা—

'কোন সুন্দৰীৰ নিজম গালত
ফুটাই তুলিলি চিকণ কাজ' (গোলাপ)

আনপিনে বিলৰ বুকুত অনাদৃত ভেটফুল পাহিয়ে চো ঘৰৰপৰা জোনক মৰত ভূমিলৈ ভুমুকি মাৰি চাবলৈ বাধ্য কৰিছে।

কবিৰ 'জোন আৰু জোনাকী' কবিতা পৰাধীনতা আৰু দাসত্বৰ গ্লানি বহন কৰা জীৱনৰ প্ৰতি ভ্ৰূকুটি। কবিতাটোৰ মাধ্যমেৰে স্বাধীনচিতীয়া ক্ষুদ্ৰ জীৱনৰ গৌৰৱ ঘোষণা কৰিছে। স্বাধীনচিতীয়া জীৱনত সংঘাত নিৰ্য্যাতনৰ মাধ্যমেৰে অগ্ৰসৰ হ'ব লগা হ'লেও কবিৰ মতে সাৰ্থক জীৱন। সেয়েহে ক্ষুদ্ৰ হ'লেও স্বাধীনচিতীয়া জোনাকীৰ পোহৰ কবিৰ মনত জোনৰ বিশাল পোহৰতকৈ শ্ৰেয়।

ক্ষুদ্ৰ হৈ চিৰকাল স্বাধীন যিজন
দুখতেই থাকে প্ৰাণ ধৰি
ভাবি চোৱা সেইজন কিমান মহৎ
পৰাধীন জীৱনত কৰি।

বহাগীৰ বিয়াবশৰা দহিকতবালৈকে কবিতাৰাজি কবিৰ চৰাই জীৱনৰ অভিব্যক্তি। গোনতে বহাগীৰ বিয়াত কবিয়ে চৰাই জীৱন আৰু প্ৰকৃতি জগতক একেলগে নিৰীক্ষণ কৰিছে। বহাগীৰ বিয়াত দেখা দিয়া বিহগী জীৱনৰ আধা আলো ছাঁই ক্ৰমে 'মৰমৰ পখীত' সুকীয়া ৰূপ লৈছে। বহাগীৰ বিয়াত জড়জগত জীৱজগত মহাবিশ্বজুৰি কবিয়ে এক আনন্দৰ পূৰ্ণ ৰেখা উপলব্ধি কৰিব পাৰিছে, কুলি কেতেকীৰ মাতে যেন সেই আনন্দৰ মহামেলাৰ পূৰ্ণাহুতি। 'মৰমৰ পখী', 'গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী', 'কেতেকী চৰাই' বহাগীৰ বিয়া আনন্দৰ মহামেলাৰ ক্ৰমবিকাশ। প্ৰিয় বিহঙ্গিনীৰ গুৱলা মাতত ছয়ৰাগ ছয়ত্ৰিশ ৰাগিণীৰ গীতৰ মাধুৰ্য্য কবিয়ে একেলগে উপলব্ধি কৰিব পাৰিছে। চৰাইটোৱে যেন গিৰি গুহা বন উপবন সিন্ধু তৰঙ্গিনী সকলোতে নৱজীৱন সঞ্চাৰ কৰিছে। বহাগীৰ বিয়াত দেখা দিয়া চৰাই জীৱনৰ উপলব্ধিৰ কাহিনি পোহৰ উষাৰ অৰুণিমাৰে বিকশিত হৈছে মৰমৰ পখী আৰু মৰমৰ পখী আৰু প্ৰিয় বিহঙ্গিনী কবিতাত। মৰমৰ পখী কবিতাত কবিয়ে মুকলিমূৰীয়া বনৰ চৰাইক পিঞ্জৰাবদ্ধ কৰি তাৰ সৌন্দৰ্য্য উপভোগ কৰাৰ প্ৰবল হেপাহ দেখা গৈছে। কিন্তু বনৰ মুকলিমূৰীয়া চৰাই যেতিয়া মুকলি হৈ দিগচৌ বনলৈ উৰি গ'ল তেতিয়াহে কবিৰ ধ্যান ভঙ্গ হ'ল।

'নিস্বাৰ্থ প্ৰেমৰ কঠিন বান্ধনি
অলক্ষিতে সোলোকাই
নেদেখা মুগুনা দিগচৌ বনলৈ
গ'ল পখী পুনৰায়।'

'গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী' চৰাই জীৱনৰ উপলব্ধিৰ দ্বিতীয় স্তৰৰ কবিতা। 'গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী' কবিতাত বনৰ চৰাইক পিঞ্জৰাবদ্ধ কৰি চোৱাৰ দুৰাশা কৰা নাই ক্ৰমে 'কেতেকী চৰাই' আৰু 'কেতেকী' কাব্যত প্ৰিয় বিহঙ্গিনীৰ অৰুণিমাই সমুজ্জল আলোকেৰে আলোকিত হৈছে। 'কেতেকী' কাব্যই বিকাশ লাভ কৰি পূৰ্ণতা লাভ কৰিলে দহিকতৰা কবিতাত। কবিৰ চৰাই জীৱনক লৈ ৰচনা কৰা কবিতা সৰহ নহয়। কিন্তু চৰাই জীৱনক লৈ ৰচনা কৰা কবিতাৰাজিত প্ৰকাশ পোৱা গভীৰ উপলব্ধি আৰু অনুভূতিৰ বাবে কাব্য-জগতত কবিৰ পৰিচয় বিহগী কবি নামেৰে। বিহগী কবি ৰঘুনাথ চৌধাৰীক প্ৰাক্তন মুখ্য ন্যায়াধীশ হৰিৰাম ডেকাই কৰা মন্তব্য।

দহিকতৰা নিঃসন্দেহে কবি চৌধাৰীৰ শ্ৰেষ্ঠ কবিতা। কাব্য হিচাপে কেতেকীৰ শ্ৰেষ্ঠত্বৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। দহিকতৰা কবিৰ পৰিণত বয়সৰ ৰচনা। কেতেকী কাব্যত প্ৰকাশ পোৱা বিস্ময় বিমূঢ়তা দহিকতৰা কবিতাত নাই। কেতেকী কাব্যৰ আৰম্ভণিতে চৰাইটোক কবিয়ে চাইছে এক বিস্ময় বিমূঢ় দৃষ্টিৰে—

কʼৰ পৰা তই আহিলি সোণাই
কোন দিশে যাব উৰি
বিস্ময় বা ফুৰিছ দূৰ দূৰণিত
অকলই ঘুৰি ঘুৰি। (কেতেকী

দহিকতৰা কবিতাত কেতেকী কাব্যৰ বিস্ময়-বিমূঢ়তা নাই চৰাই জীৱনৰ গভীৰ উপলব্ধিৰ লগে লগে সম্বন্ধও ঘনীভূত হোৱা দেখা গৈছে দহিকতৰা কবিতাত চৰাই জীৱনৰ প্ৰতি কবিৰ বিস্ময় বিমূঢ়তা নাই। প্ৰথম সাক্ষাততে চৰাইটিক অ মোৰ মৰমী বন্ধু দহিকতৰা বুলি চিৰপৰিচিত সম্বোধনেৰে আদৰণি জনাইছে।

ʼঅ মৰমী বন্ধু মোৰ অ দহিকতৰা
কোন মূৰ্চ্ছনাত তোৰ বাজে দোতৰা।

পৰিচয়ৰ লগে লগে কেতেকীয়ে বিদায় ললে। কিন্তু দহিকতৰাই বসন্ত কালকো আদৰণি জনাই শৰতৰ শেৱালীৰ সৌৰভ আৰু শ্যামলীমা প্ৰকৃতিৰ শোভাৰে এখনি বেদী ৰচনা কৰিছে বসন্ত দেৱাক সুৰাঞ্জলি তুলি আদৰণি জনাবলৈ কবিয়ে চৰাই জীৱনকৈমে ৰচনা কৰি কবিতা কেইটিৰে মানৱ জীৱনকো সমালোচনা কৰিছে। কেতেকী কাব্যত প্ৰতিটো অধ্যায়ৰ অধ্যায় সুবুলি তৰঙ্গ বুলিলে। তৰঙ্গ বা ঢৌৰ ইটোৰ লগত সিটোৰ নিবিড় সম্বন্ধ। ইটোৰ ভাব ক্ৰমে বাগৰি সিটোলৈ গতি কৰে।

চৌধাৰীৰ বহুতো কবিতাৰ চৰাই জীৱন আৰু প্ৰকৃতি জগতৰ সূক্ষ্ম পাৰ্থক্য নিৰূপণ কৰা সহজ নহয়। ইটোৰ লগত সিটোৰ সম্বন্ধ ওতঃপ্ৰোতভাৱে জড়িত। দহিকতৰা, কেতেকী নাইবা প্ৰিয় বিহঙ্গিনীৰ কণ্ঠসঙ্গীত আৰু ৰূপ লাবণ্যত কবি অকল অভিভূত হৈ পৰা নাই। চৰাইৰ মুকলিমূৰীয়া জীৱন মৰ্ত্তবাসী মানৱক অকণি শান্তি প্ৰদান কৰিব পৰা নিস্বাৰ্থ অন্তৰ কবিৰ সাধনাৰ লক্ষ্য। কোনো কালে কবি লেখনিত ধৰা নপৰা আনৰ অনাদৃত কুৎকায়

ৰহিকতৰা কৰিব প্ৰাণপ্ৰিয়। প্ৰাণপ্ৰিয় চৰাইৰ মাতে অকল কৰিকে আপোন পাহৰা কৰা নাই, বুঢ়া আজাৰাৰা গাত ভকাধনি লাগিছে আৰু কঠৰা সংলাবথন কোমল কৰিব পাৰিছে।

ৰোমাণ্টিক কবিতাৰ কল্পনা-প্ৰৱণতা আৰু ভাৱৰ উচ্ছ্বাস চৌধাৰীৰ হাতত এক নিৰ্মাণ ধৰ্মিতাৰ ৰূপ পাইছে। এইখিনিতে কবিৰ সাৰ্থকতা। চৰাই জীৱনৰ অভিব্যক্তিৰ মাজত ঋতু পৰ্য্যায়ৰ বিভিন্ন বৰ্ণালীৰ বৰ্ণনা চমকপ্ৰদ। কেতেকী চৰাই শৰতৰ আগমনৰ লগে লগে বিদায় মাগিছে। আন পিনে পহিকতৰাই শ্যামলিম' প্ৰকৃতিৰো এখন দলিচা পাৰি সমস্ত দৰাক আদৰণি পাইছে।

কেতেকী ৰঘুনাথ চৌধাৰীৰ অনুপম কাব্য। ডক্টৰ বাণীকান্ত কাকতিয়ে পুথিখন সম্বন্ধে মন্তব্য কৰিছে "বহাগীৰ বিয়াত যি আনন্দৰ পূৰ্ণৰেখা উদ্ভিদ আৰু চৰাই জীৱনত আবদ্ধ আছিল কেতেকী কবিতাত সেই আনন্দই পাৰ ভাঙি আহি মানৱ সমাজৰ ঘৰুৱা জীৱনকো প্লাৱিত কৰিছে।" পাঁচোটি তৰঙ্গৰ ৰচিত কেতেকী কাব্যৰ প্ৰথম তৰঙ্গত কবিয়ে অচিন অজান দেশৰপৰা আহি আকুল উদাস সুৰৰ গীত গাই গাই বনে বনে আপোন পাহৰা হৈ ফুৰা কেতেকী চৰাইটিক দেখি আচৰিত হৈছে। দ্বিতীয় তৰঙ্গত কেতেকীৰ আগমনিয়ে জড়তাৰ আৱৰণ ভেদ কৰি প্ৰকৃতিৰ বুকুত সঞ্চাৰ কৰিলে এক নব চেতনাৰ। তৃতীয় তৰঙ্গত কেতেকীৰ আগমনত অন্তৰত ভুলি যোৱা পৌৰাণিক ভাবৰ জগত দূৰ অতীতক বিজাই চাই তাৰ মাজত পাইছে কণ্ব আশ্ৰমৰ দুৰী শকুন্তলাৰ আউল লগা জীৱনৰ এখানি সন্ধান। চতুৰ্থ তৰঙ্গত কেতেকীৰ উপস্থিতিয়ে বিশ্বব্ৰহ্মাণ্ডত আনি দিলে নব চেতনা আৰু প্ৰেমৰ সঞ্চাৰ। মহা বিশ্বৰ বুকুত আলোড়ন তোলা চৰাইটিৰ বুকুতে পাইছে মহা শান্তি আৰু প্ৰেম তৃষ্ণাৰ উপশমৰ বাবে কৰুণা এখানি।

নাজান নে পখী তোৰ সি সঙ্গীতে
কাঢ়ি নিছে মোৰ প্ৰাণ
.. .. .....
বাট দেখুৱাই লই বা সাদৰি
নাথাকোঁ ই সংসাৰত। (কেতেকী)

পঞ্চম অৰ্থাৎ শেষ তৰঙ্গত কেতেকী চৰাই শৰতৰ মোহ এৰি উৰি গ'ল দূৰ দেশলৈ, তেতিয়া কবিৰ জীৱনলৈও আহিলে বিষাদৰ কালিমা।

কাৰবালা কাব্যৰ বিষয়বস্তু ইছলাম ধৰ্মৰ প্ৰবৰ্তক মহাত্মা হজৰত মোহাম্মদৰ বংশৰ শেষ বন্তি এমাম হোচেনৰ শোকাবহ কাহিনী। ইছলাম ধৰ্মৰ এই প্ৰসিদ্ধ কাহিনী কাব্যখনত মনোৰমকৈ প্ৰকাশ কৰিছে। 'কাৰবালা'ৰ বালিত মিহলি হৈ আছে মহাত্মা হজৰত মোহাম্মদৰ বংশৰ শেষ বন্তি হোচেনৰ তপত তেজ। দামস্কচ অধিপতি পাপাত্মা এজিদে ইছলাম ধৰ্মৰ একনায়কত্বৰ বাবেঁ এমাম বংশক সমূলে নিৰ্মূল কৰিবলৈ উঠি পৰি লাগিল। লগতে বিচাৰিলে জায়েদা সুন্দৰীৰ ৰূপজ্যোৎস্না পান কৰি জীৱন পৰিতৃপ্ত কৰিবলৈ। 'নাৰী নৰকস্য দ্বাৰং'। ষড়যন্ত্ৰ কৰিলে জায়েদাৰ হতুৱাই মহাত্মা হাচানক নিধন কৰিবলৈ। প্ৰলোভনৰ তাড়নাত আগবাঢ়িল সেই পাপীয়সী জায়েদা—

"হম ৰাজ-ৰাজেশ্বৰী
বাদচাহ এজিদৰ ৰাজভৱনত
এনে স্বৰ্গ সুখভোগ নোৰাবো এৰিব।"

কিন্তু এজিদৰ ওচৰত জায়েদাই পালে কিটো? এজিদে জানো আপোন কৰি লব পাৰিলে আপোন স্বামাক নিজ হাতে নিধন কৰা পাপীয়সী নাৰীক—

"পাপীয়সী জায়েদাক কৰি মুণ্ড ছেদ
পাপৰ কি পৰিণাম জলন্ত উপমা
দেখুৱালে সমাজক চমক লগাই।"

উবেহুল্লাৰ আশ্বাস বাণীত ভোল গৈ এমাম হোচেনে পৰিয়াল সমন্বিতে মদিনা এৰি যাত্ৰা কৰিলে কুফা অভিমুখে অকণি শান্তি বিচাৰি। কিন্তু পথ ভুল কৰি উপস্থিত হ'ল কাৰবালা মৰু প্ৰান্তৰত। এটি এটিকৈ এমাম বংশৰ সকলো শত্ৰুৰ হাতত নিপাত হ'ল এই কাৰবালা মৰুভূমিতে। কবিৰ লিখনিত কাৰবালা মৰুভূমিৰ কৰুণ কাহিনী মনোৰম। উত্তৰ গুৱাহাটীৰ ওচৰৰ ব্ৰহ্মপুত্ৰৰ বুকুৰ কুৰুৱাৰ বালিৰ বেহ-ৰূপ চাই দিয়া কাৰবালা মৰুভূমিৰ বৰ্ণনাও মনোৰম।

শেহতীয়া প্ৰকাশ—'নৱমল্লিকা'ক একেবাৰতে কথা কবিতা আখ্যা দিয়া সহজ নহয়। নৱমল্লিকাৰ প্ৰথম কেইটিমান দৰাচলতে কথা কবিতা। পিচৰ কেইটিমান বিশেষকৈ খদা আৰু জাপি গছা আৰু চাকি, মৌন বেদনা, প্ৰেমৰ জয় আৰু জীৱনৰ হাবিয়াস কথা কবিতা নুবুলি কথিকা বা চিত্ৰ আখ্যাহে

দিব পাৰি। শেষৰ কেইখন ৰচনাত কবিৰ ব্যক্তিগত স্পৰ্শৰ কথা অস্বীকাৰ কৰিব নোৱাৰি।

ৰঘুনাথ চৌধাৰীৰ প্ৰকৃতি-জগতৰ চিত্ৰ অঙ্কনত সিদ্ধহস্ততাৰ মূলতে প্ৰকৃতিৰ বাস্তৱ অভিজ্ঞতা সঞ্চয়। জীৱনৰ এছোৱা কালত কবি প্ৰকৃতি সৌন্দৰ্য্য বেষ্টিত বীৰকুছি গাঁৱৰ চহা খেতিয়ক। প্ৰকৃতিৰ শ্যামলীমা সৌন্দৰ্য্য, বনসখী বিহঙ্গমৰ সুললিত কণ্ঠ, জান-জুৰিৰ কুলু কুলু ধ্বনিৰ বাস্তৱ অভিজ্ঞতাই কবিৰ মনোজগততো প্ৰকৃতিৰ বীজ ৰোপণ কৰিছিল। কবিৰ প্ৰকৃতি সম্ভাৰক লৈ ৰচনা কৰা সৰহ ভাগ কবিতাৰে সূতিকা গৃহ বীৰকুছি বা বোন্দাৰ থাট। প্ৰকৃতিৰ কোনোবিধ সম্ভাৰেই কবি লেখনিত বাদ পৰি যোৱা নাই। নিভাজ অসমীয়া আৰু জাতীয় জীৱন ছুই যোৱা কল্পচিত্ৰ আৰু উপমাৰে চৌধাৰীৰ কবিতাৰাজি সমৃদ্ধ। কবিয়ে ব্যৱহাৰিক জীৱনৰপৰা গ্ৰহণ কৰা উপমা আৰু কল্পচিত্ৰ সমূহ নিখুঁত। কবিয়ে শেষ বয়সতো 'উৰ্বশী' 'মন্দিৰত আজি দেৱতা নাই' আদি কবিতা ৰচনা কৰিছিল।

১৯৩৫ খ্ৰীঃত তেজপুৰত বহা অসম সাহিত্য সভাৰ ষোড়শ অধিবেশনত কবিক সভাপতি বৰণ কৰা হৈছিল। দেশৰ ৰাজনৈতিক তথা জাতীয় জীৱনৰ প্ৰতি থকা অদম্য কৰ্ম-প্ৰেৰণাক বয়সে আঁছোৰ পেলাব পৰা নাছিল। মৃত্যুৰ আগ মুহূৰ্তলৈকে তেওঁৰ গুৱাহাটীৰ উজানবজাৰৰ আবাসভূমি আছিল এখনি আশ্ৰম স্বৰূপ।

১৯৬৭ খ্ৰীঃৰ ১৮ নবেম্বৰত আমাৰ সৰহভাগৰে আতাৰ পদত অধিষ্ঠিত কবি চৌধাৰীৰ লোকান্তৰ ঘটিল। মৃত্যুৰ সময়ত আতাৰ বয়স প্ৰায় নব্বৈ বছৰ। ••

সেই বছৰতে অম্বিকাগিৰীৰ সম্পাদনাত 'ডেকা অসম' নামৰ এখন পত্ৰিকাৰো কাকতৰ জন্ম। ৰায়চৌধুৰীয়ে যে অকল 'ডেকা অসম' আৰু 'চেতনা' সম্পাদনাই কৰিছিল এনে নহয়, তেৱেঁই আছিল কাকত দুখনৰ কম্পোজিটৰ, মেচিন মেন, প্ৰিণ্টাৰ আৰু শেষত এবোজা কাকত লৈ গোটেই গুৱাহাটী চহৰত বিলাই ফুৰিছিল।

১৯৫০ খৃঃৰ ১১ আৰু ১২ মাৰ্চত মাৰ্ঘেৰিটাত অনুষ্ঠিত অসম সাহিত্য সভাৰ একবিংশতম অধিবেশনত এই জনা সাহিত্য সাধকক সভাপতি পদত বৰণ কৰা হৈছিল।

অম্বিকাগিৰী ৰায়চৌধুৰী বুলিলে আমাৰ চকুৰ আগত ভাহি উঠে আজীৱন নিষ্ঠা আৰু ঐকান্তিকতাৰে দেশ, জাতি আৰু ভাষা-সাহিত্যৰ বাবে সংগ্ৰাম কৰি ভাগৰি নপৰা চাৰিকুৰি তিনি বছৰীয়া এগৰাকী চুটি চাপৰ মানুহৰ ছবি। চান্দমাৰী শিলপুখুৰীৰ আলি কাষেৰে হাতত এডাল লাখুটি লৈ গুৰু গম্ভীৰ খোজেৰে সঘনে অহা-যোৱা কৰা সেই চিনাকি মানুহজন চিৰ-দিনৰ বাবেই হেৰাই গ'ল। ৰায়চৌধুৰীৰ মৃত্যু অকাল মৃত্যু নহয়। ভাৰতীয় লোকৰ বাবে চাৰিকুৰি তিনি বছৰ জীয়াই থাকিব পৰা পৰম গৌৰৱৰে কথা। তথাপি জানো আমি ৰায়চৌধুৰীৰ মৃত্যুক সহজভাৱে ল'ব পাৰিছোঁ সমস্যাবহুল অসমৰ নানান সমস্যাৰ প্ৰতি ৰায়চৌধুৰীৰৰ লেখীয়া সমাজ-সচেতন ব্যক্তিৰ অভাৱ সততকাই পূৰণ কৰা সহজ নহয়। ৰাজনীতি, সাহিত্য আৰু জাতীয় জীৱনত নিষ্ঠা আৰু ঐকান্তিকতাৰে সমগ্ৰ জীৱন জুৰি ত্যাগ স্বীকাৰ কৰি দেৱ, কৰি যোৱা মহান ব্যক্তি অকল অসমতেই নহয়, ভাৰতবৰ্ষতে বিৰল। যিসকল ব্যক্তিৰ অন্তৰ পৱিত্ৰ, নিষ্ঠা আৰু ঐকান্তিকতা যাৰ জীৱনৰ চৰম লক্ষ্য সেইসকল ব্যক্তি সৰ্বসাধাৰণতকৈ ওপৰত। নৈতিক বলত বলীয়ান তেওঁলোক ক্ষমতাহীন হৈও ক্ষমতাশালী, শক্তিহীন হৈও শক্তিমান। ৰায়চৌধুৰী যে তেনে এজনে ব্যক্তি সেই বিষয়ে সন্দেহ নাই নৈতিক বলত বলীয়ান বাবে সকলোৰে মনত ৰায়চৌধুৰী আছিল মহান ত্ৰাসৰ। মন্ত্ৰী, ডা-ডাঙৰীয়াৰে পৰা সাহিত্যিক, অধ্যাপক সকলোৰে তেওঁক ভয় কৰিছিল। কিন্তু ভয় কৰিছিল কিয়? তেওঁৰতো কোনো ক্ষমতা নাছিল?

সুখ-দুখ, প্ৰেম-প্ৰীতি জীৱনৰ সকলো কথাকে অকপটভাৱে ক'ব পৰা ব্যক্তি

কেইজন আছে সন্দেহ। নৈতিক বলত বলীয়ান বাবেই বোধহয় ৰায়চৌধুৰীয়ে জীৱনৰ কোনো কথা গোপন নকৰি অকপটভাৱে ক'ব পাৰিছিল।

ৰায়চৌধুৰীৰ জীৱনৰ অন্যতম ধৰ্ম শুদ্ধ, সবল প্ৰেম। এই প্ৰেম বহুধা বিভক্ত। কবিতাৰাজিৰো কেন্দ্ৰস্থ ভাব শুদ্ধ-সবল প্ৰেম। তেওঁৰ কবিতাৰ প্ৰেমৰ স্তৰ তিনিটা। ডেকাকালৰ যৌৱনৰ উদ্‌ভ্ৰান্ত ব্যক্তি প্ৰেমক কেন্দ্ৰ কৰিয়ে 'তুমি' কাব্যৰ ভগৱৎ প্ৰেমৰ সূচনা। তুমি কাব্যৰ মাজেৰে কবিয়ে বিভিন্ন বৰ্ণালীৰ মাজত সৰ্বশক্তিমান ভগৱানৰ স্বৰূপ উপলব্ধি কৰিব পাৰিছে। কবিৰ লিখনিত 'তুমি' কাব্যৰ বায়ুমণ্ডল এক পৰিশুদ্ধ ৰূপৰ ভগৱৎ প্ৰেমৰ বায়ুমণ্ডল। ব্যক্তিমুখী মন ক্ৰমে সমাজমুখী হয় আৰু শেষত ভগৱৎমুখী হৈ অসীমৰ সীমাৰ মাজত হেৰাই যায়। ৰায়চৌধুৰী ইয়াৰ ব্যতিক্ৰম ৰায়চৌধুৰীয়ে ব্যক্তিমুখী চিন্তাধাৰাক একে কোবেই ভগৱৎমুখী কৰিলে। কিন্তু সমাজ আৰু দেশৰ নানান সমস্যাই কবিক ভগৱৎ প্ৰেমত উৰাউল কৰি সৰহ দিন নাৰাখি গঢ়ি তুলিলে এজন সমাজ সচেতন ব্যক্তি হিচাবে। সমাজ সচেতন ব্যক্তি হিচাবে কবিৰ চিন্তা দেশখনৰ প্ৰতি। দেশখন ভগৱানতকৈ বহু ওপৰত। আমাৰ কথাতে কয়, পোনতে চাউলকঠা পাচত হৰি কথা। ৰায়চৌধুৰীৰ মতে পোনতে দেশৰ কথা পাচতহে হৰি কথা। যদি আমাৰ অৱস্থানৰ বাবে দেশখনেই নাথাকে তেন্তে ভগৱানক চিন্তা কৰিবলৈকে বা থাকিমেই ক'ত। কবিৰ শেহতীয়া পুথি 'দেশেই ভগৱান'ত সেই কথা স্পষ্ট।

দেশৰ বিহনে জনম নাই
জনম নহ'লে জীৱন নাই
জীৱন হেৰালে ভগৱান নাই
জীৱনেইতো ভগৱানৰ পূৰ্ণ অধিষ্ঠান
দেশ নহ'লে জীৱন গ'লে ভগৱান হয় অন্তৰ্দ্ধান।

'তুমি' কাব্যত কবিয়ে ব্যক্তিপ্ৰেমক এক মহান ভগৱৎ প্ৰেমত ৰূপ দিব পাৰিছে। জীৱনৰ আগবয়সত ৰচনা কৰা ৰায়চৌধুৰীৰ সাৰ্থক কাব্য 'তুমি' (১৯১৫ খৃঃ)। 'তুমি' অকল ৰায়চৌধুৰীৰে নহয় আধ্যাত্মিক অসমীয়া কাব্যৰ মাইলৰ খুটি। আন কোনো পুথি ৰচনা নকৰি অকল 'তুমি' কাব্যকে ৰচনা কৰা হ'লেও ৰায়চৌধুৰীক চিৰকালেই সুঁৱৰিব লাগিলহেঁতেন। দুৰ্ভাগ্যবশতঃ ৰায়চৌধুৰীৰ কাপৰপৰা 'তুমি'ৰ সমগোত্ৰীয় দ্বিতীয় এখন পুথি ৰচনা নহ'ল। ইয়াৰ বাবে কিছু পৰিমাণে ৰাজনৈতিক বা-ৰতাহো জগৰীয়া।

ৰাজনৈতিক কৰ্মীৰ নিৰ্যাতন মূৰ পাতি লৈ 'তুমি'ৰ কবি কাৰাগাৰৰ নিৰ্জন খোলত কলাঘুমটিয়াই থাকিব লগা হ'ল। ৰাজনীতিত সক্ৰিয় অংশ গ্ৰহণ কৰি 'তুমি'ৰ লেখীয়া উচ্চ মানসিক চিত্তবৃত্তিৰ বাৰ্তাবাহক কাব্য সৃষ্টিৰপৰা ৰায়চৌধুৰী আঁতৰি আহিল। ইয়াৰ বাবে ডক্টৰ বাণীকান্ত কাকতিয়ে ৰায়চৌধুৰীক অসম মাতৃৰ নষ্ট ল'ৰা (Spoilt Child of Assam) বুলি তিৰস্কাৰ কৰিছিল। ডক্টৰ কাকতিয়ে আগেৰুৰ সুৰত আৰু কৈছিল যদি ৰাজনীতিত অংশ গ্ৰহণ নকৰি সাহিত্য সাধনাকে কৰি থাকিলেহেঁতেন তেন্তিয়া নিশ্চয় 'তুমি'ৰ কবিয়ে নোবেল বঁটাৰ বাবে প্ৰতিযোগিতা কৰিব পাৰিলেহেঁতেন। নোবেল বঁটা লাভ কৰা নকৰা সুকীয়া কথা, কিন্তু ৰায়চৌধুৰীয়ে যে 'তুমি, কাব্য ৰচনাৰ পাচত মহৎ কাব্য সৃষ্টিৰপৰা আঁতৰি গ'ল সেই বিষয়ে সন্দেহ নাই।

এইখাৰ কথা অস্বীকাৰ কৰিব নোৱাৰি যে ৰায়চৌধুৰীয়ে 'তুমি' কাব্য ৰচনাৰ পাচত সাহিত্য ক্ষেত্ৰৰপৰা চাই এৰা দিয়া নাই। কিন্তু 'তুমি' কাব্যৰ "অতলস্পৰ্শী ভগৱৎ-প্ৰেমৰ" ঠাইত পাচৰ ৰচনাত দেখা গ'ল "সুগভীৰ স্বদেশপ্ৰেম"। পাচৰ ৰচনা সম্পূৰ্ণৰূপে প্ৰয়োজনৰ চাহিদা পূৰণৰ বাবে লিখা। প্ৰয়োজনৰ চাহিদা পূৰণৰ বাবে ৰচনা কৰা হ'লেও "সুগভীৰ স্বদেশপ্ৰেম" এই চাম ৰচনাৰ প্ৰধান উপজীব্য।

মুখ্যতঃ ৰায়চৌধুৰী প্ৰেমৰ কবি। প্ৰেমৰ কবি হিচাবে কবিৰ প্ৰেম বহুধা বিভক্ত হ'লেও ভাবৰ গভীৰতা, ভাষাৰ দীপ্ততা আৰু আবেগৰ আতিশয্য কবিতাৰাজিৰ প্ৰাণকেন্দ্ৰ। বহুধা বিভক্ত হ'লেও ৰায়চৌধুৰীৰ দৰে স্তৰে স্তৰে প্ৰেমৰ গভীৰতা কবিতাৰ মাজত কেইজন কবিয়ে অক্ষুণ্ন ৰাখিব পাৰিছে? কবিৰ প্ৰেম যে নিভাঁজ, অকৃত্ৰিম সেই বিষয়ে সন্দেহ কৰাৰ অৱকাশ নাই। অকৃত্ৰিম সুগভীৰ প্ৰেমেই কবিৰ কাব্য জীৱনৰ সাফল্যৰ অন্যতম কাৰণ। ডেকা কালৰ উদ্‌ভ্ৰান্ত ব্যক্তি প্ৰেমেই 'তুমি' কাব্যৰ পৰিশুদ্ধ ভগৱৎ প্ৰেম। জনগণৰ কল্যাণ, মুক্তিৰ চিন্তাই ভগৱৎ প্ৰেমত আকুল কবিক বেদীৰ কাষৰপৰা আঁতৰাই আনিলে জনগণৰ কাষলৈ। কবিৰ চিন্তা, কবিৰ ধ্যান-ধাৰণা ক্ৰমে জনতামুখী হ'ল। স্বদেশ, স্বজাতি আৰু স্বধৰ্মৰ কল্যাণকামী কবিৰ মনীষাত যি এক তীব্ৰ আলোডনৰ সৃষ্টি হ'ল, ডেকা বয়সৰ ভগৱৎ প্ৰেমৰ আলোড়নতকৈ ই কোনো গুণে কম নহয়।

তুমি কাব্যৰ বিষয়-বস্তু আৰু পাচৰ চাম কবিতাৰ বিষয়-বস্তু বিপৰীতধৰ্মী।

বিপৰীতধৰ্মী চিন্তাধাৰাৰ তুলনামূলক আলোচনা অনাৱশ্যক। অনুভূতিৰ তীব্ৰতা, ভাবৰ গভীৰতা, প্ৰকাশভঙ্গীৰ দীপ্ততাৰ ক্ষেত্ৰত যে সমধৰ্মী সেই বিষয়ে সন্দেহ নাই। ভগৱৎমুখী 'তুমি' কাব্যতকৈ আত্মীয় ভাবৰ কবিতাবাজিৰ ৰচনাৰ উদ্দেশ্য চাহিদা পূৰণ কৰা। প্ৰয়োজনৰ চাহিদা পূৰণ কৰিবলৈ কৰা ৰচনা স্ব-প্ৰণোদিত ৰচনাৰ সমপৰ্য্যায়ৰ নোহোৱাটো স্বাভাৱিক। অকল ৰায়চৌধুৰীৰ ক্ষেত্ৰতেই নহয়, বিভিন্ন ভাষা সাহিত্যৰ মাজত এনে উদাহৰণ অলেখ। ৰায়চৌধুৰী ইয়াৰ ব্যতিক্ৰম হ'ব কিদৰে ?

'তুমি' নিসন্দেহে অসমীয়া সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ আধ্যাত্মিক কাব্য। কবিয়ে অকপটভাৱে স্বীকাৰ কৰিছে 'তুমি' কাব্যৰ প্ৰেৰণাৰ উৎস ডেকা কালত কোনোবা নাৰী মূৰ্ত্তিৰ প্ৰতি থকা কবিৰ দুৰ্বাৰ আকৰ্ষণ। ডেকা কালত কোনোবা নাৰী মূৰ্ত্তিৰ প্ৰতি আকৰ্ষিত হোৱাটো নতুন কথা নহয়। কোনো-জনৰ জীৱনত প্ৰেমৰ আগলি বতৰাই গোজ পুতি লৈ দাম্পত্য-প্ৰণয়ত পৰিণত হয়। কোনো জনৰ 'হিয়া ভাঙি প্ৰিয়া গুচি যায়'। কৈশোৰত দেখা স্বভাৱ চপলা বালাই ষোড়শী যুৱতী হৈ চকুত প্ৰণয়ৰ অৰুণ-কিৰণ লৈ দেখা দিলে উদ্‌ভ্ৰান্ত ডেকা মন উদ্‌বাউল হোৱাটো স্বাভাৱিক। সপোনৰ মোহজালত সাঁতুৰি নাছুৰি ফুৰোঁতে যেতিয়া কবিতা-কুঁৱৰী আঁতৰি যায় দূৰ-দূৰলৈ তেতিয়া চিৰব্যৰ্থ জীৱনৰ ভাৰ বহুজনৰ বাবে অসহনীয় হৈ পৰে। কোনোজনে পাহৰণি নৈৰ পাৰত নীৰৱে নিৰলে পঁজা সাজি ব্যৰ্থ জীৱনৰ বাকী কালছোৱা অতিবাহিত কৰাৰ দুঃসাহস কৰে, আৰু কোনোজনে দুদিন পাচত সম্পূৰ্ণৰূপে আনৰ হৈ যাব ওলোৱা প্ৰিয়জনক বিদায় দি গৌৰৱ কৰি ক'ব পাৰে—"প্ৰথমে জগালো মযে তন্দ্ৰালসা গাভৰুক মনোৰমা হিয়াত তোমাৰ"।

ওপৰত উল্লেখ কৰা কবি গোষ্ঠীৰ সমগোত্ৰীয় হ'লেও ৰায়চৌধুৰীৰ অৱলম্বিত পথ সম্পূৰ্ণ স্বকীয়া। প্ৰিয়জনৰ যি দুটি চকুৰ প্ৰতি কবিৰ দুৰ্বাৰ আকৰ্ষণ ভূমাৰ সৌন্দৰ্য্যৰ মাজত সেই দুটি চকুৰ মাজতে কবিয়ে উপলব্ধি কৰিব পাৰিছে সৰ্বশক্তিমান ভগৱানৰ বিৰাট অস্তিত্বৰ কথা। "গাভৰুৰ গোলাপী গালত লাজৰ ৰাঙলী আভা," "সুন্দৰীৰ ৰসাল বুকুত ৰসৰ প্ৰতিমা," "চেনেহীৰ চকুৰ বেৰাহি কটাক্ষ," "ওৰণি তলত থকা মিঠা সুৰ," এই সকলোবোৰ সৌন্দৰ্য্যৰ গুৰিতে যেন তুমিময় ভগৱান।

"সকলো তুমিয়ে নাথ
জগতত দেখিছোঁ যিমান
লোৱা এই অশ্রু টুপি
ভেদি অহা মুগধ পৰাণ।" (তুমি)

ৰায়চৌধুৰীয়ে ব্যক্তি প্রেমৰ ঠাইত ভগৱৎ প্রেমৰ মধুৰ সুৰ শুনাবলৈ সক্ষম হ'ব পাৰিছে। ভগৱৎ প্রেমত মতলীয়া হৈছে যদিও কবিয়ে ভগৱানক বিচাৰি অৰণ্যবাসী হ'বলৈ হাবিয়াস কৰা নাই। সংসাৰৰ মাজত থাকি ভূমাৰ সৌন্দৰ্য্যৰ মাজতে ভগৱানক উপলব্ধি কৰিব পাৰিছে। এনেভাবে বিশ্ব-প্রকৃতিৰ সৌন্দৰ্য্য আৰু প্রেমৰ মোহন আবেশত কবিৰ উপলব্ধি হ'ল—

"নিজকে বিলাই দিব
তাতেহে নিজকে পাব
প্রাণৰ মাজত
নিজক দিলেহে এৰি
প্রাণৰ আপোন হ'ব
সকলো বিশ্বত।"

এইখিনিতে যেন কবিৰ চকু মুকলি হ'ল। কবিয়ে যেন হৃদয়ৰে উপলব্ধি কৰিব পাৰিলে ভগৱানৰ সৃষ্টিৰ মহান উদ্দেশ্যৰ কথা। ভগৱৎ প্রেমৰ সন্ধানত অগ্রসৰ হ'বলৈ হ'লে নিজক সম্পূর্ণভাৱে উৎসৰ্গ কৰিব লাগিব। নিজক উৎসৰ্গ কৰিলেহে, নিজক সম্পূর্ণৰূপে বিলাই দিব পাৰিলেহে ভগৱৎপ্রেমৰ বাবে আত্মোৎসৰ্গৰ কথা উপলব্ধি কৰিব পাৰিলেহে যেন কবিৰ সাধনাই সিদ্ধি লাভ কৰিব—

"আজি মোৰ সাধনা ফুলনি
কাৰ কিনো পাই উদ্গনি
পোহৰাই মহা বিশ্বধনি
উলাহেৰে হাঁহিছে।" (তুমি)

সাতটি সৰ্গত বিভক্ত কাব্যখনিত ভৰপূৰ সংসাৰৰ মাজত থাকিও, দৃশ্যমান জগতৰ সকলো সৌন্দৰ্য্য উপভোগ কৰিও কিদৰে ভগৱৎ প্রেমৰ কথা চিন্তা কৰিব পাৰি তাৰে এক সহজ পন্থা কবিয়ে দেখুৱাব পাৰিছে। 'তুমি' কাব্যৰ প্রেৰণাৰ উৎস যিয়েই নহওক লাগে কবিৰ লেখনীয়াকৈ আধ্যাত্মিক চিন্তাৰ ইমান সহজ উপায় আন কেইজনে দিব পাৰিছে?

তুমি কাব্যৰ পাচত ক্ৰমে ৰায়চৌধুৰীৰ কবিতাৰ বায়ুমণ্ডল ৰাজনৈতিক বাতাবৰণেৰে সংকীৰ্ণ। 'তুমি' আৰু 'বীণা'ৰ ( ১৯১৬ খৃঃ ) ৰচনাৰণৰা 'অনুভূতি' লৈ ( ১৯৫৪ খৃঃ ) এক সুদীৰ্ঘ সময়। অনুভূতিৰ কবিতাবাজি এই মাজৰ কালছোৱাৰ ৰচনা। তুমি কাব্যৰ লগত কবিৰ 'বীণা' আৰু 'অনুভূতি'ৰ বহুতো কবিতাৰ ক্ষীণ যোগসূত্ৰৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। কিন্তু 'স্থাপন কৰ স্থাপন কৰ' ( ১৯৫৮ ), 'বন্দো কি ছন্দেৰে' ( ১৯৫৮ ), 'বেদনাৰ উল্কা' ( ১৯৬৪ ) আৰু শেহতীয়া প্ৰকাশ 'দেশেই ভগৱান' ( ১৯৬৫ ) সম্পূৰ্ণৰূপে জাতীয়তাবাদী কবিতা।

অনুভূতিৰ সৰহভাগ কবিতাৰ চিন্তাধাৰা বিপৰীতধৰ্মী। এই চাম কবিতাত ভগৱৎপ্ৰেমৰ মৃদু গুঞ্জনৰ সলনি জীৱনৰ প্ৰকৃত স্বৰূপ, মানৱ জীৱনৰ উদ্দেশ্য আৰু কৰ্তব্যবোধৰ প্ৰতি কবিৰ সন্ধানী দৃষ্টিৰ সঁহাৰি পোৱা যায়। কবিতাবাজি অন্যতম ধৰ্ম সংস্কাৰকামী মনোভাৱ। 'কৰা গঢ়ি মোক ঝাৰুদাৰ,' 'মই বিপ্লৱী মই তাণ্ডৱী' সংস্কাৰকামী মনৰ উজ্জ্বল স্বাক্ষৰ।

কবিৰ দৃষ্টিত জীৱনৰ প্ৰকৃত স্বৰূপ সুকীয়া। দুখ-বেদনা-নিৰ্য্যাতন, তাচ্ছিল্য অপমানৰ মাজেৰে জীৱনৰ জয়মালা ৰচনা কবিৰ মতে প্ৰকৃত জীৱন।

"পূৰ্ণ জীৱন—
নিটোল জীৱন, নিখুঁট জীৱন,
সফল জীৱন, তাকেই জীৱন কয়,
সেই জীৱনে—
কৰে কেৱল দুৰ্নীতিময়
উপদ্ৰৱৰ দম্ভ ছেদি
জগত নিৰাময়।" ( জীৱনৰ ৰূপ )

ডেকা কালৰ ভগৱৎ প্ৰেমৰ প্ৰতি উদবাউল কবিৰ ভগৱানৰ সুন্দৰ সৃষ্টিখন সুন্দৰতম কৰি ৰখাৰ প্ৰতি প্ৰবল হৈপাহ। সুন্দৰ সৃষ্টিখনৰ কদৰ্য্যৰূপ এটিয়ে কবিক উদবাউল কৰি তুলিছে বিশ্বৰ এই কদৰ্যৰূপী আবৰ্জনাবোৰ দূৰ কৰি নিকা কৰিবলৈ কবিয়ে ঝাৰুদাৰ হ'বলৈ বিচাৰিছে।

মানুহে নিজৰ ক্ষুদ্ৰস্বাৰ্থ, ভোগ-বিলাস, যৌন-ক্ষুধাৰ তাড়না, পদমৰ্য্যাদাৰ লোভত মানৱ সমাজক ধ্বংসমুখী কৰি তুলিছে। কবিয়ে ধ্বংসমুখী শক্তিক মথিমূৰ কৰি বিচাৰিছে জনকল্যাণৰ কথা। তেনে ভাবে কৰ্মপন্থা গ্ৰহণ

কৰিবলৈ অগ্ৰসৰ হৈ কবি আকৌ বিমোৰত পৰিছে। আনক সংশোধন কৰাৰ আগতে কবিয়ে চিন্তা কৰিছে নিজৰ মাজৰ অহমিকা তাৰ ধ্বংস কৰাৰ কথা, যদি আমি আগেয়ে নিজক সংশোধন কৰিব নোৱাৰে, আনলৈ হাত মেলাটো অৰ্থহীন। গতিকে আনক সংশোধন কৰাৰ আগতে আমি নিজকহে পৰিশুদ্ধ কৰি ল'বলৈ যত্ন কৰিব লাগিব।

নিজক এৰি দি কিয়-তেনেহলে
আনলৈ চাই অভিযোগ চলে?
জনে জনে হ'লে স্নেদাশসৰণ
গোটেই জগত হ'ব সুবিমল শুদ্ধ,
উতলা বোযেৰে আনলৈকে চাই
নৰৱ কাৰণ মৰিবলৈ হৈ ক্ৰুদ্ধ
( মই বিপ্লৱী মই তাণ্ডৱী )

ভগৱৎ প্ৰেমৰ সুমহান দৃষ্টি যেনেদৰে 'তুমি' কাব্যৰ প্ৰাণকেন্দ্ৰ দেশপ্ৰেম আৰু আত্মশুদ্ধিৰ মনোভাব ৰায়চৌধুৰীৰ কাব্যজীৱনৰ মহত্ত্ব প্ৰকাশৰ দ্বিতীয় পদক্ষেপ। কবিৰ দৃষ্টিত মানুহৰ প্ৰকৃত স্বৰূপ স্বকীয়া মানুহ হিচাবে জীয়াই থাকিবলৈ হ'লে নিষ্কলুষ জীৱনৰ অধিকাৰী হৈ কৰ্মবাদক জীৱনৰ মূলমন্ত্ৰ ৰূপে গ্ৰহণ কৰিব লাগিব। অম্বিকাগিৰীৰ মানৱতাবাদৰ প্ৰকৃত তথ্য বা অন্তৰ্নিহিত সুৰ এই একক উদ্দেশ্যত নিহিত। কৰ্মবাদত আস্থাশীল কবিৰ মতে দেশৰ প্ৰগতি বা ঐশ্বৰ্যৰ কথা চিন্তা কৰিবলৈ হ'লে আদৰ্শক শালগ্ৰাম কৰি হাত সাবটি নাথাকি কৰ্তব্যৰত হৈ অগ্ৰসৰ হোৱাটোহে বাঞ্ছনীয়। আনকি বিহুৰ ৰং-ৰহইচৰ আনন্দমুখৰ পৰিবেশতো কবিয়ে কৰ্তব্যবোধৰ প্ৰতি সজাগ কৰি দিবলৈ পাহৰি নাযায়।

বয়স ভাটী দিয়াৰ লগে লগে ক্ৰমে স্বজাতিৰ চিন্তা আৰু গভীৰ হ'ল। সমস্যাবহুল অসমৰ নানান সমস্যা, অনা অসমীয়াৰ অসম গ্ৰাস কৰিবলৈ কৰা ষড়যন্ত্ৰ, অসমীয়া ডা-ডাঙৰীয়াৰ অসমৰ হক আৰু অস্তিত্ব ৰক্ষাৰ প্ৰতি উদাসীনতা, অসমীয়া ডেকাৰ শ্ৰম-বিমুখতাই জীৱনৰ বিয়লি বেলাত কবিক আৰু অস্থিৰ কৰি তুলিছে। সভা-সমিতি, বিয়া-সবাহ, বাটে-বাটে চিনাকি আপোনজন পালে সকলোৰে ওচৰত কবিৰ অভিযোগ অসম গ'ল কিবা এটা কৰ। শেষ বয়সত বিবিধ সমস্যাই কবিক এনেভাৱে জুমুৰি দি ধৰিছিল

যে পাচৰ চাম কবিতাত আবেগত অধীৰ হৈ ভাবৰ লগত ভাষাৰ সমতা ৰক্ষা কৰিব পৰা নাই। পাচৰ চাম কবিতাৰ ভাব ভাষাতকৈ তীব্ৰ। ভাষাৰ মাধুৰ্য্য, ছন্দৰ লাবলীলতাৰ প্ৰতি দৃষ্টি ৰাখিবৰ কবিৰ অৱসৰ নাই। সহজভাৱে ক'বলৈ গ'লে 'তুমি' কাব্যৰ লেখীয়াকৈ পাচৰ চাম কবিতাত ছন্দৰ লাবলীলতা ৰক্ষা পৰা নাই। দেশ আৰু জাতিৰ সমুখত দেখা দিয়া সমস্যাই কবিক এনেভাৱে জুমুৰি দি ধৰিছে যে কবিতাৰ কমনীয়তা বা লাবলীলতালৈ চকু দিবৰ অৱসৰ নাই। অৰ্থাৎ প্ৰয়োজনৰ চাহিদাই মহৎ সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত অন্তৰায়ৰূপে থিয় দিছে। 'তুমি' কাব্যৰ পাচত মহৎ সাহিত্য সৃষ্টি কৰিব নোৱাৰিলেও ৰায়চৌধুৰীৰ সুযোগ্য নেতৃত্বৰ প্ৰয়োজনীয়তাৰ কথা কোনেও দুই কৰিব নোৱাৰে। পাচৰ চাম কবিতাই সূচনা কৰা চিন্তাস্ৰোতৰ স্থান সুকীয়া। সকলো ধৰণৰ পৰিস্থিতিকে আয়ত্বাধীন কৰি ল'ব পৰা বাবেই অগ্নিকাগিৰী ৰায়চৌধুৰী অসম সাহিত্য আকাশৰ এটি উজ্জ্বল নক্ষত্ৰ।

কবিৰ 'বেদনাৰ উল্কা'ই ১৯৬৭ খৃঃৰ সাহিত্য একাডেমীৰ ৫০০০ টকীয়া পুৰস্কাৰ লাভ কৰিছে। 'বেদনাৰ উল্কা'ৰ সৰহভাগ কবিতাই কবিৰ বৃদ্ধ বয়সৰ ৰচনা। বহুবক্তিতা, সময়ে অসময়ে নীতি উপদেশৰ ফুলজাৰি ছটিওৱা বৃদ্ধ বয়সৰ স্বভাৱ। জীৱনৰ অভিজ্ঞতাৰ সঁচাৰ-কাঠীৰে উত্তৰ-সাধকৰ ভৱিষ্যতৰ পথ উজ্জ্বল কৰাৰ লোভ বয়োজ্যেষ্ঠ সকলে সামৰিব নোৱাৰে। ৰায়চৌধুৰীৰ 'বেদনাৰ উল্কা'ক অকল এখন উক্ত গোষ্ঠীভুক্ত কবিতাৰ সংকলন বুলি ধৰিলে তেওঁৰ প্ৰতিভা আৰু ব্যক্তিত্বৰ প্ৰতি অৱমাননা কৰা হ'ব। অসমৰ বুকুৰে বাগৰি যোৱা নানান সমস্যা সংকট সংঘাতৰ লগত ৰায়চৌধুৰী নিবিড়ভাৱে জড়িত। জীৱদ্দশাত সংগ্ৰামত আগভাগ লৈ সংগ্ৰাম-লিপ্ত জীৱনৰ তিতা-কেঁহা অভিজ্ঞতাৰ লগত ৰায়চৌধুৰী সুপৰিচিত। অসমৰ ভৱিষ্যৎ চিন্তাত সেয়েহে কবি সন্দিহান। চিন্তা জৰ্জ্জৰিত কবিৰ দুঃস্বপ্নবোৰেই 'বেদনাৰ উল্কা'ৰ কাব্যৰূপ। ৰাজনৈতিক নেতাসকলৰ দৰে ৰায়চৌধুৰীয়ে অভিনয় কৰিব নাজানে। জীৱদ্দশাত সেয়েহে স্পষ্টবাদী স্বভাৱৰ বাবে বহুতৰে অপ্ৰিয় হ'ব লগা হৈছিল। কবিৰ শুদ্ধ-সৰল অকপট দেশপ্ৰেমৰ জেনিবা 'বেদনাৰ উল্কা' নিৰ্জন থাকৰ। এই দৃষ্টিকোণৰ পৰাও 'বেদনাৰ উল্কা' সাহিত্য একাডেমীৰ পুৰস্কাৰ পাবৰ অপ্ৰতিদ্বন্দ্বী পুথি।

'বন্দো কি ছন্দেৰে' গীতি কবিতাৰ সংকলন। ৰায়চৌধুৰীৰ সৰহভাগ

গীতেই উদ্দেশ্যধৰ্মী। গীতবাজি স্বাধীনোত্তৰ যুগৰ ৰচনা। দেশবাসীক দেশপ্ৰেমত উদ্বুদ্ধ কৰাই গীতবাজিৰ প্ৰধান উদ্দেশ্য।

'আহুতি'ৰ প্ৰবন্ধবাজি আন আন গদ্য ৰচনাৰ মাজতো দেখা যায়, শুদ্ধ-সবল দেশপ্ৰেমিক এজনৰ অকপট দেশপ্ৰেমৰ জলন্ত নিদৰ্শন। অসমৰ মঞ্চৰপৰা অনা অসমীয়া নাটৰ প্ৰভাৱ কমাবলৈকে 'বন্দিনী ভাৰত মাতা' 'কল্যাণময়ী, 'ভক্তগৌৰৱ' আৰু 'জয়দ্ৰথ বধ' নাটকৰ সূচনা। চাৰিখন নাটৰ ভিতৰত 'জয়দ্ৰথ বধ' নাটখনিহে পুথিৰ আকাৰত ছপা হৈ ওলাইছে। নাট্যকাৰ হিচাপে স্বকীয়া আসনত অধিষ্ঠিত হ'ব নোৱাৰিলেও ৰবপেটাৰ যবে শঙ্কৰী কলা-কৃষ্টিৰ প্ৰাণকেন্দ্ৰ স্বৰূপ চহৰ এখনত অসমীয়া নাট্যসাহিত্যৰ প্ৰতি পথ প্ৰদৰ্শন কৰিব পাৰিছিল।

কম-বেচি পৰিমাণে বহুতো কবি সাহিত্যিক অগ্ৰজ সকলৰ দ্বাৰা নাইবা পৰবৰ্তী কবি পূৰ্ববৰ্তী কবিৰ দ্বাৰা প্ৰভাৱান্বিত। পূৰ্ববৰ্তী নাইবা অগ্ৰজৰ দ্বাৰা উত্তৰসাধক প্ৰভাৱন্বিত হোৱাটো কোনো গৰ্হিত কাম বুলি নধৰি পৰম্পৰা বুলিহে ধৰিব পাৰি। ৰায়চৌধুৰী পূৰ্ববৰ্ত্তী কোনো কবিৰে প্ৰত্যক্ষ নাইবা পৰোক্ষ প্ৰভাৱৰপৰা মুক্ত। ৰবীন্দ্ৰোত্তৰ যুগত কম বেচি পৰিমাণে ৰবীন্দ্ৰনাথৰ প্ৰভাৱ বহুতো কবিৰ ওপৰত পৰিছে। অৱশ্যে ৰবীন্দ্ৰনাথৰ প্ৰভাৱতে যে নিজৰ অস্তিত্ব বিলীন কৰি দিছে এনে নহয়। ৰায়চৌধুৰীক ৰবীন্দ্ৰনাথৰ কোনো ধৰণৰ প্ৰভাৱে স্পৰ্শ কৰিব পৰা নাই।

ৱৰ্ডচ্‌ৱৰ্থৰ স্কাইলাৰ্ক চৰাইটোৱে 'হেভেন' ( Heaven ) আৰু হোমৰ (Home) এনাজৰী ৰক্ষা কৰাৰ দৰে ৰায়চৌধুৰীয়ে তেওঁৰ কাব্য-কলাৰ মাজত আধ্যাত্মিক মানসিক, সামাজিক সকলো ধৰণৰ চিন্তাস্ৰোতৰ সন্ধান দিব পাৰিছে যি দৰে ৰায়চৌধুৰীৰ দেশপ্ৰেমত কোনো ধৰণৰ কৃত্ৰিমতা নাই, তেনেভাৱে ৰচনাবাজিও আনৰ প্ৰভাৱৰপৰা মুক্ত।

জীৱদ্দশাত ৰায়চৌধুৰীয়ে অসমীয়া জাতিৰ সাহিত্য-সংস্কৃতিৰ বাবে যিখিনি অৱদান দি গ'ল এজন মানুহৰ জীৱনৰপৰা ইয়াতকৈ আৰু বেচি আশা কৰিব নোৱাৰি। ৰায়চৌধুৰীৰ মৃত্যুত অসমীয়া সাহিত্যৰ তথা জাতীয় জীৱনৰ যি ক্ষতি হ'ল সেই ক্ষতি অপূৰণীয়। অসমীয়া সাহিত্যৰ বুৰঞ্জীত বয়সে আঁচোৰ পেলাব নোৱাৰা ৰায়চৌধুৰীৰ নিষ্ঠা, ঐকান্তিকতা আৰু প্ৰতিভাৰ কথা সোণালী আখৰেৰে লিখা থাকিব।

১৯৬৭ খৃঃৰ ২ জানুৱাৰী তাৰিখে এইজনা ভীষ্ম প্ৰতিম পুৰুষৰ সন্ধিয়া ৬৪৫ বজাত জীৱন-বন্তি নিৰ্বাপিত হ'ল। ৩ জানুৱাৰীৰ ১০ বজাত কৰাচলৰ কাষত নৱগ্ৰহ শ্মশানত তেঁৰাৰ মানবী, দেহা ভস্মীভূত হ'ল। 'অসম গেল কিবা এটা কৰ' বুলি সঘনে যাকে তাকে সকীয়াই ফুৰা চাবিকুৰি তিনি বছৰীয়া এটি সংগ্ৰামশীল জীৱনৰ অন্ত পৰিল।

## ৭ দুৰ্গেশ্বৰ শৰ্মা

দাৰ্শনিক কবি দুৰ্গেশ্বৰ শৰ্মাৰ জন্ম হৈছিল ১৮৫৫ খৃঃত যোৰহাটৰ ওচৰৰ পতীয়া গাঁৱত। তেওঁৰ পিতৃদেৱ কমলেশ্বৰ শৰ্মা। যোৰহাট হাইস্কুলৰপৰা ১৮৯৯ খৃঃত এণ্ট্ৰেঞ্চ পৰীক্ষা পাছ কৰি কোচবেহাৰ কলেজত পঢ়ে। কোচবেহাৰ কলেজৰ পৰাই ১৯০৩ খৃঃত বি এ আৰু ১৯০৬ খৃঃত বি এল ডিগ্ৰী লাভ কৰিছিল। যোনতে কিছুদিন ওকালতি কৰিছিল পাচত ১৯১১ খৃঃত একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ নিযুক্ত হয়। শেষত ডিৰেক্টৰ অব্ লেণ্ড ৰেকৰ্ডচ হয়গৈ।

চৰকাৰী চাকৰী কৰা কালৰপৰা শৰ্মাৰ কৰ্তব্যনিষ্ঠাৰ কথা আজিও বহু ঠাইত কাহিনীৰ দৰে চলি আছে। ১৯৬১ খৃ ৰ ৪ চেপ্তেম্বৰ তাৰিখে শৰ্মা ডাঙৰীয়া বৈকুণ্ঠগামী হয়।

দুৰ্গেশ্বৰ শৰ্মাৰ অন্তৰত সাহিত্য সৃষ্টিৰ প্ৰেৰণাই শিপা মেলিছিল নিচেই সৰু কালৰেপৰা। জোনাকীত যেতিয়া প্ৰথম কবিতা 'নৱাকাল' প্ৰকাশ হয় তেতিয়া তেওঁ কলেজৰ ছাত্ৰ। পঢ়াশলীয়া শিক্ষা সাং কৰি শৰ্মা যেতিয়া ওলাই আহিল, তেতিয়া নৱন্যাস আন্দোলনৰ পূৰ্ণ পয়োভৰ। নৱন্যাস আন্দোলনত শৰ্মা ডাঙৰীয়াই অবিহণা যোগালে কবিতা আৰু নাটক ৰচনাৰে।

১৯১১ খৃঃত একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ হোৱাৰ আগলৈকে তেওঁৰ পাৰ্থ পৰাজয় ( ১৯০৯ ) আৰু চন্দ্ৰাৱলী ( ১৯১০ ) নামৰ দুখন নাটক আৰু অঞ্জলি ( ১৯১০ ) নামৰ কবিতা সংকলন এটি প্ৰকাশ হয়। ইয়াৰ পাচত প্ৰকাশিত পুথি তৃতীয় নাটক বালিবধ ( ১৯১২ ) আৰু নিবেদন ( ১৯২০ ) নামৰ আন এখন কবিতা সংকলন। পদ্মাৱতী নামৰ এখন নাটক অপ্ৰকাশিত অৱস্থাত আছে।

'নৱন্যাস যুগৰ কবিসকলৰ আদৰ্শ যদিও পাশ্চাত্য ৰোমাণ্টিক কবি গোষ্ঠী, কিন্তু অসমীয়া ৰোমাণ্টিক কবিসকল ভাৰতীয় দৰ্শনৰ দ্বাৰা প্ৰভাৱান্বিত'। এই উক্তি দুৰ্গেশ্বৰ শৰ্মাৰ কবিতাৰাজিৰ মাজত স্পষ্টভাৱে পৰিস্ফুট। শৰ্মাৰ কবিতা সম্বন্ধে আলোচনা কৰি ডক্টৰ সত্যেন্দ্ৰ নাথ শৰ্মা ডাঙৰীয়াই লিখিছে "আত্মাৰ অবিনশ্বৰতা আৰু জন্মান্তৰবাদত বিশ্বাস ঋত বা ব্ৰহ্মাণ্ডৰ চলিষ্ণু নৈতিক শক্তিৰ অখণ্ড প্ৰবাহত নিষ্ঠা, এটি সংযত জীৱনোপভোগৰ আকাংক্ষা আৰু জাগতিক সৌন্দৰ্য্যৰ প্ৰতি মোহ শৰ্মাৰ কবিতাৰ বিশেষত্ব।"

'মানুহৰ তুমি এটি পুৰণি সাহোন
প্ৰথমেই জনম তোমাৰ
আছিল আছেও সেই মনোমোহা গুণ
আজিলৈকে তোমাৰ পূজাৰ (কবিতা)

মানুহৰ চিন্তা আৰু কল্পনা গছত ফুলা কবিতাৰ কাকলিত শৰ্মাই বিচাৰি পালে আত্মাৰ অবিনশ্বৰতাৰ কথা। মায়াৰ সংসাৰত বিশ্বব্ৰহ্মাণ্ডৰ লীলা সামৰি সকলো মানুহ গৈ অনন্তত জিৰণি লভিব ঈশ্বৰৰ মাজতেই। আত্মাৰ জানো জিৰণি আছে? নতুন জীৱন লাভ কৰি পুৰণি কালৰ কথা পাহৰি নৱ জীৱনৰ আশা উদ্দীপনাৰ লগত মন প্ৰাণ ঢালি দিব লাগিব। শৰ্মাৰ কবিতাৰাজিত সেয়েহে আছে জন্মান্তৰবাদত গভীৰ বিশ্বাস। হাঁহি-কান্দনৰ মাজেৰেই মানৱ জীৱন। জীৱন বুলিলে সুখ সম্ভোগেৰে যে উপচি পৰিব লাগিব তাৰ কোনো হেতু নাই। কেতিয়াবা জাগতিক সুখ-ভোগ, কেতিয়াবা দুখ-দৈন্য ইয়াৰ মাজেৰেহে প্ৰকৃত জীৱন উপলব্ধি সহজ হ'ব।

সন্ধিয়াৰ সৰু তৰা লাহে লাহে নিজিলিকে
পুৱা লয় নগ'লে পুৱত
ধাৰাসাৰ জীৱনতো একো দুখ নেথাকিলে
শান্তি গুণ নেবাকে সুখত (বিজনি)

অকল জাগতিক মোহেই যে মানৱ জীৱন ব্যাপি থাকে এনে নহয়। দৈহিক মোহেও মানুহক মৃত্যুৰ পিচত এৰা দিব নোৱাৰে। মৃত্যুৰ পিচত কবিয়ে আত্মাহীন দেহৰ আলাই-আথানি সহিব নোৱাৰে।

খৰি দিবা মোক তুমি নইৰ বালিত
কেৱে যেন চিনকে নাপায়,
ইাহিলে কোনোৱে মোৰ মৰি শালনিত
কিজানিবা মই দুখ পাওঁ।

জীৱন মৰণৰ অবিচ্ছেদ্য যাত্ৰাপথত বাট বুলি মাজে মাজে কবিয়ে লাৱণীৰ কোমল মুখনিৰ মৌ-মাত জানিবলৈ হাবিয়াস নকৰা নহয়। আকাঙ্ক্ষাৰ কঠীয়াতলত দুৰ্লভ মাধুৰীয়ে গজালি মেলিলেও নোপোৱাৰ বেদনাত চিৰ ব্যৰ্থ অন্তৰ খনি নিৰাশাৰ ভটীয়নী সোঁতত উটুৱাই দিয়া হাবিয়াস কবিৰ নাই। কবিৰ এই বলিষ্ঠ অন্তৰৰ প্ৰকাশ ফুটি উঠিছে প্ৰথম কবিতা 'ল'ৰা কালত':

নালাগে সি সুখ, থকা সেই ল'ৰা কাল,
এতিয়াৰ এই কাল নিয়াও ভালেৰে
হে বিধাতা শক্তি দিয়া তোমাৰ জীৱন
তোমাতে বিলীন যাতে হয় একেবাৰে।

'জীৱনৰ অৰ্দ্ধচেতন সুপ্তিৰ মাজত স্নেহ এক অস্তিত্বহীন ছায়াছবি। কবিৰ মতে অস্তিত্বহীন ছায়াছবি হ'লেও পৃথিৱীত অমৰত্ব লাভ কৰিব পাৰিছে, স্নেহেই—

পৃথিৱীৰ আদিতে স্নেহৰ জনম
মৃত্যু তাৰ নাই পৃথিৱীত
মাটিদেহ মাটি হব, স্নেহৰ বান্ধনি,
লয় হলে নেচায় মাটিত।

সময়ে সময়ে কবিৰ চকুত ভাহি উঠিছে কিছুমান অনন্ত প্ৰশ্নৰ ইন্দ্ৰজাল,

'মৰণ তুমি জানো অনিশ্চিত এৰি
দিবা কিবা নিশ্চিত জীৱন,
বুজিব নোৱাৰি এই প্ৰশ্নৰ উত্তৰ
সদায় অশান্তি মোৰ মন। (প্ৰশ্ন)

কবি সৌন্দৰ্য্যৰো উপাসক। নীল আকাশৰ জোনাকৰ জেউতি আৰু নিৰ্মল পানীত তাৰ প্ৰতিচ্ছবি, হাতে চুকি নোপোৱা আকাশৰ তৰা, শেষ নিশা অকলশৰে নৈৰ পাৰত অনাই-বনাই ফুৰা জলকুঁৱৰী, অস্তাচলগামী সূৰ্য্যক শেষ আলিঙ্গন দিবলৈ ওলোৱা সন্ধ্যাদেৱীৰ ৰূপ, বিহুৰ গোঁপাৰ

ঝিঁণিকি ঝিঁণিকি সুৰ, আঘোণ মহীয়া সুকষৰ সোণালী বহুণ সানি থান দাই থকা নিৰলা দাৱনী আৰু প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্য্যই কবিৰ অন্তৰ পুলকিত কৰে।

শেলুৱা শিলত গজা ফুল বনৰীয়া
আধা আধি চকুৰ আঁৰত
ধুনীয়া তৰাৰ দৰে একেটি যেতিয়া
তিৰবিৰ জ্বলে আকাশত (সাদৰী)

A violet by a mossy stone
Half hidden the eye

অকল বহি প্ৰকৃতি অপৰূপ সৌন্দৰ্য্য উপভোগ কৰিয়ে কবি ক্ষান্ত থকা নাই। সন্ধানী দৃষ্টিৰে সকলো কথা চালি জাবি কৰিয়ে উপনীত হৈছে শেষ সিদ্ধান্তত

সংসাৰ গোটেই খনি পুতলায় খেল
কোনোবাই ধেমালি কৰিছে
আমিও খেলাৰ বস্তু নেদেখা জনাই
ধেমালিতে আমাক সাজিছে। (পুতলা)

ব্যক্তিগত জীৱনত শৰ্মা নৈষ্ঠিক ব্ৰাহ্মণ হ'লেও ভাবৰাজ্যৰ দুৱাৰ সকলোৰে বাবে মুকলি। নামঘৰ, গীৰ্জা, মছজিদ তেওঁৰ মনত সকলো সমান। দাৰ্শনিক কবি দুৰ্গেশ্বৰ শৰ্মাৰ নিজস্ব বৈশিষ্ট্য প্ৰকাশ পাইছে এই উদাৰদৃষ্টিৰ মাজেৰেই।

বাল্মিকীৰ কাব্যজগতত প্ৰেৰণা যোগোৱা বীণাদেৱী, কণ্বমুনি আশ্ৰিতা শকুন্তলা, নৃত্য-পটীয়সী চিত্ৰলেখা কবিৰ চিৰনমস্য। মাইকেল মধুসূদন দত্ত, ৰামমোহন আৰু জগন্নাথ বৰুৱাৰ ব্যক্তিত্বক সন্মান দেখুৱাবলৈও পাহৰা নাই।

বহুগুণেৰে বিভূষিত হ'লেও মানৱ জাতি স্বাৰ্থপৰ। আত্মাতুষ্টিসম্পন্ন ৰীতি-নীতিয়ে কবিক সন্তোষ দিব পৰা নাই।

বিধিলাক ৰীতি-নীতি নৰৰ গঠিত
সকলোতে তাৰি চোৰা স্বাৰ্থ বিৰাজিত। (আমাৰ নিয়ম)

শ্ৰুতিমধুৰ কৰুণ গল্প-গীতি 'বঙিলাৰ' মাজত কবিৰ অনুভূতিশীল

অন্তৰ এখনিৰ ছাঁ দেখা গৈছে। ইংৰাজী কবিতাৰ ছাঁ লৈ লিখা সান্ধ্যা নক্ষত্ৰ, জলকুঁৱৰী আদি কবিতাবাজিক কবিয়ে বুকুৰ তপত তেজৰ উমনিবে সজীব কৰি লৈছে। শব্দ-চয়ন, প্ৰকাশ-ভঙ্গী আৰু ছন্দৰ মাধুৰ্য্যই অনুবাদৰ গোন্ধ নাইকিয়া কৰিছে।

শৰ্মাৰ কবিতা ভাৰতীয় দৰ্শনৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত। দাৰ্শনিক কবি ৰূপে পৰিচিত হ'লেও 'সৰলতা' অনতিভাষণ, নিৰলঙ্কাৰতা তেওঁৰ কবিতাৰ অন্যতম লক্ষণ। কবিৰ কোমল সৌন্দৰ্য্যজ্ঞাপক অনুভূতিবোৰ প্ৰকাশ কৰিছে সহজ সৰলভাৱে। দাৰ্শনিক ভাবেৰে ভাবাক্ৰান্ত হ'লেও সহজ সৰল প্ৰকাশ-ভঙ্গী তেওঁৰ ৰচনাৰ অন্যতম বৈশিষ্ট্য। ৱৰ্ডচৱৰ্থ আদি ইংৰাজ কবিৰ প্ৰভাৱ থাকিলেও ভাৰতীয় চিন্তাৰ আত্মাৰ অবিনশ্বৰতা আদি ভাবৰ দোমোজাই পাশ্চাত্যৰ ৰহস্যবাদৰ মায়াজালত হেৰাই নাযায়। 'আত্মাৰ অবিনশ্বৰতা আৰু জন্মান্তৰবাদত' বিশ্বাস আনহাতে সংযত জীৱন উপভোগৰ আকাঙ্ক্ষা আৰু জাগতিক সৌন্দৰ্য্যৰ প্ৰতি মোহ শৰ্মাৰ কবিতাৰ বিশেষত্ব। কবিৰ দাৰ্শনিকতাই দুৰণিৰ পেঁপাৰ মাত, অকলশৰীয়া ৰূপহী দাৱনী, যখিনী আৰু জলকুঁৱৰী আদিৰ সৌন্দৰ্য্য উপলব্ধিত বাধা জন্মোৱা নাই। অনুবাদ কবিতাসমূহৰ ভাষা আৰু প্ৰকাশভঙ্গী প্ৰাঞ্জল। তেওঁৰ আন আন কবিতাৰ ভাষাও সহজ, সৰল আৰু প্ৰকাশ ভঙ্গীৰ কোনো জটিলতা নাই। ঠায়ে ঠায়ে ঘৰুৱা উপমা আদি প্ৰয়োগ কৰা দেখা যায়।

শৰ্মাৰ কবিতাবাজিৰ ভাব-ভাষা হাড়ে হিমজুৰে অসমীয়া, ভাৰতীয় দৰ্শনেৰে পৰিপুষ্ট। তৎসম নাইবা অনা অসমীয়া শব্দ ব্যৱহাৰ নকৰি সহজ, সৰল, নিভাজ অসমীয়া ব্যৱহাৰৰ মাজেৰে তেওঁৰ বৈশিষ্ট্য ফুটাই তুলিব পাৰিছে। অসমৰ প্ৰাকৃতিক দৃশ্যবাজিত আপোন পাহৰা হৈ লগতে মানৱ জীৱনৰ দুখ-দৈন্য আৰু অৱনতিৰ প্ৰতি গভীৰ দৃষ্টি নিক্ষেপ কৰি কবিয়ে বিচাৰিছিল সূক্ষ্মভাৱে উপলব্ধি কৰিবলৈ। কবিৰ দৃষ্টিভঙ্গী বহল আৰু উদাৰ। 'অঞ্জলি' আৰু 'নিবেদনৰ' কবিতাবাজি বিভিন্ন ছন্দত ৰচিত। একে আষাৰতে ক'বলৈ হ'লে শৰ্মাৰ কবিতাবাজিয়ে আমাৰ অৰ্ধচেতন মনৰ গোপন সন্ধান দিয়াৰ উপৰিও দেখুৱাব পাৰিছে বিশ্ব প্ৰকৃতিত বাট বুলিব পৰা সহজ সৰল পথ এটি।



# ৰত্নকান্ত বৰকাকতি

'শেৱালি'ৰ কবি ৰত্নকান্ত বৰকাকতী নগাঁৱৰ ঢিং মৌজাৰ আঠগাঁৱত ১৮৯৭ খৃঃৰ ২০ জুনত জন্মে। তেওঁৰ পিতৃ চ'ৰিঙৰ সাত ঘৰীয়া কাকতী পৃথু বৰকাকতীৰ বংশৰ ভূধৰ বৰকাকতী। নগাওঁ চৰকাৰী হাইস্কুলৰপৰা ১৯১৫ খৃ ত প্ৰবেশিকা পৰীক্ষা পাছ কৰি কলেজীয়া শিক্ষাৰ পাতনি মেলে কটন কলেজত। পাচত কলিকতালৈ গৈ ৰিপন কলেজত পঢ়িছিল। কিছুদিন হুগলী কলেজতো পঢ়িছিল। কিন্তু তেওঁৰ ডিগ্ৰী লাভ কৰা নহ'ল। ১৯২০ খৃঃত মহাত্মা গান্ধীৰ মুক্তি আন্দোলনৰ দ্বাৰা প্ৰভাৱান্বিত হৈ সিমানতে শিক্ষাৰ সামৰণি মাৰিলে।

১৯৬৩ খৃঃৰ ২০ এপ্ৰিল তাৰিখে বৰকাকতী ডাঙৰীয়াই নাজিৰাত বহা অসম সাহিত্য সভাৰ ত্ৰিংশ সন্মিলনত সভাপতিত্ব কৰিছিল। সন্মিলনৰপৰা ঘৰলৈ উভতি আহোঁতে ২১ এপ্ৰিল তাৰিখে মাজ বাটতে যোৰহাটৰ মিচন হাস্পতালত তেওঁ মৃত্যুবৰণ কৰিলে।

ৰত্নকান্ত বৰকাকতী একেধাৰে এগৰাকী কবি, সমালোচক আৰু নাট্যকাৰ যদিও তেওঁৰ খ্যাতি 'শেৱালি'ৰ কবি হিচাবেহে। উঠাৰ দিনৰেপৰা আজীৱন কাব্যচৰ্চা কৰি 'তৰ্পণ', 'শেৱালি' আৰু 'চন্দ্ৰহাৰ' নামৰ কবিতা সংকলন কেইখনেৰে বৰকাকতীয়ে অসমীয়া সাহিত্যত এখন সুকীয়া আসন লব পাৰিছে। 'অলকা' কবিৰ একমাত্ৰ স্বৰচিত নাট। 'হিন্দু স্বৰাজ', 'Our Scripts Question', 'আলাপ' আদি কবিৰ আন আন গ্ৰন্থ।

নৱন্যাস আন্দোলনত অবিহণা যোগোৱা বৰকাকতী ডাঙৰীয়াই কাব্য আকাশত ভুমুকি মাৰিছিল কুৰি শতিকাৰ দ্বিতীয় দশকৰে পৰা। ৰোমাণ্টিক কবিতাৰ ছন্দৰীতি, ছন্দ বৈচিত্ৰ্য আৰু ধ্বনি প্ৰবাহত বৰকাকতীৰ স্থান সুকীয়া।

ৰোমাণ্টিক কবিতাৰ দুটা ধাৰা স্পষ্ট-ছবি আৰু গীত। চৌধাৰীৰ কবিতা যেনেদৰে চিত্ৰ-প্ৰধান দুৱৰাৰ কবিতা তেনেদৰে সঙ্গীত প্ৰধান। কিন্তু বৰকাকতীৰ কবিতাক এক আষাৰতে চিত্ৰ প্ৰধান নাইবা সঙ্গীত-প্ৰধান বুলি কব নোৱাৰি। তেওঁৰ কবিতাত সঙ্গীত আৰু চিত্ৰই সমানে প্ৰাধান্য লাভ কৰিছে।

শেৱালি কবিৰ কবিতা অকল ৰোমাণ্টিক কবিতাৰ ভাবোচ্ছ্বাসতে সীমাবদ্ধ নহয়। ৰোমাণ্টিক কবিতাত নিৰ্মাণ ধাৰ্মিতাৰ গুণ প্ৰদান কৰিবলৈ কৰা প্ৰচেষ্টা তেওঁৰ কবিতাৰ অন্যতম বৈশিষ্ট্য। প্ৰতীকবাদী আৰু ৰহস্যময় কবিতাসমূহত দাৰ্শনিক চিন্তাস্ৰোতৰ ইন্ধন পোৱা যায়। সৃষ্টিৰ সকলো বস্তুতে প্ৰকাশ বিচাৰি কবিৰ হিয়া কঁপে, কবিৰ হিয়া ব্যাকুল। জগতৰ ইমান মাধুৰী ইমান ৰস গ্ৰহণ কৰিব পৰা ক্ষমতা কবিৰ নাই। অপ্ৰকাশৰ বেদনাই যেন কবিৰ জীৱনৰ চৰম বেদনা। বাহিৰ বিশ্বৰ অনন্তৰ হাতত বাউলিত সঁহাৰি জনোৱাটো যেন কবিৰ কৰ্তব্য সেয়েহে কবিতাৰ মাধ্যমেৰে কবি য় বিচাৰে সুন্দৰৰ লগত অসীম চিৰসুন্দৰৰ মিলন। শেৱালিৰ 'মোৰ পূজা, 'সুন্দৰ', চিৰসুন্দৰ', 'বিশ্বহৰণ' আদি কিছুমান কবিতা গভীৰ মনোধৰ্মী স্যক এক অস্পষ্ট কুঁৱলীৰ আৱৰত ৰাখিছে। কবিৰ এনেধৰণীয়া সৰহভাগ কবিতাই প্ৰতীকধৰ্মী। সঙ্গীত আৰু প্ৰতীকবাদী প্ৰকাশ এই দুয়োটাৰ সমন্বয় কেৱল সুনিপুণ শিল্পীৰ ক্ষেত্ৰতহে সম্ভৱ। সঠিক শব্দচয়নৰ মাধ্যমেৰে দুয়োটাৰ সংমিশ্ৰণৰ সমন্বয় সৃষ্টি কৰি বৰকাকতী এজন সুনিপুণ শিল্পীৰূপে পৰিচয় দিব পাৰিছে। চিৰসুন্দৰক কবিয়ে উপলব্ধি কৰিব পাৰিছে প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্যৰ মাজত। শেষত কবিৰ চিৰসুন্দৰৰ সন্ধান মনীষাত ভূমাৰ নৈসৰ্গিক সৌন্দৰ্যৰ ছবি ম্লান পৰি গৈছে।

বিষয়-বস্তুৰ ফালৰপৰা নিৰীক্ষণ কৰিলে শেৱালিৰ কবিতাসমূহক প্ৰধানকৈ পাঁচ ভাগত ভাগ কৰিব পাৰি (১) প্ৰেম বা ভাল পোৱাৰ কবিতা, (২) কবি আৰু কাব্য সম্বন্ধীয়, (৩) শোকৰ কবিতা, (৪) পৌৰাণিক আৰু ঐতিহাসিক কথা, (৫) জীৱনৰ সমস্যা সম্বন্ধে তেওঁৰ চিন্তাৰ কাব্যময় প্ৰকাশ।

বিভিন্ন কবিৰ কবিতাৰ প্ৰতীক তুমি, প্ৰিয়তমা, চৰাই, কিন্তু বৰকাকতীৰ কবিতাৰ প্ৰতীক চন্দ্ৰ। "কবিয়ে য'ত চন্দ্ৰক উপমা হিচাপে লৈছে তাত প্ৰকাশ পাইছে কবি প্ৰকৃতিৰ এটি মিষ্টিক ব্যঞ্জনা। শেৱালি কবিৰ চন্দ্ৰ পূজাৰে অঞ্জলি স্বৰূপ। আনহাতে শেৱালিৰ নিষ্কলঙ্ক শুভ্ৰতা আৰু চন্দ্ৰৰ নিষ্কলঙ্ক মাধুৰিমা

কবিৰ হৃদি জলধিৰ প্ৰতিবিম্ব। চিৰসুন্দৰৰ পূৰ্ণতাৰ পৰম তৃষ্ণা বিচাৰিছে ইয়াৰ মাজেদিয়ে।"

বৰকাকতীৰ কবিতাত প্ৰকৃতিক মুখ্য স্থান দিয়া নাই যদিও তেওঁৰ কবিতাত যে প্ৰকৃতিক একেবাৰে উপেক্ষা কৰিছে এনে নহয়। কোনো কাব্যত প্ৰকৃতিৰ স্থান নিৰূপণ কৰিবলৈ হ'লে প্ৰকৃতিৰ লগত কবিৰ সম্বন্ধৰ সম্যক জ্ঞান থাকিব লাগিব। প্ৰকৃতিক অকল মানৱীয় কাৰ্যাৱলীৰ পটভূমি বুলি ধৰিলে প্ৰকৃতিৰ প্ৰতি দৰাচলতে অন্যায় কৰা হব। বৰকাকতীয়ে তেনে কৰা নাই। বিশ্ব-প্ৰকৃতিৰ বিনন্দ-বিলাসৰ মাজত কবি অকল তৃপ্তিয়ে নাপায় প্ৰকৃতিখনে কবিক যেন 'সকীয়াই' থাকে।

মোক যে ইমান
ব্যাকুল কৰিছে
চৰাচৰৰ হায় দিবস ৰাতি
ভুলিয়েছে তাৰ নোপোৱা উমান
সুগুনা বিৰাট বিশ্বগীতি

শেৱালিৰ কবিতাবাজিত প্ৰকৃতিৰ লগত কবিৰ এটি সংযোগ সূত্ৰ দেখা যায়। Shelley-ৰ Love Philosophy বোলা কবিতাটোত কবিয়ে যিটো মিলন স্বৰ্গ দেখুৱাইছে, শেৱালিৰ কবিয়েও প্ৰকৃতিৰ এই সঙ্গতিটোক স্বীকাৰ কৰি লৈছে। জাগতিক এই প্ৰেমৰ সোঁতৰপৰা মানুহ ফালৰি কাটি ওলাই যাবৰ উপায় নাই। কেতিয়াবা কবিয়ে আপোন আত্মা জগতৰ মাজত প্ৰচাৰিত কৰি দিয়ে আৰু বিশ্বাত্মাৰ লগত আত্মাৰ আত্মীয়তা স্বীকাৰ কৰে।

ফুলনি গুৱাই
ফুলে যেৱে ফুল
সুগুচেতো মোৰ
তেতিয়াও ভুল
দেখোঁ যে সিঁইত
কলিজাৰ তেজ
নিৰাশ প্ৰেমৰ
বাওলী ফুল (সুন্দৰ)

সৌন্দৰ্যৰ প্ৰতি কবিৰ আকৰ্ষণ দেখা গৈছে প্ৰিয়াৰ ৰূপত আৰু ইয়াৰ মাজেদিয়ে কামনা কৰিছে চিৰসুন্দৰৰ অসীম সত্তা। চিৰসুন্দৰ কবিৰ প্ৰতি সদয় হওক বা নহওক তাৰ প্ৰতি কবিৰ কোনো লক্ষ্য নাই। চিৰসুন্দৰৰ

সাধনাই কবিৰ গৰ্ব, প্ৰিয় আৰু স্বৰ্গ। সকলো ক্ৰিয়াৰ প্ৰতিক্ৰিয়া আছে। সেয়েহে কবিৰ ধাৰণা প্ৰিয়াৰ আগমনিয়ে তেওঁৰ অন্তৰত যি ঢৌ তুলি গ'ল সেই ঢৌৱে প্ৰিয়াকো স্পৰ্শ কৰিব।

শেৱালিৰ ভালেমান কবিতাৰ কেন্দ্ৰস্থ ভাব যদিও 'প্ৰেম' কিন্তু এই প্ৰেম ব্যক্তি-প্ৰেম বা আধ্যাত্মিক প্ৰেম বুলি একে আষাৰতে ক'ব নোৱাৰি। ভূমাৰ সৌন্দৰ্যৰ মাজেৰে কবিয়ে উপলব্ধি কৰিব পাৰিছে প্ৰিয়জনৰ সৌন্দৰ্যৰ স্পৰ্শ। এনেভাৱে কবিৰ প্ৰেম বহুধা বিভক্ত।

মানুহ জীৱনৰ ভুল, ব্যৰ্থতা, নিৰাশাবোৰ যে জীৱনৰ ক্ৰমান্বিত উন্নতি পথৰ একোটি ক্ৰমহে তাক কবিয়ে বুজাবৰ চেষ্টা কৰিছে। ঈশ্বৰৰ লগত মিলন কবিয়ে বিচাৰে, কিন্তু তেওঁ এইটোও জানে যে মিলন সমানে সমানেহে হয়। ঈশ্বৰৰ লগত মিলিত হ'ব পাৰিব কেৱল দানৰ যোগেদিহে, অকল গ্ৰহণৰ মাধ্যমেৰে নহয়। অনুসন্ধিৎসু অন্তৰেৰে কবিয়ে জীৱনৰ সকলো সংঘাত-আঘাত বুকু পাতি লৈ অনুভূতিৰ সন্ধান দিব বিচাৰে। কবিৰ অন্তৰৰ অন্যতম কোণত মেদেখা জগতখনৰো ৰূপ প্ৰতিফলিত হয়। কিন্তু কবিয়ে পোৱা নোপোৱাৰ ব্যস্ত জগতত কবিৰ স্থান নিৰূপণ কৰাৰ প্ৰয়োজনীয়তা থাকিলেও কবিব নোৱাৰে। ৰাজদৰবাৰত কবিৰ স্থান নাথাকিলেও কোনেও কবিক বুধি ভাৰষা সুসুধিলেও অন্তৰ জগতৰ ৰহস্য উদ্ঘাটন কৰা কবিৰ কৰ্তব্য।

'অসীম তত্ত্ব অনাদি কালৰ
অভেদ মধুৰ ৰহস্য যাৰ
মোকোলাই ধৰে মুকলি কবিয়ে
মুকলি হিয়াৰ বজাই তাঁৰ।

বৰকাকতীৰ কবিতাৰ অন্যতম বৈশিষ্ট্য ছন্দ বৈচিত্ৰ্য। বৰকাকতীয়ে তেওঁৰ কবিতাৰ ছন্দেৰে অসমীয়া কাব্য সাহিত্যত এটা নতুন যুগ প্ৰৱৰ্তন কৰিছে। বৰকাকতীৰ আগলৈকে অসমীয়া কবিতাত ছন্দবৈচিত্ৰ্য কমেই দেখা যায়। পুৰণি ছন্দকে ইফাল-সিফাল কৰি নৱন্যাস আন্দোলনৰ গুৰিয়াল সকলে কবিতা ৰচনা কৰিছিল। অসমীয়া কবিতাৰ ছন্দবিলাক নানান ধৰণে সজাই পৰ্ব আৰু চৰণ নানান ধৰণে সন্নিবেশ কৰি ছন্দ-বৈচিত্ৰ্য আনে পোন প্ৰথম বৰকাকতীয়ে। ছন্দ-বৈচিত্ৰ্যৰ ক্ষেত্ৰত বৰকাকতীৰ ওপৰত অলপ ৰবীন্দ্ৰনাথৰ প্ৰভাৱ পৰিছে। ৰবীন্দ্ৰনাথে তেওঁৰ কবিতাত আৰু সংগীতত বিবিধ ব্যঞ্জনা বিবিধ গতি-ভংগী, ছন্দৰ বিবিধ লয়লাস নৃত্য প্ৰবৰ্তন কৰি তেওঁৰ আগৰ বঙলা ছন্দৰ গতানু-গতিকতা ভংগ কৰে।

বৰকাকতীৰ কোনো কোনো কবিতাত পুৰণি পদ, ত্রিপদী ছন্দকে অটুট বাখিছে। কিন্তু ইয়াত পর্ব আৰু চৰণবিলাক পৃথকভাৱে সজোৱাত দেখাত নতুন যেন হৈ প্ৰকাশ পাইছে।

'চকুলো প্রিয়ৰ গ'ল
যিধাৰি বাগৰি
বর্ণনা অতীত সিৰে
প্ৰাণৰ লহৰি,

ইয়াত বৰকাকতীয়ে দৈৰ্ঘ্য আখৰৰ পদকে ভাঙি চৰণ পর্ববিলাক স্বতন্ত্রভাৱে সজাইছে। ওপৰৰ পদটোত দুটা চৰণ আৰু চাৰিটা পর্ব আছে। ঠায়ে ঠায়ে ত্রিপদী ছন্দ অটুত ৰাখিছে। 'দুদিন আহে যায়' কবিতাত ত্রিপদী ছন্দৰ মাজত অন্য ছন্দৰ সংমিশ্রণ কৰি বৈচিত্র্য আনিছে। কোনো কোনো কবিতাত ত্রিপদী ছন্দৰ ছেদক তিনিটাৰ ঠাইত চাৰিটা ছেদত ভাগ কৰিছে।

তোমাৰ পৰশ (১)
তড়িৎ লাগি (২)
যৌবন যেন (৩)
ব্যাকুল হল (৪) (তোমাৰ পৰশ)

বৰকাকতীৰ কবিতাৰ ছন্দৰ আৰু এটা গুণ ছন্দৰ প্ৰবাহমান কাল। অর্থাৎ ভাবে ক্রমান্বয়ে ইটো চৰণৰপৰা সিটো চৰণলৈ গতি কৰে। বৰকাকতীৰ কবিতাৰ ছন্দৰ বৈশিষ্ট্য প্ৰধানকৈ কেন্দ্র কৰিছে তেওঁৰ কবিতাৰ খাসাঘাটৰ ( Accent ) ওপৰত।

বৰকাকতীৰ কবিতাত ছন্দৰ উপৰিও কোনো কোনো কবিতাৰ ভাব ভাষাৰ ক্ষেত্ৰতো ৰবীন্দ্ৰনাথৰ প্ৰভাব ৰিণিকি ৰিণিকি শুনা যায়। ৰবীন্দ্ৰনাথৰ "কাব্যে উপেক্ষিতা" প্ৰবন্ধৰ ভাব ভাষাৰে বৰকাকতীয়ে উর্মিলা কবিতাত প্ৰাণ সঞ্চাৰ কৰিছিল। বৰকাকতীৰ 'তাজমহলত' ৰবীন্দ্ৰনাথৰ 'ছাজাহান' কবিতাৰ প্ৰতিধ্বনি শুনা যায়। অৱশ্যে ছাজাহানৰ গভীৰ দার্শনিকতাৰ সলনি বৰকাকতীৰ তাজমহলত শুনা যায় এক বিস্ময় বিমুগ্ধ সুৰ। বহুতো কবিতাত ৰবীন্দ্ৰনাথৰ ভাব ভাষাৰ সুৰ ৰিণিকি ৰিণিকি বাজি থাকিলেও মূল প্ৰতিপাদ্য বিষয় বৰকাকতীৰ নিজৰ। ভাব আৰু ভাষাৰ সাদৃশ্য থাকিলেও বৰকাকতী পঢ়িলে ৰবীন্দ্ৰনাথ পঢ়া নহয় নাইবা ৰবীন্দ্ৰনাথ পঢ়িলে বৰকাকতী পঢ়া নহয়। পূর্ববর্তী কবিৰ প্ৰভাব পৰবর্তী কবিৰ ওপৰত পৰাটো এটি চিৰাচৰিত ৰীতি।

---

## ৯ যতীন্দ্ৰনাথ দুৱৰা

কাব্যযোগী যতীন্দ্ৰনাথ দুৱৰা অসমীয়াৰ মনত এটি সাঁথৰ সদৃশ। ১৯৫৫ খৃঃত গুৱাহাটীত অনুষ্ঠিত সাহিত্য সভাৰ সভাপতি বৰণ কৰি ডক্টৰ ভূঞাই দুৱৰাৰ পৰিচয় দি কৈছিল। "কবি যতীন্দ্ৰনাথ দুৱৰা এজন কবিয়েই নহয়, তেওঁৰ জীৱনটোৱে এটি দীঘল কবিতা"। কামদেৱৰ দৰে সুন্দৰ ৰূপ আৰু বিশ্ববিদ্যালয়ৰ উচ্চ ডিগ্ৰীধাৰী দুৱৰাই কোনো উচ্চপদস্থ চৰকাৰী চাকৰিলৈ মন নেমেলি স্কুলৰ শিক্ষকতাকে জীৱনৰ অৱলম্বন হিচাপে লৈ আজীৱন চিৰকুমাৰ হৈ থকাটো বহুতৰ বাবে সাঁথৰ সদৃশ। ৰংপুৰৰ সম্ভ্ৰান্ত দুৱৰা বংশৰ শ্যামসুন্দৰ আৰু পুণ্যদা দুৱৰাৰ পুত্ৰ যতীন্দ্ৰনাথ দুৱৰাই সহজতে হাকিম, মুন্সেফ হ'ব পাৰিলেহেঁতেন। কিন্তু দুৱৰাই কোনো চৰকাৰী চাকৰি নকৈ দেশ-বিদেশৰ সাহিত্যচৰ্চাৰে অসমীয়া কাব্য ফুলনি জাতিষ্কাৰ কৰি গ'ল।

১৮৯২ খৃঃৰ ৪ মাৰ্চ শুকুৰবাৰে ৰংপুৰৰ নিজা ঘৰত দুৱৰাৰ জন্ম। তেওঁৰ উপৰি পুৰুষ, গৌৰধ্বজ সিংহই কনৌজৰপৰা অনা সাত ঘৰ ব্ৰাহ্মণ আৰু সাত ঘৰ কায়স্থৰ এজন মাক দেউতাকৰ পেটমোচা সন্তান দুৱৰাৰ স্বভাৱ সৰুৰেপৰা চিৰশিশুৰ লেখীয়া।

দুৱৰাই পঢ়াশলীয়া শিক্ষা লাভ কৰিবলগা হ'ল বঙালী ভাষাৰ মাধ্যমেৰে। স্কুলত বঙালী পঢ়িব লগা বাবে কবি দুৱৰাৰ মনত আক্ষেপ। এদিন তেওঁৰ বঙালী শিক্ষক ৰামমোহন মিত্ৰই কলে—"তুমি যে মাতৃভাষা মাতৃভাষা কৰ, মাতৃভাষা আবাৰ কি?" দুৱৰাই টপৰাই উত্তৰ দিলে, "মাকৰ কোলাত উঠি যিটো ভাষাৰে আই বুলিব শিকে সিয়ে মাতৃভাষা, দুখৰ বিষয় আমি সেই মাতৃভাষাৰ পৰা বঞ্চিত" এইবুলি কৈ অকণমান ল'ৰাটিয়ে হুকহুকাই কান্দিছিল। ৰামমোহন মিত্ৰই মূৰত হাত বুলাই সান্ত্বনা

দিছিলে—"তুমি পাৰবে তোমাৰ মাতৃভাষা আবাৰ ফিৰে প্ৰাসবে। তুমি আৰ কাঁদনা।"

দুৰ্বৰাৰ কবিতা লিখাৰ হেঁপাহ সৰুৰেপৰা। পোনতে স্কুলৰ হাতে লিখা আলোচনীত দুই এটি কবিতা প্ৰকাশ কৰিছিল। স্কুলীয়া কালতে 'Twinkle Twinkle little Star, how I wonder what you are' কবিতাটিৰ কৰা অসমীয়া ভাঙনী—

চিকিমিকি চিকিমিকি সৰু তৰাটিৰ
কেনেকৈ শোভা কৰে ওখ আকাশত
চিকিমিকি কৰি কৰি হীৰাৰ দৰে জ্বলি
লাহে লাহে পৃথিৱীক দিছেহি পোহৰ
যেতিয়াই সূৰ্য্যদেৱ পশ্চিমলৈ যায়
চিকমিক কৰি থকা গোটেই ৰাতিটি"

পোনতে কবিতাটিৰ ভাঙনী কবি বেণুধৰ ৰাজখোৱাক দেখুৱাইছিল। বেণুধৰ ৰাজখোৱাই কবিক প্ৰথম লিখাৰ প্ৰেৰণা যোগায়। সাহিত্য ক্ষেত্ৰত লক্ষ্মীনাথ বেজবৰুৱাহে দুৰ্বৰাৰ দীক্ষাগুৰু। ১৯১১ খৃঃত বেজবৰুৱাই কলিকতাৰপৰা বাঁহী উলিয়ায়। দুৰ্বৰা তেতিয়া ৩য় বাৰ্ষিকৰ ছাত্ৰ। বেজবৰুৱাৰ বাঁহীৰ দুৰ্বৰা প্ৰধান সাৰথি। তেওঁ কাব্যকলাৰ পৰিপূৰ্ণতা লাভ কৰে বেজবৰুৱাৰ বাঁহীৰ পাততে। বেজবৰুৱা আৰু দুৰ্বৰাৰ মিলনক মণিকাঞ্চন সংযোগ আখ্যা দিব পাৰি। বেজবৰুৱাই হেনো তেওঁক লিখিবলৈ উদগনি দি কৈছিল: "লিখি যোৱা, লিখি যোৱা, ভাল হ'লে বৈ যাব বেয়া হ'লে হাতৰ ঋজুবৃত্তি পলাব।" বেজবৰুৱাৰ সাহিত্যিক সহযোগী চন্দ্ৰকুমাৰ আগৰৱালা আৰু হেমচন্দ্ৰ গোস্বামী দুৰ্বৰাৰ প্ৰধান পৃষ্ঠপোষক। আগৰৱালাৰ মৰমৰ সম্বোধন "বন্ধু"। "বন্ধুকবি" দুৰ্বৰাৰ এটি পোছাকী সম্ভাষণ। আনন্দচন্দ্ৰ আগৰৱালাৰ পৰাও দুৰ্বৰাই প্ৰেৰণা লাভ কৰিছিল। দুৰ্বৰাৰ সৰহভাগ কবিতা প্ৰকাশৰ মূলতেই আছিল মাধৱ বেজবৰুৱা লক্ষ্মীধৰ শৰ্মা, বিৰিঞ্চিকুমাৰ বৰুৱা, হৰেন কলিতা, লক্ষেশ্বৰ শৰ্মা আৰু ৰোহিণী বৰুৱা প্ৰমুখ্যে তেতিয়াৰ কলিকতা নিবাসী অসমীয়া ছাত্ৰ-সমাজ। মাধৱ বেজবৰুৱাই হেনো সৈ আক্ষেপৰ সুৰত কয়, আপুনি কবিতা নিদিলে মই আৰু বাঁহী বন্ধ কৰি দিব লাগিব। অভিমানী দুৰ্বৰাৰ তেতিয়া অভিমান ভাগে আৰু কবিতা লিখি দিয়ে।

দুৰ্বৰাৰ প্ৰথম প্ৰকাশিত পুথি "ওমৰ তীৰ্থ" (১৯২৫ খৃঃ)। পটি থকা

অৱস্থাতে ওমৰ খায়ামৰ সাহিত্যৰ সোৱাদ লাভ কৰে বিহাৰী সহপাঠী এজনৰ সৌজন্যত। কিতাপখনৰ নাম "পাৰস্যৰ জ্যোতির্বিদ কবি ওমৰ খায়ামৰ রুবায়ত। জ্যোতির্বিদ কবি, এই নামটোৱে কবি দুৱৰাৰ মনত এক হাস্যকৰ অথচ বিস্ময়ভাবৰ উদয় হ'লেও পুথিখনি পঢ়ি কবি মুগ্ধ হয়। ফিৎজিৰাল্ড, হুইটফিল্ডৰ ইংৰাজী সংস্কৰণ আৰু আন ইংৰাজী পুথিত পাশ্চাত্য সাহিত্য সম্বন্ধে অধ্যয়ন কৰি সকলো কথাকে খৰচিমাৰি জানি লয়। তাৰ পিচতহে অনুবাদত হাত দিছিল। এই কামত প্ৰেৰণাৰ প্ৰধান উৎস আছিল লক্ষ্মীধৰ শৰ্মা। বেজবৰুৱাৰ নিৰ্দেশত পুথিখনিয়ে ছপাশালৰ বেহু ভেদ কৰিলত পঢ়ুৱৈ সমাজত বেছ সমাদৃত হ'ল। আন এটামৰ মনত আকৌ প্ৰশ্ন জাগিল। "তেওঁ বাৰু কোন সম্প্ৰদায়ৰ নে কেৰলীয়া সম্প্ৰদায়ৰ।" ওমৰতীৰ্থত আছে "ধৰা পৃষ্ঠাত প্ৰাণৰ পিয়লা জীৱন মদিৰা ভৰাই দিয়া।" আনকি এই কথা ফাঁকিৰ বাবে তেওঁৰ নিজৰ সোঁতায়েক এজনীয়ে হেনো আক্ষেপৰ সুৰত কৈছিল— "বোপাই আৰু বিয়া-বাৰু নকৰাই মদটোপি পাই খাই কবিতাহে লিখিছে।" অভিমানী দুৱৰা এনেবোৰ সমালোচনাই কিছু ক্ষুণ্ণও কৰিছিল।

পুথিখনি প্ৰকাশ হোৱাৰ পূৰ্বে ১৯১২ খৃঃৰ 'বাঁহী'ত প্ৰকাশ পোৱা "ওমৰ খায়াম" ওমৰৰ জীৱন দৰ্শন সম্বন্ধে আলোচনা কৰা প্ৰবন্ধ। ওমৰ তীৰ্থ পুথিৰ নিবেদনত 'ওমৰৰ দৰ্শন সম্বন্ধে কবিৰ নিজৰ কথাত লিখিছে "বৈজ্ঞানিকৰ বিশ্লেষণ প্ৰথা, ভাবুকৰ সামঞ্জস্যকৰণ প্ৰথা, কবিৰ গভীৰ দৃষ্টি, দাৰ্শনিকৰ জ্ঞান সকলো গোটাই লৈ সৃষ্টি-তথ্যৰ গভীৰতম প্ৰদেশলৈ ওমৰে চাই দেখিলে তাৰ আদি আৰু অন্ত দুয়ো আন্ধাৰ, গভীৰ আন্ধাৰ মানৱ মনৰ অসীমৰ প্ৰতি ব্যৰ্থ অভিযান এয়ে ওমৰ আৰু ওমৰৰ অভিযানৰ ব্যৰ্থতাৰ কাৰুণ্যই তেওঁৰ মানৱ-জাতিৰ প্ৰতি শ্ৰেষ্ঠ দান।"

ওমৰ তীৰ্থৰ কবিতাবাজি এডাল সূতাৰে গাঁথি লোৱা এধাৰি মণি। আনহাতে প্ৰতিটো মণিৰ নিজস্ব সৌন্দৰ্যৰ দৰে প্ৰত্যেকটো স্তৱকেই স্বয়ং সম্পূৰ্ণ অৰ্থ প্ৰকাশক। "অন্ধ নিয়তিৰ অন্ধ বিশ্বাসত চলে মানুহৰ জীৱন ৰথ" বুলি নিয়তিৰ দুৰ্বাৰ চক্ৰৰ প্ৰতি বিদ্বেষভাব প্ৰকাশ কৰিছে আৰু মানুহৰ নিৰ্বুদ্ধিতা, ভণ্ডামি, অন্ধবিশ্বাসৰ প্ৰতি দেখা গৈছে সহানুভূতি আৰু পুতৌ ভাব:

"কোনোবা বলিয়া সুখ সুখ কৰি।
এই পৃথিৱীক সাবটি ধৰি

কোনোৱে ভাবিছে মৰণৰ পাছে
পাম সঁচাকৈয়ে সুখৰ পুৰি
তইতৰ সুখ নাই কতো হেৰা
নিঠুৰ মৰণে চিঞৰি কয়
মূৰ্খ তইত অলীক ভাবনা
ভাৰ কৰ কিয় জীৱন ক্ষয়।”

ক'ৰ পৰা আহিছো, কলৈ যাম, এই অনন্ত প্ৰশ্নৰ পিচত ওমৰ ব্যাকুল। ওমৰৰ মতে বৰ্তমানেই সকলো। আমাৰ জীৱন আত্মাৰ ভৱিষ্যতৰ হাতত, কোনো স্থায়িত্ব নাই। কোনে জানে কোন মুহূৰ্তত জীৱন শেষ হৈ যাব পাৰে। গতিকে আজিৰ বৰ্তমানক উপভোগ কৰি লোৱা। Eat, drink and be merry, for to-morrow you die

ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা
জীৱন ম দৰা ভৰাই দিয়া
অতীত ভৱিষ্য শোক-দুখ ভয়
আজিৰ ভাবনা উটাই দিয়া।
আজিয়েই দিয়া কালিলৈ কিয়
কোনে জানে মোৰ কালি কি হব
হাজাৰ হাজাৰ বছৰ বিয়পা
হয়তো অতীতে সামৰি থব।

“আমাৰ মনৰ মাজতে সৰগ নৰক আছে।” সৰগ প্ৰয়াসী কবিৰ প্ৰাণে বিচাৰিছে অনন্ত জ্যোতিৰ এটি ক্ষুদ্ৰ কণা—কিয়নো সেয়ে “গুচাব হিয়াৰ আন্ধাৰ ঘোৰ।” ওমৰতীৰ্থ কবিৰ অনুবাদ পুথি হ'লেও যে নিজস্ব বুদ্ধি ভেদি ওলোৱা শান্ত নিজৰা। কবি দুৱৰাৰ দৰে ওমৰ খায়ামৰ ইংৰাজী অনুবাদ পাঢ় বঙালী সাহিত্যতো নৰেন্দ্ৰদেৱে ওমৰ তীৰ্থ ৰচনা কৰিছে কিন্তু দুৱৰাৰ ওমৰতীৰ্থ আন অনূদিত পুথিতকৈ বহু ওপৰত।

ইৰাণৰ কবি হাফেজৰ চুফীতত্বৰ ছাঁ লৈ ৰচনা কৰা দুৱৰাৰ শেহতীয়া প্ৰকাশ মিলনৰ সুৰ (১৯৫৮ খৃঃ)। দেশভক্ত তৰুণৰাম ফুকনে হেনো লগ পালেই বগা পঞ্জাবীটোৰ তলৰপৰা লগুণডাল উলিয়াই খামোচ মাৰি ধৰি কয়—“চাওঁ দিয়া মানে ব্ৰাহ্মণক ভিক্ষা দিয়া।” এই ভিক্ষা আন একো নহয় দুৱৰাৰ স্বৰচিত কবিতা। যাঁহাত প্ৰকাশ কৰিবৰ বাবে ফুকনে

এনে ভাবে কবিতা আদায় কৰিবলগা হয়। এদিন দুৱৰাই ক'লে আপুনি মোক সদায় দিয়া দিয়াকৈ থাকে মোকো দিব লাগিব। ফুকন জপিয়াই উঠিল "কোৱা কোৱা এই মুহূৰ্ত্তে কোৱা তোমাক কি লাগে।" "মোক একো নালাগে। মাথোন আপোনাৰ বন্ধু খোদাবক্সলৈ চিঠি এখন লিখি চিনাকি কৰি দিব লাগে। তেওঁৰ ওচৰত চুফীতত্ব সম্বন্ধে জানিব খোজোঁ।" ফুকনে তেতিয়াই খোদাবক্সলৈ চিঠি এখন লিখি দিলে আৰু দুৱৰাই খোদাবক্সৰপৰা চুফীতত্ব সম্বন্ধে খবৰ মাৰি জানি ল'লে।

হাফিজৰ ইংৰাজী সংস্কৰণ আৰু চুফাতত্ব সম্বন্ধে ভালদৰে অধ্যয়ন কৰাৰ পিচত মিলনৰ সুৰৰ জন্ম। চুফাতত্ত্ব বা চুফা-ৰহস্যবাদৰ সম্বন্ধ অতীন্দ্ৰিয়বাদৰ (Mysticism লগত। মিলনৰ সুৰ চুফীতত্ত্ব, চুফীৰহস্য-বাদ আৰু অতীন্দ্ৰিয়বাদৰ সুৰেই কবিৰ স্বকীয় বৈশিষ্ট্যৰে সহজ সৰল প্ৰকাশ। 'কবি' 'হাফেজ আৰু চুফীৰহস্যবাদ' সম্বন্ধে জয়ন্তীত বহু বছৰ আগেয়ে আলোচনা কৰা আন এটি প্ৰবন্ধ। ক বৰ নিজৰ কথাত অন্তৰ ব্যাকুল কৰা সেই আবেগৰ সুৰ ইৰানৰ কবি হাফেজৰ জগতত প্ৰকাশ হৈছিল। কবি ভাবৰাজ্যৰ শিল্পী, ভাব লৈয়ে তেওঁৰ লীলাখেলা। সেইকাৰণে কবিতা কেতিয়াও পুৰণি নহয়, অনন্ত কাল ধৰি চিৰন্তন আত্মাৰ দৰেই মানুহৰ প্ৰাণৰ লৈতে আপোন হৈ আছিছে। অন্তৰৰ অতি আপোন এই বিশাল ভাবৰাজ্যৰ শ্ৰেষ্ঠতম কবি হাফেজ সেই ভগৱৎ প্ৰেমৰেই কবি। তেওঁৰ কবিতাৰ শাৰীয়ে শাৰীয়ে সেই প্ৰেমৰ অমৃত ধাৰা বৈ গৈছে:

"জীৱনত মোৰ তোমাৰ প্ৰেমৰ
বাজিব মোহন মধুৰ বাঁহী
স্মৃতি পৰশত মনৰ মাজত
প্ৰেমৰ কুসুমে মেলিব পাহি।"

সাতশ বছৰ আগেয়ে ইৰানৰ ফুলনিত অনুৰণিত হোৱা কবি হাফেজৰ প্ৰাণৰ বাণীৰ প্ৰতিধ্বনি কবি দুৱৰাৰ মিলনৰ সুৰ। বিশ্বমানৱৰ আত্মাৰ গভীৰ তন্ত্ৰী কঁপাই তোলা সুৰ স্পন্দন শুনা যায় কবিৰ বাঁহীৰ প্ৰতিধ্বনিত—

"মহা গায়কৰ বাঁহীৰ সুৰত
কবিৰ প্ৰাণত কঁপিলে সুৰ
মন্দাকিনীৰ অমিয়া নিজৰি
জীৱন শ্ৰান্তি কৰিলে দূৰ।"

দুৰবাৰ দ্বিতীয় প্ৰকাশিত কবিতাৰ পুথি "কথা কবিতা" (১৯৩৩ খৃঃ)। কথা কবিতা অৰ্থাৎ Poems in prose বিশ্ববিশ্ৰুত ৰুছদেশীয় ঔপন্যাসিক আইভান টুৰ্গেনিভৰ মৃত্যু-শয্যাৰপৰা জগতবাসীলৈ দি যোৱা অভিনৱ দান। টুৰ্গেনিভৰ কথা কবিতাৰ সংকলন "চনিলীয়া"। দুৰবাৰ কথা কবিতা ৰচনাৰ গুৰিতেই চন্দ্ৰকুমাৰ আগৰৱালা আৰু আনন্দচন্দ্ৰ আগৰৱালা। এই দুজনা প্ৰবীণ কবিৰ প্ৰেৰণাতেই দুৰবাৰ কথা কবিতাৰ জন্ম। ডাঃ কাকতিৰ সুৰত কবলৈ হ'লে "কথা কবিতা নোহোৱা নোপজা কবিতাৰ পুথি। চিৰকালেই কবিতা পদ্যত লিখা হৈ আহিছে। ধ্বনি কবিতাৰ এটি বিশিষ্ট অংগ। গদ্যত কবিতা সৃষ্টি হ'ব পাৰে তাৰ নিদৰ্শন কথা কবিতা।" চনিলীয়াই বিশ্ব-সাহিত্যত আলোড়ন তোলাৰ দৰেই কথা কবিতাও অসমীয়া সাহিত্যত নতুন চিন্তাৰ সোঁতৰ সূচনা। "কথা কবিতা" অসমীয়া সাহিত্যত 'স্বমহিম্নী' হৈয়েই ৰ'ল। কথা কবিতাৰ ৰচনাৰ ক্ষেত্ৰত দুৰবা আংগিক আৰু উপস্থাপন ৰীতিত টুৰ্গেনিভৰ উত্তৰ সাধক। কিন্তু বিষয় বস্তুৰ নিৰ্বাচন কৌশল কবিৰ সম্পূৰ্ণ নিজৰ। অৰ্থাৎ দুৰবাই টুৰ্গেনিভৰপৰা ধাৰ কৰিছিল টেকনিক বা ৰচনাশৈলী। বিষয়-বস্তু নিজস্ব হোৱা বাবে কথা কবিতা আৰু কবিতাৰ মাজৰ অগাংগী সম্বন্ধ দেখা যায়। কথা কবিতা কবিতাৰ দৰে কবিৰ ব্যক্তিগত জীৱনৰ পাণ্ডুলিপি। একোটি কেন্দ্ৰস্থ ভাবক ভেটি কৰি কথা কবিতা ৰচনা কৰা হয়। দুৰবাৰ কথা কবিতাৰ কেন্দ্ৰস্থ ভাবৰ অন্তৰালত এটি ওৰণি লোৱা ভাব লুকাই থাকে। কথা কবিতাত কবিতাৰ দৰে কবিৰ ব্যক্তিগত জীৱনৰ হা হুমুনিয়াহ, বেথা-বেদনাৰ কৰুণ সুৰেই অনুৰণিত হৈছে।

কথা-কবিতাৰ প্ৰথম কবিতা 'দেৱী' কবিৰ প্ৰথম যৌৱনৰ স্বীকাৰোক্তি "হে যৌবনৰ লাৱণ্যময়ী সুন্দৰী তুমি যৌবন বসন্তৰ প্ৰথম পুৱাতে দেখা দিছা।" 'দেৱী' কথা কবিতাৰ লগত 'হেৰোৱা সপোন' কবিতাৰ সাদৃশ্য মন কৰিবলগীয়া—

"বিয়পিলে দশোদিশে মিলন বাতৰি
বলে ধীৰ মধুৰ মলয়,
সেইদিনা যৌৱনৰ সাগৰ তীৰত
প্ৰণয়ৰ অৰুণ উদয়।"

কবিৰ মতে 'মৃত্যুতকৈও প্ৰেম ডাঙৰ, মৰণৰ ভয়তকৈও প্ৰেমৰ শক্তি প্ৰবল।' প্ৰেমসৰ্বস্ব কবিৰ বাবে 'অৰুণোদয় জীৱনৰ এটি গুৰুতৰা মাথোন।' ডাঃ

কাৰুণ্যিয়ে পাতনিত উল্লেখ কৰাৰ দৰে এই অৰুণোদয় কবিৰ জীৱনৰ এটি দুৰ্ভেদ্য সাঁথৰ।'

কথা কবিতাৰ অন্যতম ধৰ্ম চুম্বকত্ব। দুৱৰাৰ কথা-কবিতাত চুম্বকত্বৰ অভাৱ। বহুতো কথা-কবিতা বৰ্ণনা বহুল আৰু ৰূপক ধৰ্মী চুটি গল্প। অৱশ্যে এই ক্ষেত্ৰত দুৱৰাৰ সন্মুখত টুৰ্গেনিভৰ বাহিৰে কোনো আহিও নাই। টুৰ্গেনিভৰ কথা-কবিতাও এনেবিধ ৰচনা নহয় যিয়ে পঢ়ুৱৈৰ মাজত আলোড়ন 'Thrilling' বা ভাৱৰ লহৰ তুলিব পাৰে। কিন্তু ওমৰতীৰ্থৰ ক্ষেত্ৰত সেই কথা অস্বীকাৰ কৰাৰ উপায় নাই। কথা কবিতাত টেকনিক আৰু উপস্থাপন ৰীতিৰ বাহিৰে বিষয়-বস্তুও কবিৰ সম্পূৰ্ণ নিজৰ।

বাঁহী, আৱাহন আদি বিভিন্ন আলোচনীত প্ৰকাশিত কবিতাৰ সংকলন আপোন সুৰ (১৯৩৮ খৃঃ) আৰু বনফুল (১৯৫২)। বনফুলৰ বাবেই ১৯৫৪ খৃঃত দুৱৰা ভাৰতীয়াই সাহিত্য একাডেমীৰ পাঁচ হাজাৰ টকীয়া পুৰস্কাৰ প্ৰথম বাৰৰ বাবে লাভ কৰিছিল। বনফুল আৰু আপোন সুৰ ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাৰ অত্যাচাৰত প্ৰকাশিত। নেপোৱাৰ বেদনা বেদনাতুৰ প্ৰাণৰ কাকুতি উপচি পৰা বিৰহ বনফুল আৰু আপোন সুৰৰ সৰহভাগ কবিতাৰ প্ৰাণকেন্দ্ৰ। কবিতাৰাজিত শুনা যায় কবি জীৱনৰ যুগমীয়া বিৰহ আৰু হেৰোৱা সৌন্দৰ্যৰ প্ৰতি ব্যাকুল ক্ৰন্দন। কবিয়ে প্ৰেমৰ সপোন দেখে, প্ৰেমৰ কবিতা লিখে। কবিয়ে অকল দৈহিক মিলনতে প্ৰেমৰ পৰিতৃপ্তি বিচৰা নাই। প্ৰেম আৰু সৌন্দৰ্য-সাধনা ঈশ্বৰপ্ৰাপ্তিৰ উপায়। মৃত্যুৰ মাজেৰে বিচাৰিছে তেনে প্ৰেমৰ সাৰ্থকতা।

সকলো প্ৰাণীৰ তুমি প্ৰাণৰ পুতলা
তোমাতেই সাৰ্থক জীৱন
মৃত্যু কিনো ইয়ো এক তোমাৰে কৰুণা
আতমাৰ প্ৰকৃত মিলন।

এইখিনিতে দুৱৰাৰ কবিতাত প্ৰকাশ পাইছে এটি মিষ্টিক ব্যঞ্জনা। ৰবীন্দ্ৰনাথৰ সুৰত কবলৈ হ'লে "মৰণৰে তুহু মম শ্যাম সমান।'

বাহ্যিক দৃষ্টিত দুৱৰাক নিৰাশাবাদী যেন লাগিলেও নিৰাশাবাদী আখ্যা দিয়া সহজ নহয়। নোপোৱাৰ বেদনাই অন্তৰত যুগমীয়া বিৰহৰ ঢৌ তুলিলেও কবি ভৱিষ্যতৰ বাবে আস্থাহীন নহয়। 'সংসাৰৰ বেচা-কিনা চলিব সদায় একে' বুলি বিধিৰ বিধান সহজভাৱে মানি লৈছে। লোকচক্ষুৰ অন্তৰালৰপৰা

আত্মগোপন কৰি পাহৰণি নৈৰ পাৰত নিৰলে নীৰৱে বাস কৰাই একমাত্র হ্যাবয়াস।

আপোন সুৰৰ 'অতীতক যোৱাহে পাহৰি', 'অতীতক নাযাবা পাহৰি', "আজি মোক যোৱাহে পাহৰি' আৰু 'শূন্য পৰিচয়' পাহৰণি তত্বৰ কবিতাবাজি কবিৰ জীৱন-দৰ্শনৰ প্ৰতিলিপি। অতীতলৈ উভতি চালেই মনত পৰে প্ৰাণহীন প্ৰতিমাৰ স্মৃতি। মানুহৰ যাত্ৰাপথ পাহৰণি আৰু সোঁৱৰণিৰ মাজত। মানুহে সহজতে অতীতক পাহৰিব নোৱাৰে। কবি অতীতৰ মধুৰ স্মৃতি সুঁৱৰি উৰাউল। কবিৰ মতে 'জীৱনৰ একোটি মহিমাময় মুহূৰ্ত অনাহৰীয় জীৱন এটিতকৈ বেছি মূল্যবান।"

মানুহে সহজতে অতীতক পাহৰিব নোৱাৰে। এৰি অহা দিনৰ স্মৃতি সুঁৱৰি কবিও উৰাউল। যিমানে আগুৱাব বিচাৰে স্মৃতি-শ্মশানত সিমানে দিশহাৰা হয়। অনাগত ভৱিষ্যতে পাহৰি যোৱাৰ আশংকা ওপজে। নিজে পাহৰিবলৈ ব্যৰ্থ চেষ্টা কৰিলেও আনৰ বিস্মৃতিৰ অতল গৰ্ভত যাতে লীন হৈ নাযায় এয়ে কবিৰ কামনা। মনৰ অন্তৰ্দ্বন্দ্বৰ সান্ধিক্ষণত লোকচক্ষুৰ অন্তৰালত বাস কৰিব বিচৰা কবিৰ কামনাই শূন্য পৰিচয়। হিয়াৰ উপমা দিবলৈ কোনো বস্তুকে বাছি নলৈ বাছি ল'লে জেতুকাৰ পাত। জেতুকা পাত দেখিবলৈ সেউজীয়া। পাতটিত চেপি নিদিলে নাইবা হাতেৰে মোহাৰি নিদিলে ভিতৰৰ ৰক্তিম আভা চকুত নপৰে। কবিৰ অন্তৰখনো জেতুকা পাতৰ দৰে। অতীতৰ মধুৰ স্মৃতি কালৰ সোঁতত উটুৱাই দিয়াৰ ব্যৰ্থ চেষ্টা কৰিলেও নাইবা শান্ত পথিকৰ ঠাও দিবলৈ চেষ্টা কৰিলেও ব্যৰ্থ হৈ পৰিল আত্মগোপন কৰিব নোৱাৰিলে।

"অন্তৰ জলোৱা ছবি অতীতৰ স্মৃতি লৈ
বুকুৰ মাজতে আছে অন্তৰতে অঁকা।"

মনৰ কামনা পাহৰণি নৈৰ পাৰত এটি পঁজা সাজি নিৰলে নীৰৱে কাল কটাব। জগতৰ অনাদৰ অৱহেলা কবিৰ বাবে কুসুম-কানন সদৃশ। মনৰ এনে অন্তৰ্দ্বন্দ্বৰ সন্ধিক্ষণত প্ৰতীক হিচাপে থিয় কৰাইছে সংগীহীন বাটকৰা এটিক। সংগীহীন দিক্‌ভ্ৰান্ত বাটকৰাৰ 'আন্ধাৰ মুন্ধাৰ পথ, একোকে নমনে সমুখত স্মৃতিৰ শ্মশান'। স্মৃতিৰ অন্তৰালত জীৱনৰ অমৃত দিনৰ কাহিনী লিপিবদ্ধ হোৱা নাই—আছে এৰি অহা দিনৰ শ্মশানৰ দৰে ভয়ংকৰ সোঁৱৰণি। যেতিয়া অতীত ভৱিষ্যত কোনো পিনে পাৰ নোপোৱা হৈছে তেতিয়া বাটকৰাক এৰি দিছে নিয়তিৰ হাতত—নিয়তিয়ে হাত ধৰি নিব আগুৱাই। জীৱনৰ এনে

মঙ্গলতো ভগবানৰ সৃষ্টিৰ প্ৰতি বিদ্বেষ ভাব প্ৰকাশ কৰা নাই। সহজ সৰল-ভাৱে ভগবানৰ বিধানক মানি লৈ নিয়তিৰ হাতত ভৱিষ্যতক এৰি দিছে। ভগবানৰ বিধানক সহজ সৰলভাৱে মানি লোৱাৰ বাবে নিজৰ দৃষ্টিভংগীৰ ফালৰপৰা ওমৰৰ ভাৱধাৰাৰ লগত দুৱৰাৰ অমিল। ওমৰে নিয়তিৰ বিধানক সহজভাৱে লোৱা নাই।

'গৰ্জিলে সৰগে গহীন সুৰেৰে
নাই নাই কতো আলোক পথ
অন্ধ নিয়তিৰ অন্ধ বিশ্বাসত
চলে মানৱৰ জীৱন ৰথ।"

নিয়তিৰ হাতত মানুহ কাঠৰ পুতলাৰ দৰে। অন্ধ নিয়তি আৰু অদৃষ্টৰ হাতত মানুহৰ শক্তি সীমাবদ্ধ। আনহাতে অদৃষ্টৰ পৰিহাসো অপৰিহাৰ্য।

কবিৰ সৰহভাগ কবিতাৰ প্ৰতীক সংগীহীন বাটৰুৱা, নদী, নাও, নাৱৰীয়া। সংসাৰ নৈত কবিৰ জীৱন নাওখান ভগৱানৰূপী নাৱৰীয়াৰ হাতত এৰি দিছে। সোঁতত উটি যাব। পাৰত উঠি স্বৰ্গসুখ লাভ কামনা নকৰে।

'সুখৰ সোঁতত ভাহে দুখৰ নাৱত
ছায়া-মায়া যেনেহ ভিখাৰী।'

সংসাৰৰ সুখৰ সোঁতত কবিয়ে দুখময় জীৱন যাপন কৰিলেও দুখ বেদনা উপশমৰ কাৰণে আনৰ সহায় সহানুভূতি কামনা নকৰে। অন্তৰৰ হাহাকাৰ অন্তৰতে মাৰ যাওক। জগতৰ অনাদৰ অৱহেলায়েই কবিৰ জীৱনৰ কুসুম-কানন সদৃশ। কবিয়ে পাহৰিবলৈ ব্যৰ্থ চেষ্টা কৰিলেও যাতে আনৰ স্মৃতিৰপৰা মচা নাযায় এয়েই কামনা। জীৱনৰ সুখে-দুখে অতীতৰ মধুৰ সপোন উৰাউল নকৰা নহয়। আৰু শেষৰ মেলানি মাগি যাওঁ বোলা বিদায়ৰ বাণী জনোৱা সম্ভৱ নহয়। এইখিনিতে কবি দুৰ্বল হৈ পৰিল আৰু ভৱিষ্যতৰ বাবে কবিক আস্থাহীন বুলি ক'ব নোৱাৰি—

"নাও মেলি আহিলো আঁতৰি
অতীতক নেযাবা পাহৰি।"

দুৱৰাৰ কবিতা অকল মানৱীয় প্ৰেমতে সীমাবদ্ধ নহয়। 'মিলন' 'তোমালৈ' কবিতা আধ্যাত্মিক প্ৰেমৰ উজ্জ্বল স্বাক্ষৰ। কবিতাত প্ৰকাশ পোৱা মিষ্টিক প্ৰেম বা ছায়াবাদী প্ৰেমত অন্তৰৰ হেন্দোলনি তোলা ব্যৰ্থ প্ৰেমৰ বিননি নাই। মৃত্যুৰ মাজেৰেহে আত্মাৰ প্ৰকৃত মিলন। জাগতিক

মায়া-মোহত আবদ্ধ হৈ আমি পাহৰি যাওঁ জীৱনৰ ক্ষণস্থায়িত্বৰ কথা দৰদী কবি ডুবৰাই ক্ষন্তেকৰ বাবে হ'লেও সুঁৱৰি চাইছে জীৱনৰ আত্মবিস্মৃত অৱস্থা—

সোণৰ সঁজাত যেন বনৰ চৰায়ে
পাহৰিলে জীৱনৰ গান।"

কবিৰ কল্পিত সৰগখনত নিজৰ গান শুনি নিজে আপোন পাহৰা হ'ব বৰাগী কবিয়ে মনৰ মাজতেই সৃষ্টি পাতনিৰ অলেখ ভঙাপতা ছবিৰ কল্পনা কৰিব।

আত্মকেন্দ্ৰিক কবি ডুবৰাই সৰহ সময় নিজক লৈয়ে ব্যস্ত আছে যদিও সময়ে পথভ্ৰান্ত সংসাৰ যাত্ৰীকে পথৰ সন্ধান দিব বিচাৰিছে। 'এই বাটে নাহিবা ডুনাই' কবিতাত মায়া-মোহত মোহাচ্ছন্ন মানুহক দেখুৱা পথ প্ৰকৃত পথ, মৰুভূমিৰ মৰীচিকা নহয়।

ডুবৰাৰ সৰহভাগ কবিতাৰে প্ৰেৰণা আৰু সমল ইংৰাজ ৰোমাণ্টিক কবি, ভাৰতীয় ৰোমাণ্টিক কবি, পাশ্চাত্য জগতৰ ৰোমাণ্টিক কবিৰ ভাবৰ দ্বাৰা প্ৰভাৱান্বিত, সন্দেহ নাই। কিন্তু ভাৰতীয় দৰ্শনৰ আদৰ্শৰে সম্ভূত। অৰ্থাৎ আংগাকৰ ক্ষেত্ৰত পশ্চিমীয়া প্ৰভাৱ অনস্বীকাৰ, কিন্তু বিষয়বস্তুৰ ওপৰত ভাৰতীয় দৰ্শনৰ প্ৰভাৱ সুস্পষ্ট। সমালোচকে ডুবৰাৰ কবিতাত 'ভাৰতীয় অংগাবৰণৰ' অভাৱ বুলি উল্লেখ কৰিছে এই উক্তি যথাৰ্থতে সত্য নহয়। এই কথা সত্য যে এইজনা কবিৰ কবিতা ভৌগোলিক চাৰিসীমাৰ মাজত আবদ্ধ কৰা সহজ নহয়। ডুবৰাৰ কবিতা যি-কোনো ভাৰতীয় ভাষা তথা বিশ্বসাহিত্যলৈ অনুবাদ কৰিব পাৰি। আনহাতে 'এজাৰে মেলিলে পাহি' (অনন্ত), 'শৰতৰ শেৱালি', 'সেউজীয়া ধাননি (চকুলো), জেতুকা পাত (শূন্য পৰিচয়), পদুলি মুখত পুতি কল পুলি (মোৰ দীপালী), 'পদুলিৰ শেৱালি জুপিয়ে' 'জালিকটা বিচাৰ আচল, সেৱা কৰে তুলসী তলত (নাৱৰীয়া যায় ভটীয়াই)', 'লুইতৰ বহল বুকু' আদি নিভাঁজ অসমীয়া গাৱলীয়া চিত্ৰ। ডুবৰাৰ কবিতাত লুইতৰ উল্লেখ বহুতো কবিতাত পোৱা যায়। বহু সময়ত কবিয়ে লুইত শব্দেৰে অকল ব্ৰহ্মপুত্ৰ নদীখনৰে অৰ্থ নুবুজাই লুইত মানে নদী বুজোৱা যেন লাগে।

কবিৰ ওপৰত পশ্চিমীয়া প্ৰভাৱ অস্বীকাৰ কৰাৰ ধৃষ্টতা আমাৰ নাই। বেজবৰুৱাই তেওঁক শ্লেলী বুলি জোকোৱা কথাও আমি জানো। কিন্তু ডুবৰা

জানো শেলীৰ মন্ত্ৰ-শিষ্য। দুৱৰাৰ কবিতা পঢ়িলে যেনে দৰে শেলীৰ কবিতা পঢ়া নহয়, শেলীৰ কবিতা পঢ়িলেও দুৱৰাৰ কবিতা পঢ়া নহয়। দুই এটি কথাত মিল থাকিলেও আদৰ্শ আৰু লক্ষ্য সম্পূৰ্ণ বিপৰীত। শেলীৰ দৰে দুৱৰা সৌন্দৰ্য্যৰ উপাসক আৰু গীতিধৰ্মিতা প্ৰধান লক্ষণ। ৰোমাণ্টিক কবিতাৰ লক্ষণেই হৈছে অন্তৰত হেন্দোলনি তোলা তীব্ৰ অনুভূতি জগোৱা। তেতিয়াহলে দুৱৰাই আনুগত্য স্বীকাৰ কৰিব লাগিব ৰোমাণ্টিক আন্দোলনৰ ওচৰত, অকল শেলীৰ ওচৰত নহয়। বনগীত বিহুগীতৰ অনুভূতিৰ তীব্ৰতাই জানো অসমীয়া ৰোমাণ্টিক কবিক প্ৰভাৱান্বিত কৰিব নোৱাৰে। এনেদৰে প্ৰভাৱান্বিত হোৱা কবিসকলৰ ভিতৰত দুৱৰা অন্যতম। সেয়েহে তেওঁৰ কবিতাত পোৱা যায় বনগীতৰ নিছিগা সুৰৰ মৃদু মূৰ্চ্ছনা। দুৱৰাৰ 'তোমালৈ', 'সুখৰ সপোন' আৰু 'সপোনৰ সুৰত শেলী'ৰ প্ৰভাৱ সুস্পষ্ট। 'সপোনৰ সুৰত' শেলীৰ Mutability-ৰ কথন ভঙ্গী আৰু ৰচনাশৈলীৰ ছাঁ পৰিছে। Mutability-ৰ পৰিবেশ গহীন, আনহাতে সপোনৰ সুৰ গতি চঞ্চল কবিতা। প্লেটোৰ আদৰ্শৰ ছাঁ আৰু কল্পনা-প্ৰৱণতাৰ প্ৰভাৱ শেলীৰ ওপৰত দেখা যায়, দুৱৰা প্লেটোৰ আদৰ্শৰ সম্পূৰ্ণ বিপৰীত। কল্পনা-প্ৰৱণতাৰ জ্যোতিষ্মান পাখি পৰিচালনা কৰি শেলীয়ে বিচাৰিলে সংসাৰখন সংসাৰ কৰিয়েই নাৰাখি সৰগ কৰিবলৈ। শেলীয়ে সত্য, প্ৰেম আৰু অহিংসাৰ ভেটিত নতুন সংসাৰ এখন সৃষ্টি কৰাৰ আস্পৰ্ধা কৰিলে। "আদৰ্শবাদৰ স্বপ্ন জীৱন-পথত ফুটি উঠক আশা আৰু আনন্দ প্ৰখৰ ভাস্কৰৰ দৰে দীপ্তিমান হওক" এয়ে শেলীৰ কামনা। কিন্তু দুৱৰা কবিৰ প্ৰকৃত পৰিচয় শূন্যপৰিচয়হে। কবিৰ কল্পিত "মোৰ সৰগ।"

> "মোৰ গান মযে গাওঁ
> শুনি শুনি মযে ভল যাওঁ
> গানৰ শেষত
> শুনোতা গাওঁতা দুয়ো
> একে হৈ পাৰকে নাপাওঁ।"

শেলীৰ কবিতাত পোৱা যায় এটি বিদ্ৰোহমূলক জীৱন-দৰ্শন "প্ৰমেথিউচ" বিদ্ৰোহমূলক জীৱন-দৰ্শনৰ প্ৰতিবিম্ব। কিন্তু দুৱৰাই জগতৰ অনাদৰ অৱহেলাক বুকুত সাৱটি বিচাৰিছে লোকচক্ষুৰ অন্তৰালত আত্মগোপন কৰিবলৈ।

দুৰ্বাৰ ওপৰত শেলীতকৈ টেনিচন আৰু কীটচৰ প্ৰভাৱ বেছি। 'নাৱৰীয়াত' (গ) টেনিচনৰ Crossing the Bar কবিতাৰ প্ৰভাৱ সুস্পষ্ট। দুৰ্বাৰ ভগৱানৰ প্ৰতীক নাৱৰীয়া আৰু টেনিচনৰ প্ৰতীক My Pilot মিষ্টিক প্ৰেম দুয়োটা কবিটাৰে প্ৰাণকেন্দ্ৰ। দুৰ্বাৰ কবিতাত স্বপ্নময় আৱেশ থাকিলেও অতীত পৰ্য্যালোচনা কিছু ক'ম। দুৰ্বাৰ 'চকুলো' Tears idle Tears-ৰ দৰে জীৱন-মৰণৰ অবিচ্ছেদ্য যাত্ৰা পথৰ বিননি।

কীট্‌ছৰ La Belle Dame Sans Merchi-ৰ ছাঁ দুৰ্বাৰ হেৰোৱা সপোনত খিলিকি খিলিকি শুনা যায়। কীট্‌ছৰ দৰে দুৰ্বাও সামাজিক নাইবা ৰাজনৈতিক সমস্যাৰ প্ৰতি উদাসীন। "ইন্দ্ৰিয়বোধৰ দীপ্ততা' জীৱনৰ সমালোচনা চিন্তাৰ প্ৰগাঢ়তা আৰু প্ৰকাশ ভংগীৰ পৰ্য্যাপ্ততা কীট্‌ছৰ দৰে দুৰ্বাৰ কবিতাৰ প্ৰাণকেন্দ্ৰ।"

ৰবীন্দ্ৰোত্তৰ যুগত ভাৰতীয় কবিৰ গাত ৰবীন্দ্ৰনাথৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। দুৰ্বাৰ 'এই বাটে নাহিবা দুনাই' কবিতাৰ লগত ৰবীন্দ্ৰনাথৰ পৰশ পাথৰ কবিতাৰ সাদৃশ্য দেখা যায়। 'এই বাটে নাহিবৰ দুনাই' 'বাটকৰা' কথা কবিতাৰ সংগোত্ৰীয়।

দুৰ্বাৰ ভাব, ভাষা আৰু ৰচনাশৈলীত প্ৰাচ্য-পাশ্চাত্য জগতৰ বহুতো কবিৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। কিন্তু কবি হিচাপে দুৰ্বাই আপোন সত্তা কোনোজন কবিৰ পদচ্ছায়াতে বিলীন কৰি দিয়া নাই। ডক্টৰ কাকতিৰ 'বুকুৰ তেজৰ উমনিৰে সজীৱ কবি লোৱা' উক্তিৰ সাৰ্থকতা এইখিনিতে।

দুৰ্বাক একে আষাৰতে অকল প্ৰেমৰ কবি বা দৰদী কবি বুলি কৈ থলে কবিৰ প্ৰতিভাৰ প্ৰকৃত মূল্যাংকন কৰা নহব। শ্ৰীশঙ্কৰদেৱ, মহাসতী জয়মতী, মহামানৱ মহাত্মা, ব্যক্তিপূজাৰ স্বীকাৰোক্তি। শ্ৰীশঙ্কৰদেৱ কবিতাত ব্যক্তি-পূজাৰ লগতে বৈষ্ণৱ আন্দোলন তথা ধৰ্ম আন্দোলনৰ প্ৰতি কবিৰ আবেগিক সত্য প্ৰকাশ পাইছে। কবিৰ স্বদেশ-মন্ত্ৰধ্বনি উচ্চাৰিত আন এটি কবিতা 'আৰতি'। পুণ্য ভাৰতীয় খোপাৰ মালতী দুখুনি জননী অসম মাতৃৰ বীৰ বীৰাংগনা সকলৰ গৌৰবোজ্জল কাহিনী ভগদত্তবেপৰা ভাস্কৰবৰ্মা, শঙ্কৰ-মাধৱ, সতী জয়মতীলৈকে সুঁৱৰি চাইছে। কবিৰ মতে অতীতৰ পূজ্য বীৰসকলে জননী পূজাৰ বেদীত দি যোৱা পুষ্পাঞ্জলি আজিৰ চাম মানুহৰ প্ৰেৰণাৰ উৎস।

দুৰ্বাৰ কবিতা সৰ্বজন সমাদৃত হোৱাৰ অন্যতম কাৰণ ভাষা আৰু ছন্দ।

ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাৰ কথাত "তেওঁৰ কবিতাত ভাষাৰ জটিলতা, শব্দৰ দুৰ্বোধ্যতা, আৰু অৰ্থৰ অস্পষ্টতা নাই। তেওঁৰ কাব্যৰ ভাষা শিশুৰ দৰে সৰল, স্বভাৱ সুন্দৰী ৰমণীৰ দৰে নিৰলঙ্কাৰ।" দুৱৰাৰ কবিতা প্ৰতীকধৰ্মী নদী, নাও, নাৱৰীয়া, বাটকৰা, জেতুকাপাত, নিয়তি, লুইত আদিক বিভিন্ন অৰ্থত প্ৰতীক হিচাবে ব্যৱহাৰ কৰিছে। নিয়তিৰ হাতত কবিয়ে জীৱনতৰী এৰি দিছে, "নিয়তিয়ে হাত ধৰি নিব আগুৱাই।" "সাগৰ-দেখিছাৰ" কবিয়ে কিন্তু নিয়তিৰ প্ৰাবল্যক সহজভাৱে মানি লোৱা নাই।"

"সৃষ্টিৰ দিনাৰে পৰা নিয়তিৰ যতে হেৰা
মানুহৰ সংগ্ৰাম অক্ষয়" (দেৱকান্ত বৰুৱা)

দুৱৰাৰ কবিতাত পুৰণি ছন্দৰে পৰ্ব চৰণ আদিক সজাই-পৰাই নতুন-ৰূপ দিয়া দেখা যায়। তেওঁৰ কবিতাত খাসাঘাত প্ৰধান নহয়। বনগীত বিহুগীতৰ নিছিগা সুৰ তেওঁৰ কবিতাৰ প্ৰধান উপজীব্য। অৱশ্যে বনগীত বিহুগীতৰ সুৰেই দুৱৰাৰ কাপত বেলেগ ৰূপত অনুৰণিত হৈছে। তেওঁৰ কবিতা সৰ্বজন সমাদৃত হোৱাৰ ইও এটি কাৰণ।

যতীন্দ্ৰনাথ দুৱৰা প্ৰকৃতি কবি। তেওঁক কাব্যযোগী আখ্যা দিলে ভুল নহব। কিন্তু কবি সাহিত্যিকৰূপে সুপৰিচিত হৈ যশস্যাৰ জয়মালা লাভ কৰাৰ প্ৰচেষ্টা তেওঁৰ নাছিল। তেতিয়া হ'লে কবিতাৰ উপচাৰেৰে ভাষা সাহিত্য আতিক্কাৰ কৰি পাৰিলেহেঁতেন। দুৱৰা কবিৰ জীৱনৰ প্ৰতি, সংসাৰৰ প্ৰতি যি উদাসীনতা সি মানসিক সংঘাত। কবি হিচাপে দুৱৰা অভিমানী আৰু লাজকুৰীয়া স্বভাৱৰ।

১৯৬৪ খৃঃৰ ৫ জুলাই তাৰিখে কবিৰ চিৰশিশুৰ দৰে লাজকুৰীয়া হাঁহি দিখৌৰ পাৰত চিৰদিনৰ বাবে হেৰাই গ'ল। মৰণে কাঢ়ি লৈ গ'ল অভিমানী কবিৰ অন্তৰৰ হাহাকাৰ। কবিৰ পুণ্যস্মৃতিত আজি সুঁৱৰি চাইছোঁ কবিৰ 'অতীতক যোৱাহে পাহৰি'ৰ আহ্বান। কিন্তু নোৱাৰোঁ কবিৰ নিজৰ পথ নিজে বন্ধ কৰি গৈছে। তেওঁৰ ৰচনাৰাজিৰ বাবে আমি কোনো কালেই পাহৰিব নোৱাৰিম। চিৰকালেই সুঁৱৰিব লাগিব। কবিৰ কথাৰে সামৰণি মাৰিছোঁ—

"তোমাৰ জীৱনী দেব লিখে এনে সাধ্য কাৰ
গোটেই অসম জুৰি বিস্তৃত জীৱনী যাৰ।"

# ১৩

# ডিম্বেশ্বৰ নেওগ

'মৰে অসম জীয়ে কোন, জীয়ে অসম মৰে কোন' উদাত্ত কণ্ঠেৰে অসম সাহিত্য সভাৰ দ্বাত্রিংশতম অধিবেশনত সভাপতিত্ব কৰা ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াৰ সাহিত্য-প্ৰতিভা বহুমূখী। নেওগ ডাঙৰীয়া একেবাহে এগৰাকী কবি, নাট্যকাৰ, ঔপন্যাসিক, চুটি গল্প লিখক আৰু সমালোচক।

১৮৯৯ খৃঃত শিৱসাগৰৰ ওচৰৰ কমাৰফদীয়া গাঁৱত নেওগ ডাঙৰীয়াৰ জন্ম। নেওগ ডাঙৰীয়াৰ পিতৃ মাণিকচন্দ্ৰ নেওগ। ১১৩ খৃং কমাৰফদীয়া স্কুলতে ডিম্বেশ্বৰ নেওগৰ বিদ্যাৰম্ভ। ১৯০৯ খৃঃত নিম্ন প্ৰাথমিক বৃত্তি লাভ কৰি শিৱসাগৰ ইংৰাজী হাইস্কুলত নাম লগাই ললে। স্কুলৰ হাতে লিখা আলোচনী 'ভুমুকি'ৰ নেওগ আছিল সহকাৰী সম্পাদক। ইয়াতে তেওঁৰ সাহিত্য প্ৰতিভাৰ অঙ্কুৰে দেখা দিছিল। ১৯১৯ খৃঃত কুৰি বছৰ বয়সত তেওঁ প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। পাচত গুৱাহাটী কটন কলেজৰপৰা ১৯২৪ খৃঃত বি এচ চি ডিগ্ৰী লাভ কৰিলে। তেতিয়া কটন কলেজত খোলা ইংৰাজীৰ এম এ. শ্ৰেণীতো নেওগ ডাঙৰীয়াই ভৰ্তি হৈছিল। কলেজীয়া শিক্ষা শেষ কৰি অসমৰ বিভিন্ন ঠাইৰ চৰকাৰী হাইস্কুলত শিক্ষকতা কৰি শেষত যোৰহাটৰ নৰ্মাল স্কুলৰ অধ্যক্ষৰ পদত অধিষ্ঠিত হয় আৰু এই পদৰেপৰা ১৯৫১ খৃঃত নেওগ ডাঙৰীয়াই অৱসৰ গ্ৰহণ কৰিছিল। ১৯৪০ খৃঃত কলিকতা বিশ্ববিদ্যালয়ৰপৰা প্ৰথম স্থান অধিকাৰ কৰি অসমীয়া ভাষাত এম এ. পাছ কৰিছিল।

নেওগ ডাঙৰীয়া অসমীয়া সাহিত্যত সমালোচক আৰু সাহিত্যৰ বুৰঞ্জীৰ প্ৰণেতা হিচাবে সুপৰিচিত। 'অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি', 'আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী,' 'অসমীয়া সাহিত্য চমু বুৰঞ্জী' আৰু 'অসমীয়া সাহিত্যৰ বুৰঞ্জী' (পৰিৱৰ্ত্তিত আৰু পৰিবৰ্দ্ধিত) নেওগৰ ৰচিত

বুৰঞ্জী পুথি। New light on the History of Assamiya Literature ইংৰাজীত ৰচনা কৰা নেওগৰ এখনি সুবৃহৎ অসমীয়া সাহিত্যৰ বুৰঞ্জী।

'অসমীয়া সাহিত্যৰ জিলিঙনি', 'অসমীয়া সাহিত্যৰ জেউতি' আৰু 'অসমীয়া সাহিত্যৰ অধ্যয়ন' তেওঁৰ সমালোচনা গ্ৰন্থ। 'বৈষ্ণব ধৰ্মৰ আঁতি-গুৰি' আৰু 'যুগ নায়ক শঙ্কৰদেৱ' শ্ৰীশঙ্কৰদেৱ আৰু বৈষ্ণৱ ধৰ্ম সম্বন্ধে বিজ্ঞান-সম্মতভাৱে আলোচনা কৰা গ্ৰন্থ।

নেওগ ডাঙৰীয়া এগৰাকী নাট্যকাৰ ঔপন্যাসিক আৰু চুটি গল্প লিখক। 'দীপাবলী' তেওঁৰ একমাত্ৰ গল্পৰ পুথি। 'গাঁৱে নগৰে' একমাত্ৰ সামাজিক উপন্যাস। নৈবেদ্য, শ্ৰীকৃষ্ণ লীলা, কুণ্ডিল কুৱৰী, কামৰূপ, অকাল বসন্ত আদি তেওঁৰ ৰচিত নাট। Jagat Guru Sankardev, The Origin and Growth of Assamiya Literature আন আন ইংৰাজী গ্ৰন্থ।

সুদীৰ্ঘ আঠৈকুৰি বছৰৰ ওপৰৰ কালছোৱা সাহিত্যচৰ্চা কৰি স্বৰ্গীয় নেওগ ডাঙৰীয়াই বৰঙনি যোগাইছিল। নেওগ ডাঙৰীয়াৰ সুযোগ্য পত্নী স্বৰ্গীয়া আজলীতৰা নেওগ অসমীয়া সাহিত্যৰ এগৰাকী বিদুষী মহিলা।

অকৃত্ৰিম নিষ্ঠা আৰু সাধনাৰে বিধে বিধে ভাষা সাহিত্য ৰচনা কৰি সাহিত্যৰ ভঁৰাল টনকিয়াল কৰোঁতা এই গৰাকী সাহিত্য-যোগীৰ জীৱন বন্তি ১৯৬৬ খৃঃৰ ১২ নবেম্বৰ তাৰিখে নিৰ্বাপিত হ'ল। বুঢ়া লুইতৰ পাৰৰ কামাখ্যাৰ শ্মশানত তেওঁৰ মানৱী সত্তা ভস্মীভূত হ'ল।

সাহিত্যৰ বুৰঞ্জী প্ৰণেতা, সমালোচক ডিম্বেশ্বৰ নেওগ ডাঙৰীয়া এগৰাকী প্ৰথিতযশা কবি। ৰোমাণ্টিক যুগৰ অন্যতম শ্ৰেষ্ঠ কবি ডিম্বেশ্বৰ নেওগ ডাঙৰীয়া সাধৰণতে 'ইন্দ্ৰধনু'ৰ কবি বুলিহে পৰিচিত। 'মালিকা' নেওগ ডাঙৰীয়াৰ প্ৰথম কবিতাৰ পুথি (১৯২২ খৃঃ)। অসমা (১৯৪৭ খৃঃ), বিচিত্ৰা (১৯৩৮ খৃঃ), পুষ্পিতৰা (১৯২৫ খৃঃ), মালতী (১৯২৭ খৃঃ), প্ৰাপনা ( ৯৪৮ খৃঃ), হৃদয় কাৱবালা (১৯৪০ খৃঃ), মেঘদূত (১৯৪৭ খৃঃ), মুকুতা আদি কবিৰ আন আন কবিতাৰ পুথি। 'অসমাৰ' সৰহভাগ কবিতাই 'ইন্দ্ৰধনু' (১৯২১ খৃঃ)-ৰ অন্তৰ্গত। 'বিচিত্ৰা'টো ইন্দ্ৰধনুৰ কেইটিমান কবিতা সন্নিবিষ্ট কৰা হৈছে।

নেওগ ডাঙৰীয়াৰ কবিতাৰাজিত দুটা স্পষ্ট ধাৰা চকুত পৰে। এহাতে তেওঁ আবেগত গা ঢালি দিয়া কবি, আনহাতে স্বদেশপ্ৰেমিক কবি। মুখ্যতঃ নেওগ ডাঙৰীয়া প্ৰেমৰ কবি। সৰহভাগ কবিতাৰ উৎস প্ৰেম—স্বদেশপ্ৰেম নাইবা মানৱ প্ৰেম। কিন্তু তেওঁৰ প্ৰেমৰ কবিতাৰাজিত অনুৰাগ-ৰঞ্জিত

উগ্ৰ প্ৰেমৰ গোন্ধ নাই। নাইবা জীৱনৰ বিৰহ-বেলাভূমিত নিৰ্জন নাৱিকৰ দৰে সংসাৰৰ মায়ামোহৰপৰা আঁতৰি গৈ বৈৰাগ্যকে জীৱনৰ একমাত্ৰ অৱলম্বনৰূপে আঁকোৱালি ধৰা আত্মকেন্দ্ৰিক কবি নহয়। কিন্তু তেওঁৰ সৰহভাগ কবিতাৰে ৰচনাকাল ভৰ ডেকা বয়স।

কবিয়ে ইন্দ্ৰধনুৰ (প্ৰথম তাঙৰণ ১৯২৯ খৃঃ) কবিতাবাজিক প্ৰধানকৈ সাত ভাগত ভাগ কৰিছে—যৌৱন, আশিস, বিষাদ, আবেগ, মাধুৰী, বিৰহ আৰু সাধনা। প্ৰতিটো ভাগত কবিতাও সাতোটাকৈ। কবি যেতিয়াবা গীতি কবি বেশত, কেতিয়াবা বৰাগী বেশত আৰু কেতিয়াবা স্বদেশপ্ৰেমিক কবিৰূপে ভুমুকি মাৰিছে।

যৌৱন তীৰত থিয় হৈ কবিয়ে সুঁৱৰি চাইছে জীৱনৰ কথা। তৰু, তৃণ, লতা-পৰিবেষ্টিত বিশ্বৰ বুকুত চঞ্চল পৱনৰ মৃদু পৰশত প্ৰাণৰ জোৱাৰ উপলব্ধি কৰিব পাৰিছে—

চঞ্চল পৱনে পাই
কোন দেশলৈ আজি মোৰ প্ৰাণ নিয়ে বাৰু উৰবাই ?
যৌৱন জাগিছে ধীৰে
কোন নয়নৰ পুতলি নাচিছে আজি কল্পনাৰ তীৰে ?

যৌৱন তীৰত থিয় হৈ প্ৰণয়-মদিৰা পান কৰাৰ উগ্ৰ হেঁপাহ প্ৰকাশ পোৱাটো অস্বাভাৱিক কথা নহয়। জীৱনৰ ৰঙীন সপোন চকুত লৈ তেতিয়া পৃথিৱীৰ ৰেহ-ৰূপ এক স্বকীয়া ৰূপত চাব বিচৰাত আচৰিত হ'বলগীয়া একো নাই সেয়েহে সৰহভাগ কবি সাহিত্যিক ডেকা কালত উদ্‌ভ্ৰান্ত প্ৰেমৰ কবি। উদ্‌ভ্ৰান্ত প্ৰেমৰ কবি হলেও বহুজনে ধৰা নিদিয়ে, আত্মগোপন কৰিব বিচাৰে। কোনোজনে হয়তো উদ্‌ভ্ৰান্ত ব্যক্তি প্ৰেমকে এক উন্নীত স্তৰলৈ নি তাৰ মাজতে ভগৱৎ প্ৰেমৰ সন্ধান দিব বিচাৰে।

ডিম্বেশ্বৰ নেওগ কবি হিচাবে এই গতানুগতিৰ ব্যতিক্ৰম নহয় যদিও তেওঁৰ কবিতাত উগ্ৰ ব্যক্তিপ্ৰেমৰ গোন্ধ নাই। তেওঁৰ সৰহভাগ কবিতাৰে ৰচনাকাল ভৰ ডেকা বয়স হ'লেও নেওগ ভাঙৰীয়াৰ কবিতাৰ বৈশিষ্ট্য এইখিনিতে পাইছে।

আনহাতে তেওঁৰ প্ৰেমৰ কবিতাৰ অন্তৰালত মিষ্টিক ব্যঞ্জনা মন কৰিবলগীয়া। ৰোমাণ্টিক কবি হ'লেও সৰহভাগ অসমীয়া কবিতাত মিষ্টিক ব্যঞ্জনা শুনা যায়।

নেওগ ডাঙৰীয়াৰ 'টকৰা' কবিতাৰ অন্তৰালত ভেনে এক মিষ্টিক ব্যঞ্জনা প্ৰকাশ পাইছে—

নাচিছে প্ৰাণত মোৰ টলবল ঘিটি গুপ্ত মন,
কৰিম সাধনা মই হৃদয়ত সেই মহাধন।
য'ৰ পৰা আহিছিল আতমাৰ এই ফিৰিঙতি,
তাতে পুনু যাব গ'ই পূৰ্ণ হব অনন্ত অতৃপ্তি।

যৌবনৰ সঁহাৰি কবিয়ে উপলব্ধি কৰিব পাৰিলেও কবি উৰাউল হৈ পৰা নাই। কবিৰ মনলৈ আহিছে দাম্পত্য প্ৰণয়ৰ প্ৰথম পাতনি ৰচা মধুময় ক্ষণৰ কথা। 'সুপ্ত যৌবনে' কবিক সোঁৱৰাই দিছে হোমৰ গুৰিত পুৰোহিতে লগুণ-গাঁঠিৰে ৰচি দিয়া প্ৰণয়ৰ কথা। তাৰ পাচত শোৱনী ঘৰত লাজৰ ওৰণি ফালি দেখা প্ৰিয়াৰ জেউতি। কোনোবা এটি অচিনাকী চৰাইৰ কণ্ঠত কবিয়ে যেন সুপ্ত যৌনৰৰ সঁহাৰি শুনিবলৈ পাইছে। পৃথিৱীৰ আদি মানৱ আদম ইভৰ প্ৰাণত সৰ্পৰূপী চেতানে প্ৰণয়-মদিৰা সঞ্চাৰ কৰাৰ দৰে অচিনাকী চৰাইৰ সুৰত যৌবন জাগি উঠিছে। তেতিয়া কবিৰ চকুত ভাহি উঠিছে দাম্পত্য প্ৰণয়ৰ মধুৰ চিত্ৰ এখনি।

ঘনাই মনত পৰে জুমুৰি দি সেই পৰিণয় দিন
হোমৰ গুৰিত দিয়া পুৰোহিতে লগুণ গাঁঠিৰ চিন।
সেই হাতে সতে হাতজোৰ দিয়া, প্ৰাণেদি বিজুলী
সোত বৈ যোৱা
তাৰ পাচত সেই শোৱনী ঘৰত লাজৰ ওৰণি ফালি
বই পৰা সেই প্ৰিয়াৰ জেউতি দিয়া মোৰ গাত ঢালি,

'নিজৰা'ৰ কবি শৈলধৰ ৰাজখোৱা ডাঙৰীয়ায়ো কোনোবা অজান প্ৰিয়াক পোৱাৰ সন্ধানত বাধাৰ প্ৰাচীৰ ঠেলি আগবাঢ়ি যাবলৈ ব্যাকুল হৈ পৰা নাই। 'হোমৰ অগ্নিক সাক্ষী কৰি লাভ কৰা প্ৰিয়াই কবিৰ জীৱনৰ অৰ্দ্ধাঙ্গিনী হব, কবিয়ে তাকেই হাবিয়াস কৰে—

অনন্ত দীপ্তা আৰ্য্য কুমাৰী
শুচিতা তোমাৰ চিৰ সহচৰী
তুমি ৰবা মোৰ ভিতৰে বাহিৰে
পাপৰ চিন্তা দহন কৰি
তুমি সখী মোৰ সহধৰ্মিণী
অনন্ত জীৱন যৌবন ধৰি।

কবি অকল যৌৱন জোৱাৰত উটি-ভাহি ফুৰাৰ মধু স্বপ্নতেই আপোন পাহৰা নহয়। দূৰ-দৃষ্টি সম্পন্ন কবি জনাই চিন্তা কৰিছে বিগত যৌৱনৰ কথাও। বিগত-যৌৱন কবিৰ মনীষাত আনো ৰঙীন কল্পনাই ঠাই পাব? 'আন-মালিনী'ৰ কবি মফিজুদ্দিন হাজৰিকা ডাঙৰীয়াই যৌৱন তীৰত থিয় হৈ জীৱনৰ জৰা-ৰাহু-গ্ৰস্ত বুঢ়াকালৰ কথা চিন্তা কৰিছে। জীৱন-যৌৱন উপভোগৰ লগতে নেওগ ডাঙৰীয়াই চিন্তা কৰিছে অনাগত দিনৰ কথা—

যৌৱন যেতিয়া যাব জ্বলিবনে তেতিয়াও
জুই মোৰ জাতীয় প্ৰেমৰ
সমাজৰ দশা দেখি ভাবিবনে তেতিয়াও
মোৰ স্বপ্ন বিলাস তেমৰ?

ৰঙালি বিহুৰ ৰং-ৰহইচত উটি-ভাহি ফুৰা কবিৰ চেঙেলীয়া মনটোৱে বিহুক কেনেভাৱে উপভোগ কৰিব বিচাৰিছে মন কৰিবলগীয়া—

কাহিলি কাহিলি পোহৰতে মোক জগাব লাগিব তই,
এনেনো সুখৰ দিন কালিলই—কি কম আইতা মই।
এনে মতলীয়া চেনেহৰ বিহু কেতিয়াও অহা নাই,
বিহু নাচনীৰ মোকে কাইলই পাতিব খুজিছে ঘাই।

'কাহিলি কাহিলি পুৱাতে' উঠি হাতত জেতুকাৰ বোল সানি লাহী কঁকালথনেৰে নাচি নাচি বিহুতলীত হব লাগিব ঘাই। সেয়েহে গাত তত নাই। হয়তো সেই নাচত মুগ্ধ হৈ কিমান পিলিঙা ডেকাই ৰ' লাগি চাই ৰব। কবিয়ে বিহুতী (প্ৰথম উক্কা) নামৰ এই কবিতাটিত এখনি বিহু আৰু বিহু-নাচনীৰ নিখুঁত চিত্ৰ দাঙি ধৰিছে।

দ্বিতীয় উক্কাত কবিয়ে এৰি অহা বছৰৰ কথা সুঁৱৰি চাইছে। মানব জীৱন ক্ষণস্থায়ী। কোনে জানে কালি কি হব? সেয়েহে কবিয়ে আজিৰ বৰ্ত্তমানত ৰঙালি বিহুৰ ৰাঙলী বেলিৰ কিৰণ উপভোগ কৰিব বিচাৰিছে। পশ্চিম আকাশত বেলি মাৰ যোৱাৰ লগে লগে এটি পুৰণি বছৰে বিদায় মাগিলে। নতুন বছৰৰ লগে লগে কপৌ নাহৰ ফুলিল। কবিৰ হেঁপাহ এই পৃথিৱীখনৰ পৰা আঁতৰি যোৱাৰ আগতে বিহুৰ ৰঙৰ উৎসৱ, প্ৰকৃতিৰ নতুন ৰূপ, বনলখী বিহঙ্গমৰ সুললিত সঙ্গীত প্ৰাণ ভৰি উপভোগ কৰিব।

পৰাধীনতাৰ কালছোৱাত লাহে লাহে মানুহৰ অন্তৰত সামাজিক দায়িত্ববোধ জাগিবলৈ ধৰিলে। আৰু তেতিয়াই মানুহৰ অন্তৰত ক্ৰমে নতুন

শক্তি সঞ্চাৰ হ'ল। মুমূর্ষু হৈ পৰি থকা মানুহৰ মনীষাত নতুন চিন্তাস্রোতে ঠাই পালে। এই কালছোৱাতে শুই থকা মানুহক সজাগ কৰিবলৈ কবি-শিল্পীসকল আগবাঢ়ি আহিল। সামাজিক তথা নৈতিক প্ৰেৰণাদায়ক কবিতা সঙ্গীতেৰে সমাজ সচেতন কৰিবলৈ উঠি পৰি লাগিল। অগ্ৰজ সকলৰ পদানুসৰণ কৰি উত্তৰ সাধকৰূপে এই সন্ধিক্ষণৰ কালছোৱাতে ডিম্বেশ্বৰ নেওগ আগবাঢ়ি আহিল। তেওঁৰ দেশ-প্ৰেমমূলক কবিতাবাজি এই সন্ধিক্ষণৰে ৰচনা। স্বদেশ-প্ৰেমিক কবিৰ জীৱনৰ সাৰ্থক সৃষ্টি স্বদেশ-প্ৰেমমূলক কবিতা-বাজিৰ ৰচনাকাল ছাত্ৰাৱস্থা।

স্বদেশ-প্ৰেমমূলক কবিতাবাজিৰ বিষয়বস্তুৰ উপস্থাপন ৰীতিত অভিনৱত্ব দাবী কৰিব নোৱাৰিলেও শুনা যায় কবিৰ বলিষ্ঠ মনৰ দৃঢ় কণ্ঠস্বৰ। কবিতা-বাজিৰ প্ৰধান বৈশিষ্ট্য হ'ল ভাব, ভাষা, শব্দ-গাঁথনি, ছন্দ আৰু পৰিবেশৰ অপূৰ্ব সমাবেশ।

স্বদেশ-প্ৰেমমূলক কবিতাবাজি মহৎ ভাবৰ ওপৰত প্ৰতিষ্ঠিত। মানৱ প্ৰেমৰ অন্তৰালত ক্ষুদ্ৰ পৰিসীমাৰ মাজতে বিৰাট ভাবৰ সমন্বয় ঘটিছে। কল্পনাৰ মধুৰ ৰস সৃষ্টিৰে বহুতো কবিতাতে অসমৰ গৌৰৱ বন্দনাৰ সুৰ পৰিস্ফুট হৈছে। অসমৰ বুৰঞ্জীৰ এটি জীৱন্ত ৰূপ অংকন এইচাম কবিতাৰ প্ৰাণকেন্দ্ৰ। কবিয়ে বুৰঞ্জীৰ নিৰ্জীৱ সত্যক জীৱন্ত আৰু জাগ্ৰত কৰিব পাৰিছে স্বদেশ-প্ৰেমমূলক কবিতাবাজিত। চিনাকি বিষয়-বস্তু আৰু আপোন হৈ পৰিছে কবিৰ অভিনৱ উপস্থাপন ৰীতিত।

'শাপমুক্তা' নেওগ ডাঙৰীয়াৰ অপূৰ্ব সৃষ্টি। ব্ৰহ্মপুত্ৰৰ বুকুৰ অভিশপ্তা শাপগ্ৰস্তা উৰ্বশীক কবিয়ে শাপমুক্তা কৰি জাগ্ৰত কৰিব বিচৰাৰ দৰে পৰাধীনতাৰ শিকলি ছিঙি অসম উৰ্বশীকো আওপাকে কবিয়ে শাপমুক্ত কৰিব বিচাৰিছে। উৰ্বশী জাগি উঠাৰ দৰে প্ৰতি মন্দিৰত মানুহ দেৱতাক জগাই তুলিব এয়েই কবিৰ হাবিয়াস।

গ'ল কত যুগ কালাভিশাপৰ
সেই বিষ-কোপ কেনিবা গ'ল
মুকলি সৰগ মুকলি মৰত
বিশ্বৰ সকলো মুকলি হ'ল।
স্বদেশ-বিদেশ মুকলি মুকলি
ছিগিল লোহাৰ বন্ধন শিকলি

মুক্ত ঈশ্বৰ মুক্ত জগতত
উজলিছে মুক্ত হোমৰ শিখা
উঠাহে উৰ্বশী উঠাহে প্ৰেয়সী
উঠা যৌবনৰ সাদৰী সখা।

কবিতাটোৰ আকাশলঙ্ঘা কল্পনাই তাৰ আৰু ভাষাৰ লগত সমতা ৰক্ষা কৰিব পাৰিছে। 'নিজৰাৰ কবি শৈলধৰ ৰাজখোৱাৰ 'পাষাণ-প্ৰতিমা'ত কবিয়ে শিলা হৈ পৰি থকা ফুলৰা-চতলা নামৰ মানস-কন্যা দুজনাক জগাই তুলিব বিচাৰিছে।

ব্যক্তি বেদনা হেজাৰ হিয়ালৈ নিবেদন কৰিবৰ বাবে বীণেই উপযুক্ত মাধ্যম। চন্দ্ৰকুমাৰ আগৰৱালা আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ কবিতাত তেনে বাণৰ কঁপনি শুনা গৈছিল। 'শেষ গায়ক' কবিতাত বীণৰ মাধ্যমেৰে জাতীয় বিষাদ ধ্বনিত হোৱা দেখা গৈছে। পৰাধীন অসমৰ বিষাদৰ কলাৰেখা 'শেষ গায়ক' কবিতাত পৰিস্ফুট। গোনতে কবিয়ে অতাত অসমৰ শৌৰ্য্য-বীৰ্য্যৰ কথা সুঁৱৰি চাইছে। এনে এটি জাতি পৰাধীন হোৱা দেখি বেজাৰে কবিৰ হিয়া আবৰি ধৰিছে। কবিৰ বাবে পৰাধীন জীৱন-যাপন কৰাতকৈ মৃত্যুৱেই শ্ৰেয়।

'তেনে লাঞ্ছনাৰ পৰাধীনতাৰ
শাসনতকৈও মৰণ ভাল
পৰা হ'লে মই মাতিলোঁ হয়তেন
সকলোৰে বাবে অন্তিম কাল।'

আগৰৱালাৰ বীণ বৰাগী'ত তেনে ভাবে বীণৰ মাধ্যমেৰে প্ৰলয়ক আহ্বান কৰিছে। বীণৰ মাধ্যমেৰে প্ৰলয়ক আহ্বান কৰি বিচাৰিছে নতুন সৃষ্টি কল্পনা কৰাৰ কথা। নেওগ ডাঙৰীয়াৰ 'পৰা হলে মই মাতিলোঁ হয়তেন' কথাফাঁকিৰ লগত আগৰৱালাৰ 'আঙুলি বুলাব জনা হলে আজি' কথা-ফাঁকিৰ সাদৃশ্য আছে।

'শেষ গায়ক'ৰ দৰে জাতীয় বিষাদ ধ্বনিত হৈছে 'বুৰঞ্জী লেখক'ত। বেজবৰুৱাই বীণ বৰাগীৰ মাধ্যমেৰে অতীত অসমৰ শৌৰ্য্য বীৰ্য্যৰ কথা সুঁৱৰি চোৱাৰ দৰে নেওগ ডাঙৰীয়াই 'শেষ গায়ক'ত শৌৰ্য্য-বীৰ্য্যৰ কথা ৰোমন্থন কৰিছে।

বেজবৰুৱাই প্ৰবাসত বৰাগীৰ মুখত অতীত অসমৰ যশ-কীৰ্তিৰ কথা

শুনিবলৈ হাবিয়াস কৰিছে। নেওগ ডাঙৰীয়াই বুৰঞ্জী লেখক বাটকৰা ৰূপে লগ ধৰিছে এটি চিকাৰী ভেকাক। চিকাৰী ভেকাই অতীত অসমৰ কীৰ্তি সুঁৱৰি পৰাধীন জাতিৰ কলংকৰ কালিমা বুকুত বান্ধি বেজাৰত ভাগৰি পৰিছে। সেয়েহে চিকাৰী বেশেৰে 'আৱৰা জাতিৰ মাজত' হেৰাই যাব বিচাৰিছে।

'শেষ প্ৰয়াস' আৰু 'অসম সন্ধিয়া' নামৰ কবিতা দুটিত অসমৰ শেষ স্বাধীনতা-ৰণৰ চিত্ৰ এখনি ফুটি উঠিছে। সভাই নাৰকী বদনে মান সেনা আনি অসম ধ্বংস কৰিলে। মানৰ হাতৰপৰা অসম ৰক্ষা কৰিবলৈ চন্দ্ৰকান্ত সিংহই মহগড়ত কিদৰে ৰণ দিছিলে, নিৰ্বাণোন্মুখ বাস্তৱ দৰে সেই চিত্ৰ কবিতা দুটিত ফুটি উঠিছে। 'অসম সন্ধিয়া'ত চন্দ্ৰকান্ত সিংহ মানৰ হাতত বন্দী হোৱা বুলি কৈছে।

জয় মান সেনাপতি, জয় তিলোৱাৰ
হল চন্দ্ৰকান্ত বন্দী মানৰ হাতত
অন্তিম বেলিকা দেহি জননী উদ্দেশ্যে
কলে বীৰবৰে বিদায় বিদায়।

'চিন্তানল'ৰ কবি কমলাকান্ত ভট্টাচাৰ্য্যই তেজপুৰৰ কাছাৰি-ঘাটত পৰি থকা শিল এডুখৰি লিখিকি বিদাৰি অতীত ৰোমন্থন কৰাৰ দৰে নেওগ ডাঙৰীয়াই 'ৰৰদোৱা'ৰে মানুহৰ অন্তৰত জাতীয় ভাবৰ সঞ্চাৰ কৰিব বিচাৰিছে। কাঁৰৰ ইচ্ছা বৰদোৱাৰ মাধ্যমেৰে মানুহক প্ৰকৃত দেশ-প্ৰেমৰ শিক্ষা দিয়া।

জাগা দেৱ মূৰ্ত্ত হোৱা জাগা বৰদোৱা
পুনু তব অগ্নিমন্ত্ৰ কাণে কাণে দিয়া।
ই জাতিক উঠা জাগা নোহে ক্ষুদ্ৰ কেউ,
ভীষণ বধুৰ গৰ্জি উঠা ৰুদ্ৰদেৱ।
কোৱা দেৱ নাই জৰা-মৃত্যু তইতৰ
হে বৈষ্ণৱ মানুহ হে পুত্ৰ অমৃতৰ।

কবিতাটোৰ শেষ শাৰীত নেওগ ডাঙৰীয়াই কোৱাৰ দৰে ৰবীন্দ্ৰনাথেও কৈছে 'সাত কোটি সন্তানকে ৰেখেছ বাঙালী কৰে মানুষ কৰনি'। ৰৰদোৱা কবিতাৰ ভাব ভাষা সৰল আৰু সংযত। কবিতাটোত সংযত অথচ গভীৰ প্ৰাণস্পৰ্শী ভক্তিৰ আকুতি শুনা যায়।

ছাত্ৰাৱস্থাতে পৰাধীনতাৰ গ্লানি সুঁৱৰি ৰচনা কৰা কবিতাবাজি স্বদেশ-প্ৰীতিৰ জলন্ত নিদৰ্শন। কবিতাবাজি এহাতে পৰাধীনতাৰ দাসত্বৰ বোজা

বহন কৰা গ্লানিৰ স্বীকাৰোক্তি, আনহাতে অতীত অসমৰ শৌৰ্য্য-বীৰ্য্যৰ নিখুঁত চিত্ৰৰূপ। কবিতাৰাজিৰ উপস্থাপন ৰীতি, ভাব-ভাষাই সহজতে পাঠকক আকৰ্ষণ কৰিব পাৰিছে। কবিৰ উদ্দেশ্য অতীত অসমৰ গৌৰৱৰাজিৰে মানুহৰ অন্তৰত দেশ-প্ৰেম সঞ্চাৰ কৰি লুপ্ত স্বাধীনতা উদ্ধাৰ কৰা। কিন্তু তেওঁৰ স্বদেশ-মন্ত্ৰধ্বনি প্ৰচাৰিত কবিতাৰাজি কোনো ৰাজনৈতিক মতবাদৰ দ্বাৰা প্ৰভাবান্বিত নহয়।

ইন্দ্ৰধনুৰ অন্তৰ্গত 'মোৰ গাঁও' কবিতাত ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ নিজৰ জন্মভূমি কমাৰ ফদীয়া গাঁওখনিক স্বাগত সম্ভাষণ জনাইছে :

কমাৰ ফদীয়া এই সৰু গাঁওখনি মোৰ
ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ
ইয়াতে শৈশৱ লীলা ইয়াতে এদিন মোৰ
কোনোবা শৰত ৰাতি,
যৌবনৰ ধীৰ জাগৰণ।

ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ কমাৰ ফদীয়া গাঁৱত ল'ৰালিৰ সৰলতা, মিলা-প্ৰীতিৰ অভাৱ দেখি কবিৰ অন্তৰত শোকৰ বহ্নি জ্বলি উঠিছে। কিয়নো কবিয়ে ওপজা গাঁওখনিৰ সৰলতা মিলা-প্ৰীতিৰ লেখিয়া আন কোনো গাঁৱত নাপালে। বিনন্দীয়া সৃষ্টিৰ প্ৰথম পোহৰৰ সন্ধান কবিয়ে পোনতে লাভ কৰিলে এই গাঁওখনিৰ বুকুতে। এই গাঁওখনিৰ বুকুতে আপোন জনৰ মৰম-চেনেহ লাভ কৰি যৌৱনত ভৰি দিছিলেহি। কিন্তু সময়ৰ সোঁতত সেই গাঁওৰ অধঃপতন দেখি কবিৰ বুকুৰ কামীহাড় কঁপোৱা হুমুনিয়া ওলাইছে। গাঁৱত আজি আগৰ দৰে একতাৰ বান্ধ নাই। ভাবনা সবাহত উৎসাহ নাই। আন্তৰিকতা মিলা-প্ৰীতি নাই। অথচ এনেখন গাঁৱত উপজিয়ে জীৱনত অনুভৱ কৰিছিল সৰলতা মিলা-প্ৰীতিৰ এনাজৰি।

আই বুলি ভাই বুলি ককাই দেউতা বুলি
সকলোৰে ভিতিত ওলমি,
বিৰা সৰলতা শিক্ষা কৰিছিলোঁ তাহানিয়ে
তোৰ বুকুৰেই বান্ধ
সৰগৰ মৰতত পমি।

সময়ৰ সোঁতত অগ্ৰগতিৰ পথত আগবাঢ়িলেও কবিৰ দৃষ্টিত গাঁৱৰ সেই

শিক্ষাৰ স্থান বহু ওপৰত। কবিয়ে অতীত বোমহন কবি শেষত মুৰ দোঁৱাইছে গাঁৱৰ আদিম শিক্ষাৰ ওচৰত—

সেই শিক্ষা আদি মোৰ সেই শিক্ষাতে শেষ
সেই শিক্ষা সবাৰে শিৰত
সভ্যতাৰ মুখ্য শিক্ষা মানুহক ভুৰা দিয়া
জগতৰ মিছা শিক্ষা
থক তাৰ চৰণ তলত।—

'মাতৃভাষা' (থুপিতৰা) কবিৰ তেনে এটি সাৰ্থক কবিতা। থুন্থুক-থানাক মাতেৰে প্ৰথমতে মনৰ ভাব প্ৰকাশ কৰা ভাষাই মাতৃভাষা। 'বনফুল'ৰ কবি ছুৰবা ভাণ্ডৰীয়াই হেনো পঢ়াশালিৰ শিক্ষা মাতৃভাষাত শিকিব নোৱাৰি বঙলা ভাষাত শিকিব লগা বাবে দুখ কৰিছিল। নেওগ ভাণ্ডৰীয়াৰ 'মাতৃভাষা' কবিতাত মাতৃভাষাৰ জয়গানৰ লগতে মাতৃভাষাৰ প্ৰতি থকা কবিৰ আন্তৰিকতাও প্ৰকাশ পাইছে—

পোনতে যেতিয়া আছিলোঁ কেঁচুৱা
থুন্থুক থানাক মাত,
ভুমিয়েনে মোক দিছিলা জননী
কৃপাই কোমল হাত।

সেই মাতৃভাষাতেই বিকাশ লাভ কৰি কবিয়ে ল'ৰাকালত জোনবাইৰ গুণ কীৰ্তন কৰিছিল, শিয়ালীৰ গীত গাইছিল, চিলনী আইলৈ বতৰা দিছিল। যৌবনকালত চহা যুৱকৰ কণ্ঠত প্ৰেমৰ গান শুনিছিল মাতৃভাষাতেই। কবিয়ে 'মোৰ গাঁও'ৰ দৰে শেষত মাতৃভাষাৰো মহিমা কীৰ্তন কৰিছে—

তোমাৰ নিচিনা বসুধাত আৰু
হব কোন মৰমৰ
হেৰা কাব্যময়ী পুণ্যময়ী ভাষা
মাতৃভাষা চেনেহৰ।

কবিৰ 'মোৰ গাঁও', 'মাতৃভাষা' ব্যক্তিগত ভাৱ অনুভূতিৰ প্ৰকাশ হ'লেও কবিতাৰ আবেদন সাৰ্বজনীন।

'প্ৰথম প্ৰয়াস' কবিতাত কবিয়ে চোৰাং-বস্তুমৰ কৰুণ কাহিনী মৰ্মস্পৰ্শী ৰূপত প্ৰকাশ কৰিছে। কবিৰ লিখনিত চোৰাং-বস্তুমৰ চৰিত্ৰৰ বিকাশ

বেজবৰুৱাৰ উপৰিও পিতৃৰ হাতত একমাত্ৰ পুত্ৰৰ মৃত্যুৰ কৰুণ কাহিনীয়ে পাঠকৰ হৃদয় ৰঞ্জন কৰিব পাৰিছে।

'আৱাহন', 'লবা তৰা', 'শেষ কথা' আদি ইন্দ্ৰধনুৰ ভালেমান কবিতাত কবিৰ অন্তৰ্দৃষ্টিৰ পৰিচয় পোৱা যায়। ভাবপ্ৰৱণ অথচ সংযত প্ৰকাশভঙ্গীৰ বাবে তেওঁৰ কবিতাবাজিৰ সমাদৰ বেছি।

আন কিছুমান কবিৰ দৰে নেওগ ডাঙৰীয়াই ব্যক্তি-প্ৰেম নাইবা প্ৰকৃতিক তেওঁৰ কবিতাত মুখ্যস্থান দিয়া নাই। ব্যক্তি-প্ৰেম বা প্ৰকৃতি বিষয়ক উল্লেখযোগ্য কবিতাৰ সংখ্যা কম। সেই বুলি তেওঁৰ কাব্যত প্ৰকৃতিক নিৰ্বাসন দিছে বুলিও কব নোৱাৰি। কবিতাবাজিত প্ৰকৃতিৰ অনুপম বৰ্ণনা উপমা আদিৰ ব্যৱহাৰৰ কথা অস্বীকাৰ কৰিব নোৱাৰি।

'যৌৱনৰ শেৱালি বনত (মোৰ গাঁও), 'শৰতৰ পূৰ্ণ শশধৰ (শাপমুক্তা), 'নিমাতা কেতেকী ফুল' (যৌৱন বিদায়), 'বগা বেলি ভটীয়াব' (যৌৱন যেতিয়া যাব), 'কাহিলি কাহালি পোহৰ' (বিহাত) আদি অনেক খণ্ড-চিত্ৰ তেওঁৰ কবিতাত প্ৰকাশ পাইছে। কিছুমান কবিতাত প্ৰকৃতিৰ সজীৱ চিত্ৰ অংকন কৰিছে।

পৰাণ বসন্ত মোৰ মাৰ নৌ যাওঁতেই
কুলিটিয়ে এবে যদি গান
জঁয় পৰে ফুলনিৰ ফুল, ইত্যাদি।

নেওগ ডাঙৰীয়াৰ কবিতাৰ কল্পচিত্ৰ সমূহো নিভাঁজ। (নঙলামুখ, উপাজপুৰা, তুলাপাত ইত্যাদি)।

তেওঁৰ ৰচনাৰ আহি পাশ্চাত্যৰ ৰোমাণ্টিক কবিতা হ'লেও ভাৰতীয় দৰ্শনৰ দ্বাৰা পৰিপুষ্ট। আত্মাৰ নিৰল কন্দৰৰ বাণীও তেওঁৰ কবিতাত অনুৰণিত হৈছে। সৰহভাগ অসমীয়া ৰোমাণ্টিক কবিৰে ৰচনাৰ আহি পাশ্চাত্যৰ ৰোমাণ্টিক কবিতা হ'লেও ভাৰতীয় দৰ্শনৰ দ্বাৰা পৰিপুষ্ট।

নেওগ ডাঙৰীয়াৰ কোনো কোনো কবিতাৰ পৰ্বচৰণত অনা-অসমীয়া কবিৰ প্ৰভাৱৰ কথা 'অসমা'ৰ পাতনিত ডঃ বেণীমাধৱ বৰুৱাই উল্লেখ কৰিছে—

'অসমীয়া কবিৰ জাগৰণ গীতৰ পিচত আছে বঙলাৰ কবিসকলৰ প্ৰভাৱ। তেওঁৰ ভুৱনমোহিনী উৰ্বশী ৰবীন্দ্ৰনাথৰ 'অয়ি ভুবন মনমোহিনী' তেওঁৰ 'আগা আগা শিখ-জৈন-খৃষ্টিয়ান-হিন্দু-মুছলমান' ৰবীন্দ্ৰনাথৰ 'এসহে হিন্দু-বৌদ্ধ-শিখ জৈন-খৃষ্টিয়ান-হিন্দু-মুছলমান' জাতীয় সঙ্গীতৰ প্ৰতিধ্বনি।"—শুনা যায়।

তাৰ উত্তৰো ভক্তৰ বেণীমাধৱ বৰুৱাৰ কথাৰেই দিব পাৰি—"বিজন বিমান ভাণ্ডৰ কবি তেওঁ সিমান পূৰ্ববৰ্ত্তীৰ কাষত ঋণী। বিশ্বকবি ৰবীন্দ্ৰনাথো আনো সামান্ত ঋণী।"

নেওগ ভাণ্ডৰীয়াৰ কোনো কোনো কবিতাত ইংৰাজ কবিৰ পৰোক্ষ আৰু প্ৰত্যক্ষ প্ৰভাৱৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। থূপিতবাৰ 'বকুলী', 'বিনাশ', 'অতীত স্মৃতি', 'আগন্তুক', 'তটিনী', 'গাঁৱলীয়া স্মৃতি', 'গৰবিণী আদি কবিতাৰ ওপৰত ইংৰাজ কবিৰ পৰোক্ষ প্ৰভাৱ প'ৰিছে।

ৱৰ্ডচ্‌ৱৰ্থৰ 'লুচীগ্ৰে'ৰ সহজ সৰল অসমীয়া ৰূপান্তৰ 'বকুলী'। দুৰ্গেশ্বৰ শৰ্মাই 'লুচী'ক সাদৰী' ৰূপত সজাইছিল। কবিয়ে লুচীক সহজ সৰল নিভাঁজ অসমীয়া বকুলী ৰূপত সজাই তুলিছে—

লগৰীয়া সমনীয়া নাই বকুলীৰ<br>
বাস কৰে নিজান বনত<br>
একোপাহি সৰগৰ পাৰিজাত ফুল<br>
ফুলিছিল চোতাল আগত।

No mate no comrade Lucy knew<br>
She dwelt on wide moor<br>
The sweetest things that even grew<br>
Beside a human door

অসমৰ পাৰিপাৰ্শ্বিকতাৰ লগত সামঞ্জস্য ৰাখি কবিয়ে মূল কবিতাত থকা লুচীয়ে বাপেকৰ নিৰ্দেশত মাকক ৰৰফৰ মাজেৰে লৈ দেখুৱাই যোৱা চিত্ৰৰ সলনি ধুমুহাৰ বিপৰ্য্যস্ত চিত্ৰহে কল্পনা কৰিছে।

মাৰিব ধুমুহা আজি মেঘ ওন্দোলায়<br>
আই তই যাবি গাঁৱল'ই<br>
ৰাতি হ'ব কৰবাত মাৰৰ বাটত<br>
যাবি লেই আগবাঢ়ি তই।

To night will be a stormy night<br>
You to the town must go<br>
And take a lantern child to light

শ্বেলী, টেনিচনৰ কবিতাৰ ভাঙনীতো কবিৰ দক্ষতা প্ৰকাশ পাইছে। অনুবাদ নাইবা বিদেশী কবিতাৰ অসমীয়া ৰূপান্তৰ নিভাঁজ আৰু সহজ সৰল।

তৰ ডেকা বয়সৰ ৰচনা হ'লেও ইন্দ্ৰধনুৰ কবিতাবাজিত কবিৰ কবি-প্ৰতিভা প্ৰকাশ পাইছে। ব্যক্তিপ্ৰেম আৰু স্বদেশপ্ৰেম ইন্দ্ৰধনুৰ কবিতাবাজিৰ প্ৰাণকেন্দ্ৰ। সেওগ ডাঙৰীয়াই অকল 'ইন্দ্ৰধনু' ৰচনা কৰি আন কবিতা ৰচনা নকৰা হ'লেও অসমীয়া কাব্য আকাশত জিলিকি ৰলহেঁতেন।

## ১১ নলিনীবালা দেৱী

কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ কন্যা পদ্মশ্ৰী শ্ৰীযুক্তা নলিনীবালা দেৱী অসমৰ মহিলা কবিসকলৰ ভিতৰত অন্যতম। ১৮৯৮ খৃঃৰ মাৰ্চ মাহত বৰপেটাত তেওঁৰ জন্ম। শৈশৱকালত নলিনীবালা দেৱীয়ে কোনো পঢ়াশলীয়া বিদ্যা লাভ কৰা নাই। পিতৃদেৱ নবীনচন্দ্ৰ বৰদলৈয়ে ঘৰতে গোপালকৃষ্ণ দে নামৰ এজন শিক্ষক ৰাখি পঢ়ুৱাইছিল। ১৯০৯ খৃঃত তেওঁৰ বিয়া হয়। দাম্পত্য-জীৱন সৰহদিন উপভোগ কৰিবলৈ নৌ পাওঁতেই ১৯১৭ খৃঃত তেওঁৰ স্বামী যীৱেশ্বৰ চাংকাকতিৰ লোকান্তৰ ঘটিল। স্বামীৰ মৃত্যুৰ শোকৰ বহ্নি নুমাবলৈ নৌপাওঁতেই আকৌ তেওঁৰ স্নেহৰ পুত্ৰ পৱিত্ৰ আৰু পুতলীক হেৰুৱাব লগা হ'ল। স্বামী-পুত্ৰ হেৰুৱা বিৰহ-বেদনাই নলিনীবালা দেৱীক অভিভূত কৰিলে। ব্যক্তিগত জীৱনৰ কাৰুণ্যই তেওঁৰ সৰহভাগ কবিতাৰ মূল উৎস। কবি চিৰ-সুন্দৰৰ অন্বেষণত ব্যাকুলা হ'ল।

নলিনীবালা দেৱীয়ে প্ৰথম কবিতা 'পিতা' ৰচনাৰ কৰা সময়ত দহ বছৰ মাত্ৰ। 'সন্ধিয়াৰ সুৰ' কবিৰ প্ৰথম কবিতা সংকলন (১৯২৮)। সপোনৰ সুৰ (১৯৪৩), পৰশমণি (১৯৫৪), যুগদেৱতা (১৯৫৭), অলকানন্দা (১৯৬৭), আৰু আন আন কাব্য-গ্ৰন্থ। স্বৰ্গীয় পিতৃদেৱ নবীনচন্দ্ৰ বৰদলৈৰ জীৱন চৰিত 'স্মৃতি তীৰ্থ' (১৯৪৮) আন এখন উল্লেখযোগ্য ৰচনা। 'বিশ্বদীপা' আৰু 'বল্লভ ভাই পেটেল' আন আন জীৱন চৰিত। 'পাৰিজাতৰ অভিষেক' আদি কেইখনমান গীতি নাটিকাও ৰচনা কৰিছিল।

১৯৫৪ খৃঃত যোৰহাটত অনুষ্ঠিত অসম সাহিত্য সভাৰ ত্ৰয়োবিংশ অধিবেশনত নলিনীবালা দেৱী সভানেত্ৰী নিৰ্বাচিত হৈছিল। তেৱেঁই সাহিত্য সভাৰ একমাত্ৰ মহিলা সভানেত্ৰী।

কবি হিচাপে নলিনীবালা দেৱী সম্পূৰ্ণৰূপে ৰহস্যবাদী। ব্যক্তিগত জীৱনৰ কাৰুণ্যই কবিৰ ৰহস্যবাদৰ মূল উৎস। কবিৰ দাম্পত্য তথা পাৰিবাৰিক জীৱন কাৰুণ্যৰে পৰিপূৰ্ণ। অকালতে স্বামী হেৰুৱা বৈধব্যৰ বিৰহ-যাতনা পুত্ৰহাৰা মাতৃৰ ছিন্না ভগা অন্তৰ খনিৰে নৈসৰ্গিক সৌন্দৰ্য্যৰ বিশাল প্ৰাঙ্গণত থিয় দি প্ৰকৃতিৰ বাহ্যিক বৰ্ণালিত কবি আপোন পাহৰা হ'ব পৰা নাই। প্ৰকৃতিৰ গছে পাতে কবিয়ে অনুভৱ কৰিব পাৰিছে প্ৰকৃতিৰ বিশাল প্ৰাঙ্গণত প্ৰতিবিম্বিত হোৱা সনাতন সৌন্দৰ্য্যৰ আভাস। জাগতিক বৰ্ণ-বৈচিত্ৰ্যৰ অন্তৰালত আত্মগোপন কৰি থকা সত্য-শিৱ-সুন্দৰৰ লগত মিলনেই কবিৰ চৰম আকাঙ্ক্ষা। জীৱনৰ বিৰহ বেলাভূমিত প্ৰিয়তমৰ লগত মিলনেই কবিৰ ইপ্সিত লক্ষ্য"। ( ডঃ শৰ্মা ) কবিৰ ৰহস্য-সন্ধানী লক্ষ্য বা প্ৰতীক ধৰ্মিতা কোনো ধৰ্ম আন্দোলনৰ প্ৰভাৱ নাইবা অনুপ্ৰেৰণা নহয়। ভাৰতীয় দৰ্শনেৰে পৰিপুষ্ট এই গৰাকী কবি পাশ্চাত্য ৰোমাণ্টিক আন্দোলনৰ দ্বাৰা প্ৰভাৱান্বিত হ'লেও ভাৰতীয় দৰ্শনৰ জন্মান্তৰবাদ, কৰ্মফলবাদ আদিৰেহে বেচিকৈ প্ৰভাৱান্বিত। নলিনীবালা দেৱী ৰোমাণ্টিক গোষ্ঠীভুক্ত হ'লেও কবিৰ মূল উৎস ভাৰতীয় দৰ্শন আৰু ৰহস্যবাদ। ভাৰতীয় দৰ্শনৰ মৰ্মকথা অনুযায়ী তেওঁৰ কাব্য সৃষ্টি আত্মাৰ ৰূপায়ণৰ উদ্দেশ্যে নিবেদিত। কবিৰ মতে মানৱ-আত্মা বিশ্বসৃষ্টিৰ জাগতিক বৰ্ণবৈষম্যৰ মাজত স্ৰষ্টাৰ সুন্দৰ প্ৰতীক আৰু এই মানৱাত্মা অবিনশ্বৰ। দেহৰূপী সঁজাত পিঞ্জৰাবদ্ধ আত্মাই বিচাৰে অনাবিল মুক্তিৰ আস্বাদ। দেহ বন্ধনৰ মাজেৰেও শুনে মুক্তিৰেই মহাগান।' সন্ধিয়াৰ দিগন্তত পাখিত পাখি লগাই উৰি যোৱা দূৰণিৰ পখীজাকৰ দৰে মানৱ আত্মাই দেহৰূপী সজাৰপৰা মুক্ত হৈ বিচাৰে পৰমাত্মাৰ লগত মিলন হবলৈ। সৰগীয় জ্যোতি প্ৰয়াসী মানৱআত্মাই ছেগ পালেই বিচাৰে সৰগীয় স্বপ্নৰাজ্যৰ সুধা পান কৰিবলৈ। মানৱৰ ই হ'ল চিৰন্তন সনাতনী ধৰ্ম।

নৈসৰ্গিক পৃথিৱীৰ বাহ্যিক বৰ্ণালিয়ে কবিক মুগ্ধ কৰিবপৰা নাই। কবিয়ে প্ৰকৃতিৰ সৌন্দৰ্য্য, চৰাইৰ সুললিত সঙ্গীত, নৈ, জান, জুৰিৰ, কুলু কুলু ধ্বনি, শ্যামল শস্যৰ শোভা, ধ্যান গম্ভীৰ পৰ্বতৰ ৰূপৰ মাজত উপলব্ধি কৰিব পাৰিছে সৰ্বশক্তিমান ভগৱানৰ অবিনশ্বৰ ৰূপ। জাগতিক সৌন্দৰ্য্যই যেন কবিক সন্ধান দিছে চিৰসুন্দৰৰ সনাতন ৰূপৰ। কবিৰ অন্তৰ ৰহস্য সন্ধানী আৰু ভগৱৎ প্ৰেমেই কবিৰ ৰহস্য সন্ধানী বা অতীন্দ্ৰিয়বাদী কবিতাৰ উৎস। ভাৰতীয় দৰ্শনত গভীৰ আস্থাশীল কবিয়ে জন্মান্তৰবাদৰ কথা আথৰে আথৰে মানি লৈছে।

আত্মা অবিনশ্বৰ আৰু আত্মাই কর্মফল ভোগ কৰিব লাগিব। সংসাৰখন আমাৰ বাবে নাটঘৰ আৰু আমি একো একোজন ভাৱৰীয়া। সংসাৰ নাটত আমাৰ অভিনয় সফলতা বিফলতাৰে পৰিপূর্ণ। সন্ধিয়াৰ সুৰৰ সৰহভাগ কবিতাতে এই সুৰৰ প্ৰতিধ্বনি অনুৰণিত হৈছে। কবিৰ সন্ধিয়াৰ সুৰেই অতীন্দ্ৰিয়বাদৰ চৰম প্ৰকাশ। সপোনৰ সুৰ, ৰৰশমণি, যুগদেৱতা আৰু অলকানন্দাৰ কবিতাৰাজিত মাথোন সন্ধিয়াৰ সুৰৰ ধ্বনিয়ে বেলেগ বেলেগ ৰূপত প্ৰতিধ্বনিত হৈছে।

এইসকলো ৰহস্যবাদী কবিয়ে উপলব্ধি কৰিব পাৰিছে আত্মাৰ অবিনশ্বৰতাৰ কথা। কবিৰ লিখনিত ধর্ম আৰু জন্মান্তৰবাদৰ ৰহস্যও সুন্দৰভাৱে পৰিস্ফুট। ৰহস্যময় বিশ্ব মহান শক্তিৰ সূত্ৰকাৰ পৰাই সৃষ্ট। বিশ্বৰ মাজত প্ৰাণীবিলাকৰ আদি আৰু অন্তও ৰহস্যৰ কলা ডাৱৰেৰে আবৃত। মহাবিশ্বঃ বিশ্বৰ সৃষ্টি মহাকাৰণিকাৰণৰ। জীৱ স্ৰষ্টাৰপৰা আঁতৰ হ'ল যদিও, জীৱ আৰু স্ৰষ্টাৰ মাজত এটি এৰাব নোৱৰা সম্বন্ধ থাকি গ'ল। জগতত স্ৰষ্টাৰপৰা সৃষ্টৰ বিচ্ছেদ ঘটাত কৰুণ সুৰৰ উদ্ভৱ। সেই কাৰণে প্ৰত্যেক জীৱৰ অন্তৰবো অন্তৰৰ এটি আকুল হৈপাহ মহান শক্তিত বিলীন হোৱাৰ। তাৰেই বাবে প্ৰত্যেক মানুহৰ আত্মা এই অনন্তৰ ৰহস্য ভেদ কৰি দেহৰূপী সত্তাৰপৰা মুক্ত হৈ পৰম পুৰুষ পৰমাত্মাৰ লগত বিলীন হোৱাৰ বাবে ব্যাকুল। কবিৰ পৰম-তৃষ্ণা কবিতাত এই সুৰেই অনুৰণিত হৈছে—

দূৰণিৰ পখীজাক উৰি যায় বিডিয়াই
বিয়াকুল উদাসী সুৰত
প্ৰতিধ্বনি বাজে সুদূৰত
মোৰ এই পিঁজৰাৰ অশান্ত পাখীটি দেখো
মিলি যাব খোজে অনন্তত
অসীমৰ অ'চিন বাটত।

জাগতিক সৌন্দর্য্য পৰম সৌন্দর্য্যৰ প্ৰতীক স্বৰূপ। বাহ্যিক বর্ণালিয়ে কবিৰ চকুত খন্তেকৰ মোহ জগালেও মোহাচ্ছন্ন কৰিব নোৱাৰে। তাৰ মাজেৰে বিচাৰে পৰম সৌন্দর্য্যৰ সন্ধান—

মানুহৰ দুচকুৰ অসীম সৌন্দর্য্য তৃষ্ণা
সুখ আশা হৈপাহ বুকুৰ
নহয় ই মৰতৰ খন্তেকীয়া জীৱনৰ
সুখ আশা পৰম পদৰ।
ৰূপ তৃষ্ণা চিৰ সুন্দৰৰ।

কবিৰ এনেস্বৰীয়া কবিতাত একোটি জটিল ভাবক ভাষাৰে যমক জমক অলঙ্কাৰ পিন্ধাই অপূৰ্ব ৰূপত সজাব পাৰিছে। আনহাতে ৰহস্যবাদী কবিতাৰাজিত ভক্তিৰসৰ কল্পনা স্তুতিৰ মাজেদি প্ৰতিবিম্বিত হৈছে ভাৰতীয় দৰ্শন আৰু বেদান্তৰ সাৰমৰ্ম। কবিয়ে নৈসৰ্গিক বৰ্ণনাৰ মাজতো দৰ্শনৰ সমুজ্জ্বল উচ্ছ্বাসেৰে জ্ঞানৰ জ্যোতি বিৰিঙাব পাৰিছে। মানৱ-আত্মা ভগৱৎ মুখী। যুগ যুগ ধৰি কবি-শিল্পী-সাধকে ভগৱানক লাভ কৰিবৰ বাবে নিজকে নিয়োজিত কৰি আহিছে কিন্তু সেই সৰ্বশক্তিমান সৰ্বজ্যোতিষ্মান ভগৱানক পাবলৈ তেনেদৰে গিৰি গুহা অতিক্ৰম কৰি হাবাথুৰি খাই বিচাৰি ফুৰাৰ প্ৰযোজন নাই। তেওঁ সকলো মানৱৰ অন্তৰতে বিৰাজমান। মানৱ-আত্মাই একান্তচিত্তে সৰল অন্তৰেৰে ধ্যান কৰিব নোৱাৰিলে সেই পৰশমণিৰ সন্ধান নাপায়। চিৰ সুন্দৰক লাভ কৰিবলৈ ঘৰ এৰি বনবাসী হোৱাৰো প্ৰয়োজন নাই মাথোন লাগিব অন্তৰৰ ঐকান্তিকতা। সক্ৰিয়াৰ সুৰত সন্নিবিষ্ট ডুকুৰি কবিতাৰ ইটোৰ লগত সিটোৰ বিষয়-বস্তুৰ অমিল যদিও প্ৰায়বোৰ কবিতাৰ শেষত শুনা গৈছে একেই ৰহস্যবাদী সুৰ। নাৱৰীয়া কবিতাত জীৱন-তৰি ভগৱান-ৰূপী নাৱৰীয়াৰ হাতত এৰি দি আত্মতৃপ্তি বিচাৰিছে।

নেজানো একোকে মই
উৰাদিহ নাপাওঁ বাটৰ
তুমিয়েই হবা মোৰ
অসীমৰ চিৰ লগৰীয়া।

আনকি আপোন মনে গীত গাই আনন্দত আত্মহাৰা কেতেকী চৰাইটিক কবিয়ে চিৰ সুন্দৰৰ সন্ধান দিব বিচাৰিছে।

কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ ছুহিত্ৰী জীৱনৰ সৰহভাগ সময় দেউতাকৰ সান্নিধ্যত থকা বাবে স্বদেশমন্ত্ৰত দীক্ষিত হোৱাটো স্বাভাৱিক। 'জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী' স্বদেশ-মন্ত্ৰত দীক্ষিতা কবিৰ মূলমন্ত্ৰ। সুখে-দুখে জন্মভূমিক সেৱা কৰি জন্মভূমিৰ প্ৰতি ধূলিকণাৰ লগতে বিলীন হৈ থাকিবলৈ কবিৰ প্ৰবল হাবিয়াস। জনমৰ আদিম পুৱাতে জন্মভূমিৰ বুকুত চকুমেলি বতাহ পানী খাই ডাঙৰ দীঘল হোৱা জন্মভূমিতে মৃত্যুৰ পিচতো আকাশে বতাহে মিলিত হৈ জান-জুৰি, বনৰ চৰাই হৈ থাকিবলৈ কবিৰ প্ৰবল আকাঙ্ক্ষা প্ৰকৃতিৰ বিভিন্ন উপচাৰৰ লগত নিজকে বিলীন কৰি দিয়া আৰু মৃত্যুৰ পিচতো আকৌ জনম পাবলৈ বিচৰা আকাঙ্ক্ষাৰ অন্তৰালত ৰহস্যবাদৰ

বিণিকি বিণিকি সুৰ আৰু ভাৰতীয় দৰ্শনৰ জন্মান্তৰবাদৰ ৰহস্য লুকাই আছে। ভাৰতবৰ্ষৰ গুণ-গৰিমা প্ৰকাশ কৰিছে 'ভাৰত', "ভাৰত বাণী" আদি কবিতাৰ মাধ্যমেৰে। 'তুমি অসমীয়া, তুমি যদি অসমীয়া' দেশপ্ৰেমমূলক আন এটি কবিতা। প্ৰথম জ্ঞানৰ অঙ্কুৰ বিকশিত হোৱা ভাৰতবৰ্ষ কবিৰ বাবে স্বৰ্গ-স্বৰূপ। কবিয়ে শুনিব পাইছে তিমিৰাচ্ছন্ন জগতৰ আলোক বহনকাৰী ভাৰতবৰ্ষৰ বুকুতেই ধ্বনিত হোৱা মানব আত্মাৰ অবিনশ্বৰতাৰ | কথা। যেতিয়া ধৰ্মৰ গ্লানিৰে দেশ ভৰি পৰে জাতি-ধৰ্ম সঙ্কটাপন্ন হয় তেতিয়া ভাৰতবৰ্ষত যুগে যুগে অৱতীৰ্ণ হয় একোজনা অৱতাৰী পুৰুষৰ মৃত্যুমুখী জাতিধৰ্মক উদ্ধাৰ কৰিবলৈ।

পুণ্যভূমি ভাৰতবৰ্ষত "নাৰীৰ" সৃষ্টি অকল সৌন্দৰ্য্য বৰ্দ্ধনৰ বাবেই নহয়, নাৰীৰ যোগেদিয়ে সুকুমাৰ কলাৰ বিকাশ, শক্তিৰ উৎস। জগতত প্ৰথম অমৃত বহনকাৰি নাৰী, আৰু নাৰী-শক্তিৰ ওচৰত অসুৰ শক্তিৰো পৰাজয়। কিন্তু সাম্প্ৰতিক নাৰীবপৰা জগতে বিচৰা নাই শক্তিৰ পৰিচয়, বিচাৰিছে মাথোন নাৰীৰ কোমল হাতৰ পৰশত জগতৰ কল্যাণ। সৃষ্টিৰ অপৰিসীম বেদনা ভোগ কৰা নাৰীবপৰা কবিয়ে ইয়াক কামনা কৰিছে।

জন্মভূমিৰ প্ৰতি থকা অনুৰাগৰ দৰে জন্মভূমিৰ বীৰ বীৰাঙ্গনা মহান সন্তান-সকলৰ প্ৰতি শ্ৰদ্ধাঞ্জলি নিবেদন কৰিবলৈ কবি সজাগ। জন্মভূমিৰ কৃতী সন্তানৰ বিয়োগত কবিৰ কোমল অন্তৰ শোকত উথলি উঠিছে। কবিৰ তৰ্পণ জাতীয় কবিতাবাজি অকল শোকৰ বিননিয়ে নহয়, স্মৃতিপূজাৰ অঞ্জলি স্বৰূপ। মহামানৱ মহাত্মা গান্ধীৰ জীৱনৰ কৰ্মৰাজিৰ লগতে কবিয়ে সুঁৱৰি চাইছে মহামানৱৰ মহাবাণী। আত্মপৰিজন বিয়োগজনিত কবিতাবাজি অকল শোকৰ সঙ্গীতেই নহয় প্ৰাণাধিক শিশুপুত্ৰ পুতলীৰ সোঁৱৰণী পুত্ৰহাৰা মাতৃৰ করুণ বিননি হ'লেও এনে সুৰীয়া কবিতাবাজিৰ মাজেৰেও কবিয়ে সন্ধান দিব পাৰিছে ৰহস্যবাদৰ।

> বৰ লোভনীয় মোৰ সেই ঠাইখনি
> জীৱনৰ শান্তি-নিকেতন
> মৰতৰ সুখ-স্বপ্ন মিলন নিজৰা
> আকাঙ্ক্ষিত অমৃত ভৱন।

সৰগখন কবিৰ বাবে চিৰকাম্য। সেইখন নিজাপী ঘৰত থকা শিশুপুত্ৰ পুতলীক লক্ষ কৰি কবিয়ে অন্তৰৰ হাবিয়াস প্ৰকাশ কৰিছে।

আন এজন কান নমনীয়া পুত্ৰ পবিত্ৰৰ মৃত্যুত কবি অধীৰ হৈ পৰিছে। সে নাই সেই কথা প্ৰকাশ নকৰি মাথোন চিন্তা কৰিছে জন্ম-মৃত্যুৰ ৰহস্যৰ কথা,. দুখিনীয়া সংসাৰত মানৱ জীৱনৰ অস্তিত্বৰ কথা।

জীৱন সপোন এটি
কুহেলিকা সপোনৰ
তুমি কই সকলো সপোন,
সপোনৰ মায়াখেল
মাৰ গ'ল দিঠকত
তুমি মই আজি কাৰ কোণ?

নলিনীবালা দেৱীৰ কবিতাৰ ধাৰা সম্বন্ধে আলোচনা কৰি পণ্ডিত প্ৰবৰ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াই সেয়েহে লিখিছে—"দুখৰ করুণ সুৰ শুনা গলেও 'সপোনৰ সুৰত' নিৰাশাৰ ভাব দেখা নাযায়। মহিলা কবিৰ আধ্যাত্মিক সাহ প্ৰশংসনীয়। মানৱ-জীৱনৰ অসীম ভবিতব্যতাৰ ওপৰত কবিয়ে বিশ্বাস ৰাখিছে আৰু 'মানুহ ধৰমৰ' উচ্চত্ব বখানিছে। সপোনৰ সুৰত তৰুণৰ ক্ষণিক উচ্ছ্বাস নাই আৰু তৰুণ প্ৰেমৰ লম্বলাসো ইয়াত নাই। কিন্তু ইয়াত এটা ধাৰাবাহিক হিয়াভেদী সুৰ আছে।"

নলিনীবালা দেৱীৰ সন্ধিয়াৰ সুৰৰ প্ৰায়বোৰ কবিতাতে বিভিন্ন ভাব অনুভূতিৰ মাজতো ৰহস্যবাদৰ সুৰ, পৰমজনাৰ ওচৰত আত্মসমৰ্পণ ভাবৰ এটি চিত্ৰ ফুটি ওলাইছে। সপোনৰ সুৰ, পৰশমণি, যুগদেৱতা আৰু অলকানন্দাত সেইভাবেই বেলেগ বেলেগ ৰূপত প্ৰতিবিম্বিত হৈছে। ডক্টৰ মহেশ্বৰ নেওগে এই কথা লক্ষ্য কৰি লিখিছে "সন্ধিয়াৰ সুৰেই তেওঁৰ প্ৰকৃত কবি প্ৰাণৰ সাক্ষৰ।" প্ৰকৃতিৰ সৌন্দৰ্যত, বিহগৰ আকুল তানত, মূৰ্ততে সুন্দৰী প্ৰকৃতিৰ প্ৰতি অঙ্গতে কবিয়ে অবিনশ্বৰ আত্মাৰ অনন্ত জীৱনৰ চিন দেখা পাইছে। আনফালে মানুহৰ অন্তৰৰ অসীম সৌন্দৰ্য্য তৃষ্ণাই অনন্ত সুন্দৰ কোনোবা এজনৰ মহা আকৰ্ষণৰ সূচনা কৰিছে। কবিৰ আত্মাও যেন মিলনাৰে মিলনৰ বাবে চিৰ প্ৰতীক্ষমান। ইয়াৰ মাজত এক গভীৰ ছায়াবাদ বিদ্যমান। এয়েই বৈশিষ্ট্যপূৰ্ণ নলিনী কাব্যৰ সুৰ। সন্ধিয়াৰ সুৰতে এই সকলো শ্ৰেষ্ঠ প্ৰকাশ ঘটিছে। পিচৰবোৰত পুনৰাবৃত্তি বা প্ৰসাৰণ মাত্ৰ ঘটিছে, কিন্তু ক্ৰম বিকাশৰ ফালে কবি আগবাঢ়িব পৰা নাই।"

কবিয়ে কোনো কোনো কবিতাত ৰবীন্দ্ৰনাথৰ প্ৰভাৱৰপৰা মুক্ত হ'ব পৰা নাই। সেই বুলি ৰবীন্দ্ৰনাথৰ প্ৰভাৱতে নিজস্ব বৈশিষ্ট্য বিলীন কৰি দিয়া কবি নলিনীবালা দেৱী নহয়। ৰোমাণ্টিক কবি হ'লেও ৰবীন্দ্ৰনাথ ভাৰতীয় দৰ্শনৰ দ্বাৰা প্ৰভাৱান্বিত। ৰোমাণ্টিক আন্দোলনৰ পয়োভৱৰ কালছোৱাৰ কবি হলেও নলিনীকাব্যত ভাৰতীয় দৰ্শনৰ প্ৰভাৱ স্পষ্ট। ৰবীন্দ্ৰনাথৰ লগত সেয়েহে নলিনীকাব্যৰ কোনো কোনো ক্ষেত্ৰত সাদৃশ্য পৰিলক্ষিত হয়।

## ১২ বিনন্দ বৰুৱা

অসম সাহিত্য-সভাৰ উত্তৰ লক্ষীমপুৰত অনুষ্ঠিত উনত্রিংশ অধিবেশনৰ সভাপতি শ্রীবিনন্দচন্দ্র বৰুৱা 'ধ্বনি কবি' বুলি অসমীয়া সাহিত্যত সুপৰিচিত। ধ্বনি-কবিৰ প্রকাশিত কবিতাৰ পুথি দুখন শঙ্খধ্বনি আৰু প্রতিধ্বনি। ধ্বনি-কবি হিচাপে সুপৰিচিত হলেও শ্রীবৰুৱা একেবাহে এগৰাকী নাট্যকাৰ আৰু শিশু-সাহিত্যিক। পাৰ্থ সাৰথি, শৰাইঘাট প্রকাশিত নাট। ৰাজস্থানৰ গল্প, মহাৰাজ নৰনাৰায়ণ, অসম গৌৰৱ আৰু ল'ৰাৰ বেজবৰুৱা কবিৰ শিশু উপযোগীকৈ লিখা পুথি।

বিশ্বসাহিত্যত আদিতে জন্ম পদ্য বা কবিতাৰ। আদি শ্লোক 'মা নিষাদ প্রতিষ্ঠাং ত্বমগমঃ শাশ্বতী সমাঃ' পদ্য বা কবিতাতেই ৰচিত। অসমীয়া সাহিত্যৰো আদি স্তৰ পদ্য বা কবিতাৰ। লোকসাহিত্য অৰ্থাৎ গীতি-সাহিত্যৰ পিচৰ প্ৰথম লিখিত পুথি হেম সৰস্বতীৰ 'প্ৰহ্লাদ চৰিত্র কাব্য। প্রাকবৈষ্ণৱ যুগত মাধৱকন্দলী আদিৰ লিখনিত বিকাশ লাভ কৰা অসমীয়া সাহিত্যই ক্রমে বৈষ্ণৱ যুগত মহাপুৰুষৰ শ্ৰীশঙ্কৰদেৱৰ লিখনিত পূৰ্ণতা পায়। উত্তৰ বৈষ্ণৱ যুগত পূৰ্ব পৰম্পৰাত সাহিত্য সৃষ্টি হ'ল যদিও শ্ৰীশঙ্কৰদেৱৰ বহুমুখী প্ৰতিভাক চেৰাই যাব নোৱাৰিলে।

ইংৰাজ ৰাজত্বত অৰুণোদয়ৰ মাধ্যমেৰে অসমীয়া সাহিত্যত ৰোমাণ্টিক ধাৰাৰ ক্ষীণ মূৰ্তি এটি প্রবাহিত হ'ল। অসমীয়া সাহিত্যত ৰোমাণ্টিক সাহিত্যই পৰিপূৰ্ণতা লাভ কৰিলে জোনাকী কাকতৰ জৰিয়তে। জোনাকীৰ পিচত বাঁহী আৰু উষা ৰোমাণ্টিক সাহিত্যৰ পয়োভৰৰ দ্বিতীয় পদক্ষেপ। ৰোমাণ্টিক আন্দোলনৰ প্ৰভাৱত অসমীয়া সাহিত্যত যি অভূতপূৰ্ব পৰিবৰ্তন সাধিত হ'ল তাৰ ফলত কবিতাই এটি নতুন মোট সলালে। ৰোমাণ্টিক

কবিতাৰ লগত প্ৰাচীন কবিতাৰ যোগসূত্ৰ একেবাৰে অস্বীকাৰ কৰিব নোৱাৰি। বিষয়-বস্ত, প্ৰকাশভঙ্গী আৰু উদ্দেশ্যৰ দৃষ্টিকোণৰপৰা প্ৰাচীন কবিতাৰ লগত ৰোমাণ্টিক কবিতাৰ কোনো মিল নাই। কিন্তু ৰোমাণ্টিক কবিতাৰ ছন্দ প্ৰাচীন কবিতাৰ পদ, পয়াৰ, তুলডি, ছবি আদিৰ অনুৰূপ। আনহাতে ৰোমাণ্টিক কবিসকলে ভাব, ভাষা আৰু ৰচনা-শৈলী পাশ্চাত্য ৰোমাণ্টিক কবিতাক অনুকৰণ কৰিলেও সৰহভাগ কবিয়ে প্ৰাচীন কবিসকলৰ দৰে ভাৰতীয় দৰ্শনৰ প্ৰভাৱৰ দ্বাৰা প্ৰভাৱান্বিত। প্ৰকৃতি উচ্ছাস, সাধাৰণ বস্তুত অসাধাৰণত্ব আৰোপ, পৌৰাণিক কাহিনীত নতুন দৃষ্টি-ভঙ্গী, গতানুগতিকতাৰ বিপক্ষে বিপ্লৱ, প্ৰণয় উচ্ছাস ৰোমাণ্টিক কবিতাৰ অন্যতম বৈশিষ্ট্য।

বিনন্দ বৰুৱা ৰোমাণ্টিক পৰম্পৰাৰ কবি। উত্তৰ-সাধক হিচাবে বিনন্দ বৰুৱা ৰোমাণ্টিক কবিতাৰ লক্ষণ সমূহেৰে কম-বেচি পৰিমাণে প্ৰভাৱান্বিত। ৰোমাণ্টিক কবি হ'লেও বিনন্দ বৰুৱাৰ কবিতা সৰ্বজন সমাদৃত হোৱাৰ কাৰণে প্ৰকৃতি প্ৰীতি নাইবা প্ৰণয় উচ্ছাস নহয়। তেওঁৰ কবিতা সৰ্বজন সমাদৃত হোৱাৰ মূল কাৰণ অতীত ইতিহাসৰ সমন্বেৰে লোকচক্ষুৰ সমুখত জাতীয় প্ৰেমৰ চিত্ৰ অঙ্কনৰ দক্ষতা।

কল্পনা-প্ৰৱণতা ৰোমাণ্টিক কবিতাৰ অন্যতম লক্ষণ। বিনন্দ বৰুৱাৰ কল্পনা মাটিৰ বুকুত সৰগ ৰচা কল্পনা নহয়, নাইবা কোনো কল্পিত প্ৰিয়াৰ স'তে জ্যোৎস্নাভৰা নিবিড় নিশা দুবৰিৰ দলিছাত প্ৰেমালাপ কৰা কল্পনাও নহয়। ৰোমাণ্টিক কবি হ'লেও কবিৰ কল্পনা ৰাজ্যখন স্বকীয়া। কবিৰ কল্পনাত জাহি উঠে কোনোবা মৰা সৈনিকৰ লাওখোলাৰ অন্তৰালত লুকাই থকা বীৰত্বব্যঞ্জক কাহিনীৰ কথা। গড়গাওঁ নেদেখাকৈয়ে গড়গাওঁ ৰংপুৰৰ অধস্তনৰ মাধ্যমেৰে অতীত অসমৰ শৌৰ্য্য-বীৰ্য্যৰ কথা সুঁৱৰি প্ৰাণ পুলকিত কৰে। শৰাইঘাট, জামুগুৰি হাট, আগীয়াঠুটীৰ বীৰ, বৰ্ডামূৰা বীৰ কবিৰ কবিতাৰ প্ৰধান উপজীব্য। অতীত অসমৰ বীৰ-বীৰাঙ্গনাৰ অসম কীৰ্তিৰ নিদৰ্শনে পাঠকৰ মনত জগাই তোলে এক অনুসন্ধিৎসু ভাব। মনৰ নিবন্ধ মণিকূটত প্ৰশ্ন জাগে বীৰ-বীৰঙ্গনাৰ বংশধৰ অসমীয়া জাতি কিয় বাৰু পৰ-পদানত হ'ব ল'গা হ'ল? স্বাধীনতা-ৰবি কিয় অস্তমিত হ'ল? অতীত ৰোমন্থন তেওঁৰ কবিতাৰ অন্যতম লক্ষণ।

বিনন্দ বৰুৱাৰ কবিতা সৰ্বজন সমাদৃত হোৱাৰ দ্বিতীয় কাৰণ তেওঁৰ কবিতাৰ ধ্বনি-প্ৰবাহ। ছন্দ প্ৰয়োগৰ নতুনত্ব ৰোমাণ্টিক কবিতাৰ অন্যতম

লক্ষণ। তেওঁৰ কবিতাৰ ছন্দৰ নতুনত্ব অনুকৰণীয়। বিশেষকৈ গড়গাওঁ আৰু ৰংপুৰৰ অনুৰূপ কবিতা আজিও ৰচনা হোৱা নাই। ৰংপুৰ আৰু গড়গাওঁ কবিতাৰ ধ্বনি চিৰকালেই কাব্যামোদীৰ মনীষাত অনুৰণিত হৈ থাকিব।

শঙ্খধ্বনি আৰু প্ৰতিধ্বনি কবিৰ পূৰ্ব প্ৰকাশিত কবিতাৰ সংকলন। দুয়োখন পুথিতে তিনিকুৰিৰ অলপ বেচি কবিতা সন্নিবিষ্ট হৈছে। প্ৰথিত যশা আন আন ৰোমাণ্টিক কবিৰ নিচিনা শ্ৰীবৰুৱা ডাঙৰীয়াৰ কবিতা সংখ্যা সাপেক্ষ নহয়। মুখ্যতঃ শ্ৰীবৰুৱা জাতীয়তাবাদী কবি। কিন্তু তেওঁৰ জাতীয়তাবাদ কোনো ৰাজনৈতিক আন্দোলনৰ দ্বাৰা প্ৰভাৱান্বিত নহয়। আনহাতে সুস্থ আশাবাদ বৰুৱাৰ কবিতাৰ অন্যতম ধৰ্ম্ম। নৈৰাশ্যৰ উন্মাদে পৰিপূৰ্ণ প্ৰণয়-উচ্ছ্বাস বৰুৱাৰ কবিতাত নাই।

কবিৰ সৰহভাগ কবিতাই জাতীয়তাবাদী। ৰংপুৰ, গড়গাওঁ তেওঁৰ সৰৱৰহী ৰচনা। গড়াগাওঁ নেদেখাকৈয়ে কবিতাটি লিখি কবিয়ে কলিকতাত স্বৰ্গীয় তৰুণৰাম ফুকনৰ সভাপতিত্বত বহা অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ বছৰেকীয়া অধিবেশনত পাঠ কৰিছিল। অতীতৰ গড়গাওঁ আৰু ৰংপুৰৰ ধ্বংসনৰ মাধ্যমেৰে কবিয়ে সুঁৱৰি চাইছে অসমৰ শৌৰ্য্য-বীৰ্য্য বীৰত্বৰ কথা। ৰংপুৰ আৰু গড়াগাওঁ, কবিতা দুটিৰ উপলক্ষহে। কবিৰ উদ্দেশ্য অতীত ৰোমন্থন। ৰংপুৰ আৰু গড়াগাওঁ কবিতাই আমাৰ মনৰ নিৰন্ধ্ৰ মণিকোঠাত আহোম যুগৰ গৌৰৱোজ্জ্বল কালছোৱাৰ দুখনি নিখুঁত চিত্ৰ সজীৱ কৰি তোলে। 'তেজে গাল ফুটোঁ ফুটোঁ কৰা' ডেকা গাভৰুৰ ভৰা ৰংপুৰ নগৰ। যিখন নগৰত ৰজাৰ সুশাসনত বাঘে-ছাগে একেঘাটে পানী খাব পাৰে, সেইখন ৰংপুৰ নগৰলৈ কোনোৱা শত্ৰুক অহা গম পালে নিমিষতে হিলৈ-বৰতোপ গৰজি উঠে। ৰংপুৰৰ অতীত ঐতিহ্য ৰোমন্থন কৰি হাবি-গছে অৱৰক্ষিত হৈ থকা ৰংঘৰ, কাৰেংঘৰত ভুমুকি মাৰি কবি চমকি উঠিল। কবিয়ে মাথোঁ হুমুনিয়া কাঢ়ি মনৰ মাজতে ভাবিছে—

একালৰ বৃন্দাবন
একালত পৰে ছন
নিয়তীৰ এনুৱা বিধান।

গড়গাওঁ ৰংপুৰ কবিতাৰ সমগোত্ৰীয়। ৰংপুৰৰ দৰে গড়গাওঁ কবিতাত অতীত অসমৰ আহোম ৰাজত্বৰ শৌৰ্য্য-বীৰ্য্য, বীৰত্ব, দক্ষতা, ক্ষমতাৰ কথা সুঁৱৰি কবি আনন্দত আত্মহাৰা। যিখন দেশত কাৰ বাজৰি পালে হেংদাং

তুলি লৈ আকে আকে সেনা বুকুপাতি আগবাঢ়ি যাবলৈ সঙ্কোচ নকৰে, এই গড়গাঁৱতে বাঘে-গৰুৱে একেলগে পানী খায়, কাপুৰুষে লাজ পায় আৰু বিদ্রোহীজনৰ মূৰ কটা যায়। এইখন দেশৰ সেনাৰ প্ৰকোপত ভৰিত লৈ শুকাই যায়, শিল ধূলি হয়। অতীত ৰোমন্থন কৰি কল্পনাৰ কাৰেঙত উটি-ভাহি ফুৰোঁতে বাস্তৱ গড়গাওঁত শিলাৰ মাত শুনি কবি চমকি উঠিছে।

কাৰেঙৰ চিন আছে
দেৱে তাত ৰাতি নাচে
মৰণৰ মেলা আছে তাত।

'কুহমবুলীয়া পাগ', 'মূৰত মথুৰা পাগ', 'বেৰে চালে আছে কাণ', 'কটাৰীৰ ধাৰে তাৰ কাটে', 'খোদে তাৰ বান্ধে বাজ আলি' আদি অতীত অসমৰ ঐতিহ্য বহনকাৰী চিত্ৰ। ৰংপুৰ কবিতাৰ 'তেজে গাল ফুটোঁ। ফুটোঁ। কথা', 'সৈনিকৰ দলদোপ ফুটে যেন বৰতোপ', 'পানী যেন ফটিকৰ ধাৰ', আদি কবিৰ মধুৰ কল্পনা। ৰচনাশৈলী, বাণী চিত্ৰ আৰু বিষয়-বস্তুৰ মাজত দুয়োটা কবিতাৰ সাদৃশ্য বেচি।

একে ঘাটে বাঘে ছাগে
পানী খায় ভাগে ভাগে (ৰংপুৰ)
বাঘ গৰু হালে হালে
একে ঘাটে পানী খালে
নগৰৰ দেও লগা ঘাটে (গড়গাওঁ)

দুয়োটা কবিতাতে ৰংঘৰ আৰু গড়গাঁৱৰ অধস্তন নিৰীক্ষণ কৰি কবিৰ অন্তৰ মৰহি গৈছে।

জহি পমি মৰে কৰি
বেজাৰৰ দেখি ছবি
অৰি তাৰ নিজে স্থষ্টিকৰ। (ৰংপুৰ)
পগলা কবিৰ গাত
মাৰে যেন ছাট ছাট
কাৰেঙৰ ইটা খহি আহি। (গড়গাওঁ)

ৰংপুৰ আৰু গড়গাওঁ কবিতা দুই খণ্ডত বিভক্ত। প্ৰথম খণ্ডৰ অতীত ৰোমন্থনে আমাৰ মানসিক চিন্তাক এনে এক উন্নীত স্তৰলৈ লৈ যায়—যত আমি যশ-কীৰ্তি সুঁৱৰি আনন্দত আত্মহাৰা হওঁ। আমাৰ ভাৰ হয় আমি

যেন গৌৰৱ-মণ্ডিত তাহানিৰ আহোম ৰাজ্যত বাস কৰিছোঁ। মুখ্যতঃ জাতীয়তাবাদী কবি হ'লেও এইখিনিতে কবি বৰুৱাৰ অৱলম্বিত পথ স্বকীয়া। অতীত ইতিহাসৰ মাধ্যমেৰে গৌৰৱাই দিয়ে সাম্প্ৰতিক কালৰ পৰাধীনতাৰ কাৰণ। তেতিয়া আমাক আঘাতৰ বেদনাই অন্তৰ স্পৰ্শ নকৰাকৈ নাথাকে।

কবিয়ে 'ধন্য শৰাইঘাট' কবিতাত অতীত অসমৰ যশ-কীৰ্ত্তিৰ কথা সুঁৱৰি চাইছে। কবিতাটিত মোগলৰ সেনাপতি অম্বৰাধিপতি ৰামসিংহক পৰাজয় কৰা বীৰ লাচিত আৰু অসমীয়া সেনাৰ বীৰত্বৰ চিত্ৰই প্ৰাণ উদ্বেলিত কৰে।

কম্পিত কৰি গিৰি নীলাচল
মহা ভৈৰৱে হাহে খল খল
দেখি অসমৰ বীৰ দল দল।

অতীত ইতিহাসৰ সমলেৰে ৰচিত আন তিনিটা কবিতা 'ৰণামুৱা বীৰ', 'আগীয়াঠুটীৰ বীৰ' আৰু 'নজনা বীৰৰ মৃৰ'। তিনিটা কবিতাৰে নায়ক অখ্যাতনামা বীৰ। ৰণামুৱা বীৰ কবিতাত বুঢ়ায়ে নিজৰ একমাত্ৰ পুত্ৰক মানৰ বিৰুদ্ধে যুঁজিবলৈ কৱচ-কাপোৰ দি সাজি-কাচি উলিয়াই দিছে। বুঢ়ী মাকৰ কথা, মানৰ যুজত দেউতাকো ঢুকাইছে যেতিয়া পুতেক পিচ পৰি থাকিব নোৱাৰে। ৰণামুৱাই ৰণলৈ গৈ শেষত গৈগৈ সেনাপতিৰ জীৱন ৰক্ষা কৰিবলৈ নিজৰ জীৱন আহুতি দিব লগা হ'ল। ৰণত মৃত্যু হোৱা পুতেকৰ মৃতদেহ সাৱটি ধৰি বুঢ়া অকণো বিচলিত হোৱা নাই, মাথোন প্ৰাণহীন পুত্ৰৰ মৃতদেহ সাৱটি ধৰি দুগালে চুমা খাই সুধিছে—

সাৱটি ধৰিলে পুতেকক বুঢ়া
দুগালে দুচুমা খাই
সুধিছে কিমান মানক মাৰিলি
যদিও জীৱন নাই।

আগীয়াঠুটীৰ ৰণত প্ৰাণ হেৰুৱা আন এগৰাকী খ্যাতনামা বীৰৰ কথা। মোগল-ৰাজপুত বীৰৰ বিৰুদ্ধে দৰজী কোঁৱৰৰ অধীনত ৰণ কৰোঁতে এই জনা বীৰৰ দুয়োখন হাত কটা গ'ল। ৰণত কাৰ হৰা-জিকা হয় তাৰ ঠিকনা নাই। দিনৰ পিছত দিনটো যুঁজি ৰামসিংহ ৰজাই মৰোঁ-জীওঁকৈ গড় বগাবলৈ ধৰিলে। দৰজী কোঁৱৰে প্ৰমাদ গণি জীৱন আহুতি দি হ'লেও অসম ৰক্ষা কৰিবলৈ আহ্বান জনালে। অসমীয়া সেনাৰ ৰণ দুৰ্মদ আহ্বানৰ সঁহাৰিয়ে শত্ৰুসৈন্যক, হেদেলি-ভেদেলি কৰিলে। শত্ৰুসেনাৰপৰা গড় ৰক্ষা কৰি

আনন্দত আত্মহাৰা হৈ দুয়োখন হাত কটা সত্বেও এই বিজয়ৰ বাতৰি বহন কৰি আনিছে—যাই সেনাপতি লাচিত বৰফুকনৰ কাষলৈ। ৰণজয়ৰ বাতৰি পাই আনন্দত আত্মহাৰা বীৰ লাচিতে যেতিয়া বিচাৰিলে উপযুক্ত পুৰস্কাৰেৰে পুৰস্কৃত কৰিবলৈ তেতিয়া মৃত্যুমুখী বীৰৰ আৰু পুৰস্কাৰৰ প্ৰতি হাবিয়াস নাই।

সৈনিকে মাৰি মিচিকিয়া হাঁহি
ক'লে মোৰ এই আজিয়ে শেষ
আৰু কি লাগিছে পুৰস্কাৰ মোক
মৰিব পাৰিছোঁ ৰখাই দেশ।

অৱশ্যে দুয়োখন হাত কটা যোৱা মৃত্যুমুখী সৈনিক এজনৰ বাবে ইমানবোৰ কথা কোৱা সম্ভৱ নহয়। কবিয়ে আবেগৰ আতিশয্যত ৰব নোৱাৰি সম্ভৱ অসম্ভৱলৈ লক্ষ্য কৰা নাই।

শৰাইঘাটৰে কাষৰ চিলা পৰ্বতৰ দাঁতিৰ গাঁও এজনৰ আশী বছৰীয়া মৰাণ বুঢ়ায়ো কোনোবা মৃতকৰ এটি লাংখোলা লিৰিকি-বিদাৰি নাতি লৰা কণীয়াক সোঁৱৰাই দিছে শৰাইঘাটৰ ৰণৰ কথা। শৰাইঘাটৰ ৰণতে নিজ পুত্ৰই জন্মভূমিৰ বাবে প্ৰাণ আহুতি দিয়া কথা সুঁৱৰি মৰাণ বুঢ়া আনন্দত আত্মহাৰা হৈছে—

আজিও দেখোন মনত পৰিলে
ফুলি উঠে বুকু মোৰ
জনমভূমিৰ কাৰণে মৰিল
ভাগ্যবান পিতা তোৰ।

কবিতাটিৰ লগত ছাথীৰ 'আফটাৰ ব্লেনথাম' কবিতাৰ সাদৃশ্য আছে। অসম বুৰঞ্জীৰ অনুপ্ৰেৰণাত ৰচনা কৰা কবিৰ কবিতাবাজি বীৰত্বব্যঞ্জক আৰু শ্ৰুতিমধুৰ। এইকেইটি কবিতাক মালিতা বা কাহিনী গীতৰ শ্ৰেণীভুক্ত কৰিব পাৰি।

'শ্মশান' কবিতাত কবিয়ে অতীত অসমৰ লগত সাম্প্ৰতিক কালছোৱাৰ কথা বিজাই চাইছে। অতীতত আন জাতি বা দেশৰ যেতিয়া কোনো অস্তিত্বই নাছিল অসম তেতিয়া বিক্ৰম আৰু যশস্যাৰ শীৰ্ষবিন্দুত।

যেতিয়া সকলো কেঁচুৱা আছিল
শাসক আছিল মোৰ ই দেশ

মুনি মনোহৰা আছিল তেতিয়া
পবনেহে যাৰ মেলাই কেশ।

'মোগল ভূতৰ প্ৰতি লাচিত', 'টীয়ক' আদি আন আন দেশাত্মবোধক কবিতা। 'ভাৰত', 'ভাৰত-গৰিমা', 'ভাৰতবৰ্ষ', গৌৰৱমণ্ডিত ভাৰতবৰ্ষৰ অতীত ইতিহাসৰ ৰোমন্থন। নদ-নদী পৰ্বত-পাহাৰ বেষ্টিত প্ৰকৃতিৰ শোভা-মণ্ডিত কাম্যভূমি ভাৰতবৰ্ষৰ চিত্ৰ কবিৰ ভাষাত অন্তৰ স্পৰ্শী আৰু সজীৱ ৰোমাণ্টিক কবি হ'লেও ভাৰতবৰ্ষৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ বৰ্ণনা কবিৰ লিখনিত এক আধ্যাত্মিক ভাবেৰে পৰিপূৰ্ণ।

চৰণত বাজে সুনীল সিন্ধু
বক্ষ শ্যামল শস্তে ভৰা
শুভ্ৰ কিৰীটী হিমাদ্ৰি চূড়াৰ
ওপৰত নীল চন্দ্ৰাতপৰা।

'ভাৰতবৰ্ষ' আৰু 'ভাৰত গৰিমাৰ' কবিতা দুটি একে সুৰীয়া। ভাৰত গৰিমাত ভাৰতৰ মহান মনীষী সকলৰ অমৰ কীৰ্তি সমূহৰ কথা ৰোমন্থন কৰিছে। 'ৰাজ বাণ' 'বৰাগীৰ গীত' বাণৰ সুৰ' 'কিয়নো নাহিব দিন,' বনগীত সুৰীয়া কবিতা হ'লেও ক'বৰ লক্ষ্য বীণৰ মাধ্যমেৰে জাতীয় ভাৱত উদ্বুদ্ধ কৰা। এজনৰ অন্তৰৰ দুখ বেদনাৰে হাজাৰ জনৰ অন্তৰ জয় কৰাৰ বাণেই একমাত্ৰ মাধ্যম। শঙ্খধ্বনিৰ আৰু প্ৰতিধ্বনিৰ 'জন্মভূমি' নামৰ কবিতা দুটিত জন্ম ভূমিৰ গুণ-গৰিমা কীৰ্তন কৰিছে। স্বৰ্গতকৈও শ্ৰেষ্ঠ জন্মভূমিৰ প্ৰতি যদি কাৰোবাৰ পৰিহাস দৃষ্টি পৰে ক'ব নোৱাৰে কিয় কবিৰ ক্ষুদ্ৰ হিয়াখনি বেজাৰত জ'য় পৰি যায়। জন্মভূমিৰ প্ৰতি থকা অহেতুকী প্ৰীতি কবিতা দুটিৰ প্ৰাণকেন্দ্ৰ স্বৰূপ।

বিভিন্ন কবিতাত বীৰ-বীৰাঙ্গনা, মহান মনীষী সকলৰ জীৱনৰ কথা, অমৰ কীৰ্তিৰ কথা স্মৰণ কৰাৰ উপৰিও মহাপুৰুষ, লক্ষ্মীনাথ, কৰ্মবীৰ, আদি কবিতাত স্বকীয়ভাৱে সুঁৱৰিছে। 'মহাপুৰুষ' আৰু 'লক্ষ্মীনাথ' ক্ৰমে শ্ৰীশঙ্কৰদেৱ আৰু বেজবৰুৱাৰ প্ৰতি স্মৃতি-তৰ্পণ।

অতীত ইতিহাসৰ ওপৰত ভেটি কৰি ৰচনা কৰা কবিতাৰাজিৰ মূল সুৰ দেশ আৰু জাতিৰ মহিমা কীৰ্তন আৰু জনগণৰ অন্তৰত দেশাত্মবোধক ভাব জগাই তোলা। সচৰাচৰ নীতি উপদেশৰ সুৰত ৰচনা নকৰি ইতিহাসৰ

কাহিনীৰ মাধ্যমেৰে অন্তৰত দেশপ্ৰেমৰ সোঁত প্ৰবাহিত কৰিব বিচৰা কৌশল অনুকৰণীয়।

শঙ্খধ্বনি আৰু প্ৰতিধ্বনিত জাতীয় ভাবৰ কবিতাৰাজিৰ উপৰিও বিভিন্ন ভাবৰ কবিতা সংকলিত হৈছে। দ্বিতীয় শ্ৰেণী কবিতাৰ সুৰ বিভিন্ন ভাবৰ। শঙ্খধ্বনিৰ পাতনিত স্বৰ্গীয় তুলসীনাৰায়ণ শৰ্মা ভাওৰীয়াই লিখিছে—"সৃষ্টিৰ পাতনিতে শঙ্খধ্বনি। বিশ্বনিয়ন্তাই সৃষ্টিৰ আৰম্ভতে যি এবাৰ শঙ্খধ্বনি কৰিলে, সেই ধ্বনিৰ নিনাদত চেতনা পাই জগতৰ সকলো প্ৰাণীয়ে নিজৰ নিজৰ কৰ্তব্য পথত আগুৱাবলৈ ধৰিলে।"

অনাদি কালৰ পৰাই
কাল দেৱতাই
কৰমৰ শঙ্খধ্বনি কৰিব লাগিছে।

সৃষ্টিৰ আদিৰ শঙ্খধ্বনিয়ে অনন্ত ব্ৰহ্মাণ্ড বিশ্ব-চৰাচৰত কঁপনি তুলিছে। প্ৰতিধ্বনি কবিৰ শৈশৱত বয়সৰ সংকলন। প্ৰথম কবিতা প্ৰতিধ্বনিত সৃষ্টিৰ আদিম সত্যৰ কথাই কেনেভাবে প্ৰতিধ্বনি ৰূপে অনন্তকালৰপৰা জগতত প্ৰচাৰিত হৈছে তাৰেই ক্ষণিক আভাস দিব বিচাৰিছে। সৃষ্টিৰ আদিম সত্যই মাথোঁ যুগধৰ্ম অনুসৰি নতুন নতুন বেশ-ভূষাৰে সজ্জিত।

সুৰুযৰ হেঙুলীয়া বোল লৈ নিজে
যিদৰে ভাবৰে তাৰ বৰণ সলায়
সিদৰে সত্যই পিন্ধি যুগৰ বসন
প্ৰতিধ্বনি ৰূপে ঘূৰে যুগ যুগান্তৰ।

কবিতা, কবিৰ মতে কোমল সাজেৰে কঠিনো ঢাকিব পৰা অতিকে মায়াৱী, আৰু সেই মায়া ভেদ কৰিব নোৱাৰিলে কবিতাৰ মৰ্মও বুজিম নোৱাৰি।

তুমি আছা, তোমাৰ পূজা, সুন্দৰ, আদি কবিতাত কবিয়ে বিভুৰ মহিমা কীৰ্তন কৰিছে। দুবৰি বন, আকাশী লতা কবিতা প্ৰাকৃতিক সৌন্দৰ্য্যৰ জীবন্ত চিত্ৰ। তাগানি সিন্ধুৰ পাৰতে আদিম মানৱে দুবৰি পাতকে এটি হাতত লৈ দিছিল আশীষ-নিৰ্মালি। ক্ষুদ্ৰকায় অনুচ্চদেহী হ'লেও দুবৰি আমাৰ অপৰিহাৰ্য্য। আকাশ পিয়াসী 'আকাশীলতাক' সাবটি কিন্তু বগৰি জোপাৰ মৰণ মিলিল। 'কুলি' কবিৰ মতে সৰগৰ শাপভ্ৰষ্টা বিদ্যাধৰী। বসন্তৰ লগত কুলিৰ নিবিড় প্ৰণয়। সৌন্দৰ্য্যই কুলিৰ ৰথ আৰু বসন্তই ৰথী। সদানন্দ ৰূপী চৰাইটোৱে সংসাৰৰ একো আওভাও

নাপায়। প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্য্য, চৰাই-চিৰিকতিৰ আনন্দ উচ্ছ্বাসৰ বৰ্ণনাৰে কবিয়ে কল্পনা ৰাজ্যত বিচৰণ কৰিলেও সময়ে সময়ে সকীয়াই নিয়ে নিষ্ঠুৰ বাস্তৱ জগতখনৰ কথা। ফুলি কবিতাত সেই ইঙ্গিত স্পষ্ট –

বুজা হ'লে জীৱনৰ খবালি বাখিৰা
শুনা হ'লে প্ৰকৃতিৰ অপৰূপ ভাষা,
পাৰিলিহেঁতেন জানো হব এনে তই
সুন্দৰৰ শৰণীয় সদানন্দময়।

'ব্ৰহ্মপুত্ৰ', 'প্ৰেম', 'ব্যৰ্থ প্ৰতিম', 'শৰতৰ আহ্বান', 'আহাৰৰ প্ৰথম দিনত', 'শৰতৰ আগমন' কবিৰ সাৰ্থক সৃষ্টি। 'শৰতৰ আগমনত' শৰতক আহ্বান জনাই তাৰ মাজেৰে কামনা কৰিছে বিশ্বত সাম্য-মৈত্ৰী-শান্তি।

তোৰ আগমনে আহক শান্তি
পশু শকতিৰ গুচক ভ্ৰান্তি
উঠক উজলি মুখৰ কান্তি
নৰৰূপী দেৱতাৰ
সতাৰ বানে আতৰক যেন
জগতৰ হাহাকাৰ।

ভাতৃভাবৰ মহামিলনৰ ধ্বনি প্ৰতিধ্বনিত হৈছে 'মিলন' নামৰ আন এটি কবিতাত। 'মিলন গৰিমা' পূৰ্বসূৰীয়া আন এটি কবিতা। বিভিন্ন ভাবৰ কবিতাত প্ৰকৃতিৰ বিবিধ সম্ভাৰে জীৱন্ত ৰূপ পালেও কবিৰ কবিতাৰ মূল সুৰ একেটি। প্ৰায়বোৰ কবিতাৰ অন্তৰালত প্ৰকাশ পাইছে দেশ আৰু জাতিৰ অস্তিত্ব ৰক্ষাৰ প্ৰতি আহ্বান। কবিয়ে যেতিয়া কবিতাবাজি ৰচনা কৰে তেতিয়া দেশৰ স্বাধীনতা ৰবি অস্তমিত। পৰাধীনতাৰ দাসত্বৰ শিকলি বহন কৰা তেতিয়াৰ কলেজীয়া ডেকা তৰুণ কবিৰ অন্তৰত দাসত্বৰ গ্লানিয়ে গভীৰভাৱে ৰেখা-পাত কৰিছিল। ইতিহাসৰ পাতৰ দেশৰ ঐতিহ্যৰ কাহিনীয়ে কবিক অনুপ্ৰেৰণা যোগায়। ইতিহাসৰ গাত ভেজা দি বিচাৰে দেশবাসীৰ অন্তৰত দেশপ্ৰেমৰ ভাব জগাই তু'লবলৈ। সেয়েহে কবিৰ প্ৰায়বোৰ কবিতাৰ অন্তৰালত দেখা যায় দেশাত্মবোধক ভাব।

কবিতাবাজি সৰ্বজন সমাদৃত হোৱাৰ আন এটি কাৰণ কবিতাৰ ছন্দ। কবিতাৰ ভাব-ভাষা সহজ সৰল। ভাবৰ অস্পষ্টতা, নাইবা প্ৰকাশভঙ্গী আৰু ভাষাৰো জটিলতা নাই। কবিতাৰ উপমা জাতে-পাতে অসমীয়া

অসমীয়া জতুৱা ঠাচ, খণ্ডবাক্য আদিৰ প্ৰয়োগ কবিতাৰাজি অধিক মনোগ্ৰাহী কৰি তুলিছে। প্ৰতিধ্বনিৰ পাতনিত স্বৰ্গীয় যতীন্দ্ৰনাথ দুৱৰা ডাঙৰীয়াই লিখিছে—"বিনন্দ কবিতাত অসমীয়া জতুৱা ঠাঁচ তিনিৰকমে পোৱা যায়—ছন্দত, বিষয়-বস্তুত, যোজনা-উপমা আৰু শব্দ গাঁঠনিত। বিষয়-বস্তুত তেওঁৰ কবিতা বিশেষকৈ বিহুৱণী কবিতাখিনি জাতে-পাতে অসমীয়া। বিনন্দ কবিতাত ব্যৱহাৰ কৰা যোজনা আৰু উপমাবিলাক অতিকৈ ধৰুৱা। সাধাৰণ চহাৰ মুখত উফৰি ফুৰা যোজনাবোৰ কেনে কৈ উচ্চ কবিতাৰ অলঙ্কাৰ বুলি সজাব পাৰি বিনন্দই প্ৰথম দেখুৱাইছে বুলি আমাৰ বিশ্বাস।" গড়গঞা কটাৰীৰ ডাবেও কটা, তেজে গাল ফুটো ফুটো কৰা, বেৰে-চালে আছে কাণ, মুৰত মধুৰা পাগ, পথাৰ পিতনি হ'ল আদি চিত্ৰ সমূহত প্ৰয়োগ কৰা জতুৱা ঠাঁচ আদিয়ে কবিতাৰাজিৰ এটি জাতীয় পৰিবেশ সৃষ্টি কৰিব পাৰিছে।"

অসমীয়া কবিতাৰ ছন্দত বিনন্দ বৰুৱাৰ নিজস্ব বিশেষত্ব নাই যদিও তেওঁৰ কবিতাৰ ধ্বনি-প্ৰবাহ অসমীয়া কবিতাত একক আৰু অনন্য। পুৰণি কবিতাৰ ছন্দকে অলপ ইফাল সিফাল কৰি কবিয়ে ব্যৱহাৰ কৰিছে। কিন্তু ৰংপুৰ আৰু গড়গাওঁ কবিতাৰ ধ্বনি-প্ৰবাহ আজিও অসমীয়া কবিতাত অদ্বিতীয়। বৰুৱাৰ কবিতাৰ ধ্বনি-প্ৰবাহৰ তৰঙ্গ নিৰ্দেশক যতি আৰু অৰ্থৰ পদক্ষেপৰ বিৰতি নিৰ্দেশক ছেদ কবিতা-সমূহৰ অলঙ্কাৰ-স্বৰূপ। যদি আৰু ছেদৰ প্ৰয়োগৰ নৈপুণ্যই কবিতা সুখ পাঠ্য কৰিলেও সময়ত বিষয়-বস্তু আৰু অৰ্থৰ লগত সমতা ৰক্ষা কৰাটো সহজ নহয়। বিনন্দ বৰুৱাৰ কবিতা তেনে সঙ্কটৰ সন্মুখীন হ'ব লগা হোৱা নাই। ভাব-ভাষা আৰু বিষয়-বস্তুৰ লগত যদি আৰু ছেদৰ সম্বন্ধ ৰাখি ৰচনা কৰা বাবে সঘন প্ৰয়োগেও কবিতাৰাজিৰ সৌন্দৰ্য্য অটুট ৰাখিব পাৰিছে। জাতীয় ভাব প্ৰকাশ, অতীত ইতিহাসৰ মধুৰ ৰোমন্থন, ধ্বনি-প্ৰবাহ বিনন্দ বৰুৱাৰ কবিতা সৰ্বজন সমাদৃত হোৱাৰ অন্যতম কাৰণ।

শঙ্খধ্বনি আৰু প্ৰতিধ্বনি সংকলনৰ বাহিৰেও আৰু ভালেমান কবিতা সিঁচৰতি হৈ আছে। কবিৰ পূৰ্বৰ প্ৰতিধ্বনিৰ ধ্বনি নিশ্চয় অনুৰণিত হৈ নতুন পথ প্ৰদৰ্শন কৰিব। কিয়নো কবিয়ে নিজেই কৈছে—

"এবাৰ গাঁথিলে মালা লুভীয়া মালীয়ে।
পাৰে কি নেগাঁথি থাকে আকৌ এধাৰ॥"

## ১৩ হিতেশ্বৰ বৰবৰুৱা

যোৰহাটৰ ওচৰৰ সক চৰাই খাটত ১৭৯১ শকৰ ২৯ পুহত, ১৮৭৬ খৃঃ হিতেশ্বৰ বৰবৰুৱাৰ জন্ম হয়। তেওঁৰ পিতৃ বিখ্যাত চিকৌ গগৈ বা ঘনশ্যাম বৰুৱা আৰু মাতৃ উষা আইদেউ। পিতৃ চিকৌ গগৈ প্ৰখ্যাত সাতঘৰীয়া আহোম সন্দিকৈ ঘৰৰ। মাতৃদেৱীও যোগেশ্বৰ সিংহৰ নাতিনী।

চিকৌ গগৈৰ পিতৃ পদ্মনাথৰ দিনতে আমাৰ দেশ ইংৰাজৰ হাতলৈ যায়। পদ্মনাথে যি মূৰ আহোম স্বৰ্গদেউৰ ওচৰত দোঁৱাইছিল, সেই মূৰ কোনোগতে ইংৰাজৰ ওচৰত সেও কৰিবলৈ আগ নবাঢ়িল। আৰু ইংৰাজ চৰকাৰৰ পৰা কোনো বিষয়-বাব, অনুগ্ৰহ লবলৈকো মান্তি নহল। উত্তৰাধিকাৰ সূত্ৰে পোৱা অজস্ৰ ধন-সোণৰ ওপৰতে দিন নিয়াবলৈ ধৰিলে। কিন্তু তেওঁৰ পুত্ৰ চিকৌ গগৈৰ হাতত সকলো সা-সম্পত্তি উছন হ'ল।

চিকৌ গগৈৰ ল'ৰা-ছোৱালী আঠোটা। হিতেশ্বৰ বৰবৰুৱা পিতৃ-মাতৃৰ মাজু সন্তান। তেওঁৰ দহ এঘাৰ বছৰ বয়সতে পিতৃ দেৱতা স্বৰ্গী হয়। তেতিয়া তেওঁলোকৰ অৱস্থা শোকলগা। নানান অভাৱ-অভিযোগৰ মাজেৰে হিতেশ্বৰ বৰবৰুৱাই যোৰহাট চৰকাৰী উচ্চ ইংৰাজী স্কুলৰ প্ৰথমমান শ্ৰেণীলৈকে (এতিয়া দশম মান) পঢ়িলে। আৰ্থিক অনাটনত পঢ়া এৰি চাকৰিত সোমাব লগা হ'ল। হাইস্কুলৰ শেষ পৰীক্ষা দিয়া নহল।

হিতেশ্বৰ বৰবৰুৱা মেধাৱী ছাত্ৰ আছিল। সেইবাবে হাইস্কুলৰ প্ৰথম মান শ্ৰেণীত পঢ়োঁতে এবাৰ এজন শিক্ষকে সাময়িক ভাৱে ছুটী লোৱাত প্ৰধান শিক্ষকে হিতেশ্বৰ বৰবৰুৱাক সেই কামত ভৰ্তি কৰিলে। ইয়াৰ পিচত আৰু পঢ়া নহ'ল। চাকৰিকে কৰিব লগা হ'ল। ডিব্ৰুক চাহবাগিছাত কেৰাণীৰ কামত সোমাল। কিন্তু তেওঁ জীৱনৰ সৰহ ভাগ প্ৰায় একুৰি পোন্ধৰ বছৰ

কাল চাকৰি কৰিলে চকলাটিঙা চাহবাগিছাত। ইয়াতে পিচত বৰ কেৰাণী হয় গৈ।

বৰবৰুৱা ওপজাৰ সময়ত ঘৰখনৰ অৱস্থা শোচনীয়। তেওঁৰ মতে "মূৰত জুইৰ চক লৈ মই দুৰ্কপলীয়াই সংসাৰত জন্ম ধৰিবলৈ আহিছিলোঁ।" তেওঁ যেনেদৰে মূৰত জুইৰ চক লৈ উপজিছিল তেনেদৰে সাংসাৰিক জীৱনো সুখৰ নাছিল। এজন এজনকৈ পৰিয়ালৰ ভালে কেইজন মৃত্যুৰ মুখত পৰিছিল। ১৯০৩ খৃঃত তেওঁৰ মৰমলীয়া ভনীয়েক বত্নদাৰ মৃত্যুৰ লগে লগে জীৱনৰ করুণ নাটৰ পাতনি মেলে। ১৯০৬ খৃঃত কাণ সমনীয়া ভাই সুৰেশ্বৰ, ১৯১০ খৃঃত পুত্ৰ জীতেন আৰু ১৯১২ খৃঃত পত্নীৰ মৃত্যুত গভীৰ শোকৰ ভাৰ বহন কৰিব লগা হয়। ১৯২১ খৃঃত কাণ সমনীয়া মৰমলীয়া পুত্ৰ বিপিনৰ বিয়োগত কবিৰ অন্তৰ ভাগি পৰিল। ইয়াতেই তেওঁৰ জীৱনৰ করুণ নাটৰ সামৰণি পৰিল। ১৯৩৮ খৃঃত তেওঁৰ স্বাস্থ্য ভাগি পৰাত বাগিছাৰ চাকৰি এৰি আহি কিছু দিন নগাঁওং জোঁৱায়েকৰ ঘৰত জিৰণি লয়। ১৯৩৯ খৃঃৰ ৪ ফেব্ৰুৱাৰী তাৰিখে হিতেশ্বৰ বৰবৰুৱাৰ লোকান্তৰ ঘটিল।

ছাত্ৰাৱস্থাৰেপৰা হিতেশ্বৰ বৰবৰুৱাৰ সাহিত্যৰ প্ৰতি আছিল প্ৰগাঢ় অনুৰাগ। পঢ়াশলীয়া শিক্ষা হাইস্কুলৰ চাৰি বেৰতে সামৰণি মাৰি চাহ-বাগিছাৰ কেৰাণী কামত সোমাল যদিও সাহিত্য সাধনাৰ প্ৰতি থকা তেওঁৰ প্ৰবল অনুৰাগ মৰহি নগল। জীৱনৰ নানান ঘাত-প্ৰতিঘাত আৰু চাহ গছৰ সেউজীয়া আবেষ্টনীৰ মাজত সি ক্ৰমে গভীৰ হে হ'ল।

হিতেশ্বৰ বৰবৰুৱাৰ প্ৰথম প্ৰকাশিত পুথি ঢোপাকলি (১৯০২)। ঢোপাকলিৰ কবিতাবাজি চনেট গঢ়ৰ। হিতেশ্বৰ বৰবৰুৱাই এখন স্বকীয়া আসনত অধিষ্ঠিত হব পাৰিছে তেওঁৰ এলানি কাব্যৰ বাবে। তেৱেঁই অসমীয়া কাব্য সাহিত্যত জোৱাৰ আনে। কমতাপুৰ ধ্বংস (১৯১২), বিৰহিণী বিলাপ (১৯১৩), তিৰোতাৰ আত্মাদান বা জয়মতী (১৯১৩), আভাস (১৯১৪), যুদ্ধক্ষেত্ৰত আহোম ৰমণী বা মূলা-গাভৰু (১৯১৫) অশ্ৰিলা আৰু ডেচডিমন (১৯১৭) বৰবৰুৱাৰ ৰচিত কাব্য। মালচ (১৯১৯) আৰু চকুলো (১৯১২) চতুৰ্দশ-পদী কবিতাৰ পুথি। মালিতা (১৯১৪) বৰবৰুৱাৰ একমাত্ৰ ঐতিহাসিক উপন্যাস। হিতেশ্বৰ বৰবৰুৱা আছিল এজনা বুৰঞ্জীবিদ। তেওঁৰ সুবৃহৎ বুৰঞ্জী আহোমৰ দিন (১৯২৪)। প্ৰায় ১৮ শ পৃষ্ঠাৰ এই পাণ্ডুলিপিখনি এতিয়াও অপ্ৰকাশিত। ১৯২৫ খৃঃত নগাওঁত বহা অসম সাহিত্যসভাৰ লগতে বুৰঞ্জী

শাখায়ো জন্ম লাভ কৰিছিল। পোন প্ৰথম বাৰৰ বাবে বুৰঞ্জী শাখাৰ সভাপতি হয় হিতেশ্বৰ বৰবৰুৱা ডাঙৰীয়াই।

হিতেশ্বৰ বৰবৰুৱাৰ 'কমতাপুৰ ধ্বংস' প্ৰথম অসমীয়া বুৰঞ্জীমূলক কাব্য। ১৫টি অধ্যায়ত ৰচিত ১২৯ পৃঃৰ কাব্যখনিৰ বিষয়-বস্তু কমতাপুৰৰ ৰজা নীলাম্বৰৰ পতনৰ কাহিনী। খেনাবংশৰ প্ৰবল প্ৰতাপী ৰজা নীলাম্বৰৰ কাহিনীক কেন্দ্ৰ কৰি কাব্যখনি ৰচনা কৰিছে। নীলাম্বৰৰ পত্নী সাদৰীয়ে তেওঁৰ সখী গোলাপীৰ হৈ মন্ত্ৰীৰ পুত্ৰলৈ লিখা প্ৰেম-পত্ৰখনি গাৰুৰ তলত পাই নীলাম্বৰে পত্নী অবৈধ প্ৰণয়ত লিপ্ত থকা বুলি সন্দেহ কৰিলে। ইপিনে ব্ৰাহ্মণ মন্ত্ৰীৰ পুত্ৰই শূদ্ৰৰ কন্যাৰ প্ৰতি আসক্ত হোৱা বাবে পিতৃ-মাতৃয়ে পুত্ৰক তীৰ্থ পৰ্য্যটন কৰিবলৈ পঠিয়াই দিলে। ৰজা নীলাম্বৰে পত্নী সাদৰী আৰু মন্ত্ৰী পুত্ৰৰ মাজত অবৈধ প্ৰণয়ৰ কথা সন্দেহ কৰি তীৰ্থ পৰ্য্যটন কৰি ঘুৰি আহোঁতে মন্ত্ৰী পুতেকক হত্যা কৰিলে। আৰু পুত্ৰৰ মাংস হৰিণৰ মাংস বুলি মন্ত্ৰীক খুৱালে। পিচত পুত্ৰৰ কটামূৰ পিতৃক দেখুৱালে। গোলাপীয়ে ৰজাৰ ভুল ভাঙি দি সকলো কথা স্বীকাৰ কৰি আত্মহত্যা কৰিলে। ৰজাই নিজৰ ভুল বুজিব পাৰি ৰাণীক পুনৰ কাষলৈ নিলে। ইপিনে বৃদ্ধ মন্ত্ৰীয়ে ৰজাৰ ওপৰত প্ৰতিশোধ লবলৈ গৈ গৌৰৰ নবাবৰ সহায়ত কমতাপুৰ আক্ৰমণ কৰিলে। যবনে বলেৰে কমতাপুৰ অধিকাৰ কৰিব নোৱাৰি ছলেৰে কমতাপুৰ ধ্বংস কৰিলে। যুদ্ধত হাৰি নবাবৰ বেগমে নীলাম্বৰৰ ৰাণীক দেখা কৰিবলৈ অহাৰ চল কৰি দোলাৰ ভিতৰত সৈন্য আনি ৰাজধানীত সুমাই কমতাপুৰ ধ্বংস কৰিলে।

লাগিছে ৰাণীৰ গাত উলহ মালহ
বেগমক চাবলৈ গৌৰ দেশৰ
আহিব আহিব বুলি কত আশা কৰি
আছে তেওঁ উলাহেৰে ভৰাই অন্তৰ
.... . . ... . ...
হঠাতে ৰাজত শুনি সেনাৰ কোঢাল
যিৰূপে ৰাণীৰ কঁপি উঠিল হৃদয়
বেগা বেগিকৈ ৰাণী আহিলে ওলাই
পমিলা বুঢ়ীৰ সতে দেখিলে ৰাজত
আছে হেনো শুদা হই নহয় বেগম
আহিছিল যোদ্ধা মাথোঁ দোলা ভিতৰত।

বৰবৰুৱাৰ কাৰ্য্যমতে নীলাম্বৰক শক্ৰসৈন্যই বন্দী কৰি লৈ গ'ল। স্বামী বিৰহত সাদৰীয়ে ৰণচণ্ডী মূৰ্তি ধৰি যৱন সেনাক প্ৰতি আক্ৰমণ কৰিলে। কোমলাঙ্গী নাৰী হৈ বীৰাঙ্গনা ৰূপেৰে যুদ্ধ কৰি স্বামী নীলাম্বৰক উদ্ধাৰ কৰিলে যদিও যৱনৰ হাতত ক্ষত-বিক্ষত হৈ নীলাম্বৰৰ তেতিয়া শেষ অৱস্থা। শেষত সাদৰীৰ কোলাতে শেষ নিশ্বাস পেলালে। অৱশ্যে নীলাম্বৰৰ শেষ পৰিণতি সম্বন্ধে ইতিহাসত মতভেদ দেখা যায়।

কাব্যখনিত বৰবৰুৱাই বীৰাঙ্গনা সাদৰীক জোৱান আৰ্কৰ লগত তুলনা কৰিছে। কাব্যখনিৰ পটভূমি ঐতিহাসিক যদিও এটি প্ৰণয়াত্মক কাহিনীহে প্ৰধান উপজীব্য। কাব্যখনিৰ ভাষা নিভাঁজ অসমীয়া আৰু সহজ সৰল। প্ৰকাশ ভঙ্গী ঠায়ে ঠায়ে নাটকীয়।

কমতাপুৰ ধ্বংসৰ লগতে একেলগে প্ৰকাশ কৰা আন এখন কাব্য 'বিৰহিণী বিলাপ'। ডক্টৰ মহেশ্বৰ নেওগৰ সুৰত কবলৈ হ'লে "বিৰহিণী বিলাপ"— প্ৰোষিত ভৰ্ত্ৰী নায়িকাৰ বিৰহৰ সুৰ। ইয়াত চেঙেৰা কবিৰ ভাষাৰ প্ৰাচুৰ্য্য আৰু মধুসূদনৰ বিৰহিণী প্ৰেমিকাক বৰ্ণোৱা ব্ৰজাঙ্গনা কাব্যৰ দৰে ছন্দৰ চঞ্চল স্বাধীনতা লক্ষণীয়।" কাব্যখনিৰ ওপৰঞ্চিত সন্নিবিষ্ট কবিতা কেইটি অকালতে প্ৰাণ হেৰুৱা আত্ম-পৰিজনৰ প্ৰতি এটুপি কৰুণ চকুলো। 'ভনীটি' স্নেহৰ ভনীটি ৰত্নদাৰ উদ্দেশ্যে ৰচনা কৰা। য'ত জৰা, মৃত্যু, দুখ, শোক নাই সেই স্বৰ্গত পৰম সুখেৰে ভনীটি থকাৰ বাবে আনন্দ প্ৰকাশ কৰিছে।

অনন্ত সুখৰ ভূমি
যি ৰাজ্যত আছা তুমি
তোমাৰ কাৰণে আৰু নাকান্দো শোকত
অনন্ত সুখেৰে থকা তুমি যি দেশত।

সুৰেশ্বৰৰ উদ্দেশ্যে লিখা 'ভাইটি', 'আইতা' দ্বিতীয় পুত্ৰৰ মৃত্যুত লিখা 'প্ৰাণৰ জিতেন' আৰু সহধৰ্মিণীৰ বিয়োগত লিখা 'প্ৰিয়তমা' কবিৰ শোক-সন্তপ্ত হৃদয়ৰ বিননি। দুখ শোক পৰিপূৰ্ণ মানৱ সমাজৰপৰা আঁতৰি গৈ সৰগত যে সকলোটিয়ে সুখেৰে বাস কৰিব পাৰিব সেই কথা ভাবি কবি আনন্দত আত্মহাৰা হৈছে। কবিতা কেইটিৰ বিষয়বস্তু মৰ্মস্পৰ্শী। সামৰণিত কবিয়ে ভগবানৰ বস্তু ভগৱানে কাঢ়ি নিয়া বুলি সান্ত্বনা লভি ভগৱানৰ কৰুণা-কণা বিচাৰিছে—

প্ৰভু মোক ক্ষমা কৰা
অজ্ঞান এন্ধাৰ হৰা
অন্তৰত দিয়া জ্ঞান
পবিত্ৰ নিৰ্মল
মানৱ জনম মোৰ
নকৰা বিফল।

'তিৰোতাৰ আত্মদান' কাব্যৰ বিষৰ-বস্তু মহাসতী জয়মতীৰ নিৰ্য্যাতনৰ কাহিনী। মহাসতী জয়মতীৰ কৰুণ কাহিনী কাব্যখনিৰ প্ৰধান উপজীব্য যদিও কবিয়ে কাব্যখনিত বুৰঞ্জীৰ কাহিনাত কল্পনাৰ ৰহণ সানিছে। কল্পনাৰ ৰহণে কাব্যখনি মনোৰম কৰিহে তুলিছে।

যুদ্ধক্ষেত্ৰত আহোম ৰমণী বা মূলা-গাভৰু কাব্যৰ বিষয়-বস্তু বীৰাঙ্গনা আহোম ৰমণী মূলা-গাভৰুৰ বীৰত্বব্যঞ্জক কাহিনী। মূলা-গাভৰুৰ স্বামী চাওফ্ৰাচেংমুং বৰগোহাঁঞিয়ে মুছলমানৰ বিৰুদ্ধে যুজ দি অন্যায়ভাৱে তুৰবকৰ হাতত প্ৰাণ এৰিব লগা হ'ল। বীৰাঙ্গনা মূলা-গাভৰুৱে স্বামীৰ হত্যাৰ প্ৰতিশোধ লবলৈ বীৰাঙ্গনা ৰূপেৰে ওলাই আহি ৰণক্ষেত্ৰত তুৰবকক নাপাই দুজন পালি সেনাপতি নিধন কৰি শেষত বীৰাঙ্গনা বেশেৰে প্ৰাণত্যাগ কৰিব লগা হ'ল।

দীঘলীয়া কাব্যখনিৰ মাজেৰে হিতেশ্বৰ বৰবৰুৱাই এগৰাকী বীৰাঙ্গনা ৰমণীৰ বীৰত্বৰ ব্যঞ্জক কাহিনী মনোৰমকৈ প্ৰকাশ কৰিছে।

গাওঁ আজি বীৰত্ব কাহিনী
বীৰ ৰমণীৰ সেঁই আহোম বংশৰ
মূলা নামে বীৰাঙ্গনা ( আসাম গৌৰৱ )
কৰিলে যি প্ৰাণত্যাগ সমুখ যুদ্ধত
তুৰবক সতে যুজি চামুণ্ডা ৰূপিণী
আক্ৰমতে ষষ্ঠ বাৰ যবনে আসাম।

হিতেশ্বৰ বৰবৰুৱাৰ কাব্যৰাজিৰ ভিতৰত 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী' খনেই শ্ৰেষ্ঠ। কাব্যখনিৰ ভাষা গাম্ভীৰ্য্যপূৰ্ণ আৰু বৰ্ণনা মনোৰম।

ৰবৰুৱাৰ আভাস কাব্য একুৰি এটা কবিতাৰ সমষ্টি। দেশ-বিদেশৰ প্ৰথিতযশা কেইগৰাকীমান নাৰীৰ জীৱনৰ কৰুণ কাহিনী 'আভাস' কাব্যৰ মাজেৰে প্ৰকাশ পাইছে।

'ডেচডিমনা' আৰু 'অৰ্জ্জিলা' বৰবৰুৱাৰ দুখন বিদেশী পুথিৰ আলমত ৰচনা কৰা কাব্য। চেক্সপিয়াৰৰ Othello আৰু গোল্ডস্মিথৰ Vicar of Wakfield কাবাৰ আলমত উক্ত কাব্য দুখনি ৰচনা কৰিছিল।

হিতেশ্বৰ বৰবৰুৱাৰ মালচ আৰু চকুলো চনেটৰ পুথি। সদ্ধালনিকৈ অসমীয়া সাহিত্যত চনেটৰ জোৱাৰ আনে হিতেশ্বৰ বৰবৰুৱাই। পোনতে 'বাহী', 'উষা' আৰু 'আলোচনীত' কিছুমান চনেট প্ৰকাশ কৰিছিল। ১৯০২ খৃঃত প্ৰকাশিত ঢোপাকলি সেইবোৰৰে সংকলন। মালচ বৰবৰুৱাৰ দ্বিতীয় প্ৰকাশিত চনেটৰ পুথি। মালচৰ পাতনিত বৰবৰুৱাই লিখিছে "বৰ্তমান সময়ৰ অনেক অসমীয়া লিখাকৰেও চতুৰ্দশপদী কবিতা লিখিবলৈ হাত দিছে। সেই সকলোকে দেখি আমিও সেই অমৰ কবিসকলৰ পদাঙ্ক অনুসৰণ কৰি এই, চতুৰ্দশপদী কবিতা কেইটি ৰচনা কৰি পাঠক-সকলৰ ওচৰত দাঙি ধৰিলোঁ। আমাৰ চেষ্টা কিমানদূৰ ফলবতী হৈছে, সেইটো সহৃদয় পাঠক সকলে বিচাৰ কৰিব।"

মালচৰ কবিতাবোৰ কবিৰ জীৱনৰ বিচিত্ৰ ৰূপৰ প্ৰকাশ। কবিৰ মতে কবি উপজিছিল 'মৃৰত জুইৰ চক লই'। আত্ম-পৰিজন, পত্নী, পুত্ৰ, ভগ্নী, ভাতৃ হেকৰা বিয়োগ জনীত শোকৰ কাহিনী প্ৰকাশ পাইছে 'সান্ত্বনা' 'আহা সোণ ঘূৰি আহা' 'চন্দ্ৰ' 'শ্মশান' 'পোহৰ' 'আন্ধাৰ' নামৰ চনেট ৰাজিত।

'অতি চেনেহৰ মোৰ সোণটি শ্মশান,
আদৰ চেনেহ কৰি তোলা আসন্নত,
নিদিবা কেলেশ, তাৰ কোমল পৰাণ
ৰাখিবা নিতউ তাক অতি যতনত
পৰাণতো প্ৰিয়মোৰ, মোৰ সোণকণি
নকৰিবা তুমি তাক আলাই এথানি।'

জীৱনৰ সকলো দুখৰ মাজতো কবিৰ সৌন্দৰ্য্যদৃষ্টি অন্ধ হোৱা নাছিল। পুৱাৰ মলয়া, বেলিৰ কিৰণ, ফুলৰ সৌন্দৰ্য্য আৰু বিহগীৰ গীতিয়ে কবিৰ অন্তৰ স্পৰ্শ কৰিছিল। 'সীতা' 'ৰাধা' 'শকুন্তলা' 'মিৰেণ্ডা' 'উৰ্মিলা' কবিতাত কবিৰ বিবিধ কাব্য অধ্যয়ন আৰু বিশ্বৰ ৰমণীয় নাৰী-চৰিত্ৰৰ প্ৰতি আনুগত্য প্ৰকাশ পাইছে।

ত্ৰিতাপক্লিষ্ট কবিয়ে সংসাৰৰ কেবাখনিও কৰুণাত্মক চিত্ৰ আঁকি আমাৰ চকুলো আকৰ্ষণ কৰি থৈছে। সেই কল্পনাৰে অঁকা ছবিবোৰ যেতিয়া ভেঙৰ

নিজৰ জীৱনত ফলিয়াইছে তাৰ বিষয়ে লিখনী ধৰি যে তেওঁ আমাক শোকৰ সমভাগী কৰিব তাত সন্দেহ নাই।

উন্মাদিনী বিৰহিণী মহামতী জয়মতী
গদাপাণি বিপত্নীক পত্নীশোক দগ্ধ প্ৰাণ
কল্পনাৰ চকুলই ইসবে সহিতে সেই
দেখিলোঁ। শোকৰ ছবি হ'ল সেয়ে মূৰ্তিমান
সপোনত থকা চিত্ৰ মূৰ্তিমতি দিঠকৰ
চিতাগ্নি কল্পিত তাৰ জলন্ত চিতাৰ জুই
উজলি উঠিল আজি জীৱনত হিতেশৰ।

কবিৰ অন্তৰ আগেয়ে নানান শোকত জ্বলা কলা হৈ আছিল। তেনে সময়তে কাণ সমনীয়া মুমলীয়া পুত্ৰ বিপিনৰ মৃত্যু ঘটে। মুমলীয়া পুত্ৰৰ মৃত্যুই কবিৰ চিন্তা কল্পনাক্ৰমে বেঁচকৈহে অৱশ হয়। 'চকুলো' কবিৰ এই সন্তপ্ত হৃদয়ৰে জীৱন্ত অভিব্যক্তি।

ই চকুলো নোহে মোৰ অপত্য শোকৰ চিন,
ইয়ে প্ৰভু পুত্ৰলই নিৰ্মালি পিতাৰ
(স্বৰ্গীয় অঞ্জন ৰূপী) দুয়োটি চকুতে পিন্ধি
আজীৱন ৰম চাই চৰণ তোমাৰ।

পুত্ৰ শোকৰ চকুলোক কবিয়ে উপাৰ্জিত কৰ্মফল আৰু ঈশ্বৰৰ নিৰ্মালিৰূপে গ্ৰহণ কৰি সৰ্ব নিয়ন্তাৰ ওচৰত সমৰ্পণ কৰিছে। জীৱনৰ বাকী কালছোৱাত সেই চকুলোকে চকুত অঞ্জন ৰূপে, আৰু ভস্মৰূপে সৰ্বাঙ্গত পিন্ধি থাকি সেইদৰেই শ্মশানলৈ বাট লবলৈ থিৰাং কৰিছে। শোক সন্তপ্ত হৃদয়েৰে সৃষ্টি তত্ত্ব বিচাৰি এই সংসাৰখন দুদিনীয়া আলহী ঘৰ বুলি কৈছে। মানুহৰ পৰম আশ্ৰয়স্থান বিভুৰ চৰণ। কিন্তু সংসাৰী মানুহৰ অন্তৰৰপৰা পুত্ৰৰ ছবি মচ যায় কেনেকৈ? শোকসন্তপ্ত কবিয়ে হিয়াৰ জুইকে হোমৰ জুই কৰি নিজকে তাত আহুতি দিবলৈ বিচাৰিছে। মিল্টনে বন্ধু বিয়োগত কৈছিল "Lycidas, your sorrow, is not dead" চকুলোৰ কবি ৰবৰুৱায়ো ভাবিছে তেওঁৰ পুত্ৰৰ জানোচা মৰণেই হোৱা নাই। সি ভগৱন্তৰ কাষ চাপি গৈছে মাথোন। গীতাৰ 'বাসাংসি জীৰ্ণানি যথা বিহায়' বাণীয়ে কবিৰ একমাত্ৰ আশ্বাস।

কোনে কয়, সি মৰিছে আত্মা অবিনাশী যাৰ
সেই আত্মা সৰ্বময় অজয় অমৰ,

কবিৰ মনত সৃষ্টিতত্ত্বৰ এই গভীৰ তথ্যই ভূমুকি মৰা সত্ত্বেও কবি মানসিক দুৰ্বলতাৰপৰা আঁতৰিব পৰা নাই। আৰু তাৰ ফলস্বৰূপেই চকুলো কাব্যৰ সৃষ্টি।

কৰুণ ৰসেই জগত আৰু জীৱনৰ থাই ৰস। জীৱনৰ প্ৰৌঢ় বয়সতো স সাৰখন নানান শোক-তাপত কবিৰ জীৱন জৰ্জৰিত। এই অৱস্থাত তেওঁৰ পুত্ৰ বিয়োগত অন্তঃস্থল ভেদি যি চকুপানী ওলাইছে, সি তেওঁৰ কল্পনাত নানা ৰূপ ধাৰণ কৰাতেই তেওঁৰ কবিত্বৰ প্ৰধান উহ ফুটি উঠিছে।

'চকুলো অঞ্জন মোৰ অমৰাৰ মনোলোভা
তোমাৰ পূজাৰ প্ৰভু ইটো দিব্য প্ৰতিদান
ই অঞ্জন পিন্ধি মই আজীৱন চাম ব'ই
জীৱনৰ সন্ধ্যা বেলা পৰাণৰ অন্তৰ্দ্ধান।'

প্ৰথম ছয়টি কবিতাত ইদৰে বিবৰি সপ্তম কবিতাত কবিয়ে পৰমাৰ্থিক ভাবেৰে খেপিয়াই চাইছে—

ধন জন পুত্ৰ ভাৰ্য্যা সকলো তোমাৰ দান
দিওঁতা নিওঁতা তুমি, তুমি কৰ্ত্তা তুমি কাম।
মিছা মোৰ মোৰ বোলোঁ, মোৰ বুলি একো নাই।

কিন্তু এই পৰমাৰ্থিক জ্ঞানে কবিৰ মানৱ-হৃদয়ৰ দুৰ্বলতা সৰহ কাল ঢাকি ৰাখিব পৰা নাই, তেওঁৰ অন্তৰত আকৌ সেই কবিত্বপূৰ্ণ সন্দেহ আৰম্ভ হ'ল। এইদৰে চাওঁতে চাওঁতে কবিৰ অন্তৰত সৃষ্টিৰ আৰু এক বৈষম্য চকুত পৰিল। পুত্ৰৰ সুখ-দুখেই কবিৰ সুখ দুখ, ধ্যান ধাৰণা। সেই পুত্ৰ আজি সগৰত অনন্ত সুখৰ মাজত। তেন্তে তাকে ভাবি কবি কিয় আজি শোক সাগৰত। তাৰ পাচত কবিৰ অন্তৰত এক অনন্ত প্ৰশ্ন জাগিছে—

"মৃত্যুতেই শেষ যদি কি মন্ত্ৰেৰে যাদু কৰি
সোঁৱৰণি মনে মনে ধৰি আনে পুনু তাক?"

শোক সন্তপ্ত পিতৃয়ে পুত্ৰৰ মাহেকীয়া শ্ৰাদ্ধৰ দিনা পুত্ৰশোকত আতুৰ জগতৰ পিতৃ-মাতৃ, ভাতৃ, বিয়োগত দগ্ধ প্ৰাণ সকলোলৈকে চকুলো টুপিকে আগবঢ়াইছে। কল্পনাৰ সহায়েৰে কাব্যত যি কৰুণ ৰস মূৰ্তিমান কৰিবলৈ বিচাৰিছিল, আজি সি বাস্তৱ জীৱনত আপোনা আপুনি মূৰ্ত্ত হৈ উঠিছে। সেয়েহে তেওঁৰ কাব্য চকুলোৰে সমাপন কৰি সহযোগী কবি-সাহিত্যিক সকলৰপৰা মেলানি মাগিছে।

'চকুলো' ই ক্ষুদ্র কাব্য এই শেষ কাবা তাৰ
তলসৰা ফুল মাথোঁ এই কাব্য-কাননত
হে পাঠক, হে পাঠিকা মাগিছোঁ বিদায় আজি
কৰযোৰে অনিচ্ছায়ে তোমাসাবো ওচৰত
আৰু সি নিলিখে কাব্য আৰু নধৰে সুৰ
সি ভগা বীণত তাৰ, আৰু তাৰ ছিন্ন তাঁৰ।

..

ই চকুলো শেষ কাব্য শেষ কর্ম হিতেশৰ
সমাপন আজি তাৰ সাহিত্যিক জীৱনৰ।

এনেদৰে চকুলোৰে সাহিত্যিক জীৱনৰপৰা মেলানি মাগ ভগৱানৰ করুণা বিচাৰিছে যদিও চকুলো বৰবৰুৱাৰ মেলানিৰ গীত Swan song নহল।

হিতেশ্বৰ বৰবৰুৱাৰ চকুলোক থোৰতে এখনি খণ্ডকাব্য বুলি কব পাৰি। একুৰি তেৰটা কবিতাৰ চকুলো কাব্য পুত্ৰশোকত শোকাতুৰ পিতৃ অন্তৰৰ গভীৰ বেদনাৰ অভিব্যক্তি। আত্মা-পৰমাত্মাৰ কথা ভগৱানৰ অসীম সত্তাৰ লগত পুত্ৰৰ অস্তিত্ব সুঁৱৰি চাই কাব্যখনি মনোমোহা কৰিছে। কিন্তু কবিয়ে তাক গভীৰ দৃষ্টিৰে উপলব্ধি কৰিব পৰা নাই। শোকাকুল অন্তৰেৰে যদি কবিয়ে আত্মা-পৰমাত্মা ভগৱানৰ বিৰাট স্বৰূপৰ ওপৰত গভীৰ দৃষ্টি নিক্ষেপ কৰিব পাৰিলেহেঁতেন তেতিয়া হ'লে চকুলোৰ সৌন্দৰ্য্য আৰু প্ৰকাশ পালেহেঁতেন।

পুথিখনিৰ ভাষা সহজ সৰল আৰু সাবলীল ছন্দত ৰচিত। পুথিখনিৰ মাজত এটি নিছিগা সুৰৰ ঢেউ বাগৰি আছে। প্ৰতিটো কবিতাৰ স্বকীয় সৌন্দৰ্য্য আছে যদিও কবিতাবাজিৰ সামুহিক সৌন্দৰ্য্য হে মনোগ্ৰাহী।

কবিতাবাজি চনেট গঢ়ৰ যদিও সকলোবোৰ কবিতাৰ মাজত চনেটৰ লক্ষণ প্ৰকাশ পোৱা নাই। কিছুমান সাধাৰণ পয়াৰ ছন্দৰ। বৰবৰুৱাই চনেটক চতুৰ্দশপদী কবিতা আখ্যা দিছে। মাইকেল মধুসুদন দত্তই কবিক প্ৰভাবান্বিত কৰিলেও তেওঁৰ সৰহভাগ চনেটৰ আৰ্হি চেক্সপীয়েৰৰ চনেট। তেওঁৰ কিছুমান চনেট পেট্ৰাৰ্কাৰ আৰ্হিৰ। বৰবৰুৱাৰ চনেটত নানা প্ৰকাৰ মিল প্ৰয়োগ কৰিছে। চনেটৰ নিটোল ৰূপৰ কাৰণে অষ্ট-পদিকাৰ যি স্থূল গুণৰ আৱশ্যক সেই গুণ অসমীয়া চনেটত বিৰল, সেই বাবে ভাৱৰ উঠা নমা গতিটো লক্ষ্য কৰা নাযায়। বৰবৰুৱাই অষ্ট-পদিকা ষট-পদিকা বিভাগলৈ লক্ষ্য ৰখা নাই। শেষৰ

যুগ্মকৰ ভাব তীব্ৰতা বৰবৰুৱাৰ চনেটতো প্ৰকাশ পাইছে। হেমকান্ত গোস্বামীৰ প্ৰিয়-মোৰ চিঠিৰ দৰে বৰবৰুৱাৰ কাণৰ থুৰীয়া কবিতা ব্যঙ্গভাবাত্মক।

কবিয়ে গোটেই জীৱন কিদৰে ভাৰতীৰ শ্ৰীচৰণৰ বন্দনা কৰি অৰ্থাৎ কাব্য-চৰ্চা কৰি অতিবাহিত কৰিছিল সেই কথা 'শেষ ভিক্ষা' চনেটত স্পষ্টভাৱে প্ৰকাশ পাইছে—

নকৰা নকৰা কাকো ( মৃত্যুৰ পাছত )
কি আছিলে কি নাছিলে সদ বদ গুণ
কৰা মাথোঁ, "হৃচকুত আছিল ছুধাৰি
তপত চকুৰ পানী শোকৰ কান্দোন।"

আৰু কৰা "ভাৰতীৰ ভাবি শ্ৰীচৰণ
উছৰগ কৰিছিল গোটেই জাৱ।"

# ১৪ পাৰ্বতি প্ৰসাদ বৰুৱা

গীতি-কবি পাৰ্বতি প্ৰসাদ বৰুৱাৰ 'নোবোলেঁ। তোক সোণৰ অসম মাটিৰ অসম আই' আৰু 'গৰখীয়া হেৰ, গৰখীয়া কি সুৰ বজালি তুপৰীয়া' তুটি এসময়ৰ জনপ্ৰিয় গীত। তেতিয়াৰ দিনত আজি-কালিৰ দৰে ৰেডিঅ'ৰ প্ৰচলন বেচি নাছিল। তুই চাৰি জনৰ ঘৰত গ্ৰামোফোন আছিল যদিও অসমীয়া ৰেকৰ্ড আঙুলিৰ মূৰত লেখিব পৰা বিধৰ। এই কথা বেচি যদিও নহয়, আজিৰপৰা ডেৰ কুৰি বছৰ আগৰ কথাহে। তেতিয়াৰ দিনতে নিভাঁজ অসমীয়া মাত কথা আৰু সুৰ সংযোজনাৰে পাৰ্বতি প্ৰসাদ বৰুৱা ডাঙৰীয়াই অসমৰ কলা-সংস্কৃতিৰ মন্দিৰলৈ অঞ্জলি আগবঢ়াইছিল।

পাৰ্বতি প্ৰসাদ অকল গীতিকাৰে নহয়, অসমৰ তৃতীয় কথাছবি ৰূপহীৰ প্ৰযোজক, পৰিচালক পাৰ্বতি প্ৰসাদ বৰুৱা। বৰুৱা ডাঙৰীয়াই কথাছবিখনৰ এটি বিশিষ্ট ভূমিকাটো অভিনয় কৰিছিল।

পাৰ্বতি প্ৰসাদ ব্যৱসায়ত চাহ খেতিয়ক। তুখনকৈ চাহ বাগিছাৰ মালিক। ব্যৱসায়ত চাহ খেতিয়ক হ'লেও পাৰ্বতি প্ৰসাদ ওপজা ঘৰখনত ইতিপূৰ্বে কেবাজনো উজ্জ্বল ৰত্নৰ পদৰেণু পৰিছিল। অসমৰ প্ৰথম অভিধান প্ৰণেতা যতুৰাম ডেকাবৰুৱা (১৮০১—১৮৬৯ খৃঃ) পাৰ্বতি প্ৰসাদৰ আজো ককাক। ডেকাবৰুৱা প্ৰথমতে অসমীয়া অভিধানখন ৰচনা কৰি জেনকিঞ্চ চাহাবক উপহাৰক দিছিল। ডক্টৰ মাইলচ ব্ৰঞ্চনে তেওঁৰ 'অসমীয়া ইংৰাজী অভিধান' ৰচনাৰ সময়ত ডেকাবৰুৱাৰ অভিধানৰ বৰ্ণবিন্যাস আজিক অনুসৰণ কৰিছিল।

পাৰ্বতি প্ৰসাদৰ পিতৃ ৰাধিকা প্ৰসাদ বৰুৱা আৰু মাতৃ হিমলা বৰুৱানী। এসময়ত 'ঘৰজেউতি' কাকতৰ গুৰি ধৰোঁতা হিমলা বৰুৱানী (১৮৭৭—১৯৪৮ খৃঃ) 'দিননি' নামৰ খণ্ড কবিতাৰ ৰচয়িত্ৰী।

অকালতে মৃত্যুৰ মুখত পৰা পাৰ্বতি প্ৰসাদৰ ককায়েক ভগৱতী প্ৰসাদ এগৰাকী বিত্তানুৰাগী লোক আছিল। ১৯৩০ খৃঃৰ ১৪ অক্টোবৰৰ নিশা বাজৰাৰী চাহ বাগিছাৰপৰা শিৱসাগৰলৈ শাৰদীয় পূজা চাবৰ বাবে ভগৱতী প্ৰসাদ বৰুৱা, তেওঁৰ পত্নী সত্যৱতী বৰুৱা, শিশু পুত্ৰ দীপ আৰু ভনীয়েক প্ৰতিমাক লৈ আহিছিল। মটৰ খানখন চলাইছিল পাৰ্বতি প্ৰসাদ বৰুৱাই নিজেই। দিচাং নৈ পাৰ হবলৈ খৰেঁাতে মটৰ খানখন নৈৰ পানীত বুৰ গ'ল। পাৰ্বতি প্ৰসাদৰ বাহিৰে পৰিয়ালৰ এজনৰো জীৱন ৰক্ষা নপৰিল। আত্ম-পৰিজন হেৰুৱা এই নিদাৰুণ শোকৰ বহ্নিয়ে পাৰ্বতি প্ৰসাদৰ মনত মচিব নোৱৰা গভীৰ সঁাচ বহুৱালে।

ককায়েক ভগৱতী প্ৰসাদ বৰুৱা আছিল এগৰাকী ভবিষ্যতৰ সম্ভাৱনা থকা কবি। পাৰ্বতি প্ৰসাদে মনতে সঙ্কল্প গ্ৰহণ কৰিলে আগতে ককায়েকৰ লিখা সকলো কবিতা চিঠিপত্ৰ আদি প্ৰকাশ কৰিব। তাৰ পিচতহে নিজৰ লিখা। এই সঙ্কল্প লৈ প্ৰায় একুৰি বছৰকাল নীৰৱ হৈ থাকিল। এই কালছোৱাত যে তেওঁ কোনো-গীত পদ ৰচনা নকৰিলে এনে নহয়, কিন্তু ৰচিত কোনো গীত পদকে পুথিৰ অকাৰত প্ৰকাশ নকৰিলে। ইপিনে ককায়ে' ভগৱতী প্ৰসাদৰ সকলোবোৰ লিখা অশেষ যত্ন কৰিও সংগ্ৰহ কৰিব নোৱাৰিলে। শেষত বন্ধু-বান্ধৱৰ অনুৰোধত বহুদিনৰ পিচত হে তেওঁৰ সোণৰ সোলেঙ (১৯৫৫ খৃঃ) প্ৰকাশ হয়।

পাৰ্বতি প্ৰসাদৰ জন্ম ১৯০৪ খৃঃৰ ১৯ আগষ্টত। শিৱসাগৰত স্কুলীয়া শিক্ষা শেষ কৰি ১৯২১ খৃঃত কটন কলেজত আই এছ ডি পঢ়িছিল। পিচত স্কটিক চাৰ্চ কলেজত বি এ পঢ়ে।

১৯১৭ খৃঃত শিৱসাগৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ প্ৰথম অধিবেশনত আদৰণী গীত গাই সভাপতি বৰণ কৰিছিল পাৰ্বতি প্ৰসাদ বৰুৱাই। তেতিয়া তেওঁৰ বয়স ১৩ বছৰ মাত্ৰ। এইজনা কলা-সংস্কৃতিৰ পূজাৰীক ১৯৬১ খৃঃত গোৱালপাৰাত অনুষ্ঠিত অসম সাহিত্য সভাৰ কৃষ্টি-শাখাত সভাপতি বৰণ কৰা হৈছিল। আনহাতে তেওঁৰ আছিল এখন উদাৰ অন্তৰ। গুৱাহাটীৰ অসম সাহিত্য সভাৰ ভগৱতী প্ৰসাদ বৰুৱা ভৱন, শিৱসাগৰৰ ঘূৰণ মঞ্চ আৰু সোণাৰীৰ ভগৱতী প্ৰসাদ বৰুৱা হাইস্কুল তেওঁৰ দানত গঢ়ি উঠিছে।

১৯৬৪ খৃঃৰ ৭ জুন তাৰিখে প্ৰায় তিনিকুৰি বছৰ বয়সত কলা-সংস্কৃতিৰ পূজাৰী পাৰ্বতি প্ৰসাদ বৰুৱাৰ লোকান্তৰ হ'ল।

'লখিমী' (১৯৩১ খৃঃ) পাৰ্বতি প্ৰসাদৰ প্ৰথম প্ৰকাশিত পুথি। তেওঁ ৰচিত আন আন পুথি 'গুণ গুণনি' (১৯৫৭ খৃঃ), 'লুইতী' (১৯৫৯ খৃঃ), 'ভঙাটোকাৰীৰ সুৰ' (১৯৫৯ খৃঃ), 'সোণৰ সোলেঙ' (১৯৫৫ খৃঃ) আৰু 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল' ১৯৬৩ খৃঃ)।

ভাতৃ-বিয়োগৰ কাৰণে উপচি পৰা শোকৰ বিননি কবিৰ প্ৰায়বোৰ গীতি-কবিতাৰ অন্তৰালত অনুভৱ কৰা যায়। সুৰ আৰু সৌন্দৰ্য্য উপাসক গীতি-কবি বৰুৱাৰ কবিতা চাহ গছৰ সেউজীয়া কুঁহি পাতৰ দৰে নিমজ আৰু হৃদয়স্পৰ্শী। শৰতৰ আকাশৰ শুকুলা ডাৱৰ, লুইতৰ ৰূপালী বালিৰ কাষত ফুলি থকা কঁহুৱা ফুল, জুৰ জুৰকৈ বলা পুৰৱতি নিশাৰ মলয়াৰ পৰশ, নিশাৰ আকাশৰ অলেখ তৰাৰ চাকি, দুবৰিৰ দলিচা আদিৰ চিত্ৰ কবিৰ কবিতাৰ প্ৰাণকেন্দ্ৰ। কবিক শৰত আৰু শেৱালিৰ কবি আখ্যা দিব পাৰি। শৰতৰ নিৰ্মল আকাশ, প্ৰকৃতিৰ শ্যামলীমা শোভা আৰু শেৱালিৰ নিৰ্মল সুবাস যেন কবিৰ প্ৰাণৰো প্ৰাণৰ চিৰ আপোন। শৰতৰ বগা ডাৱৰৰ জালিকটা সুৰুৱাবে জোনবায়ে ভুমুকিয়াই চোৱা কবিৰ কল্প-চিত্ৰসমূহ মনৰ-শীলতাৰ উজ্জ্বল স্বাক্ষৰ। পাৰ্বতি প্ৰসাদ অকল এজন কবিয়ে নহয় সাৰ্থক গীতিকাৰো। গীতিকাৰ হিচাপে তেওঁৰ ৰচনা আবেগ প্ৰধান হ'লেও ভাবৰ গভীৰতা অন্যতম লক্ষণ। আবেগৰ ঢ'উত উটি-ভাহি কবি কেতিয়াবা নিজেও আপোন পাহৰা হয়—

আহিন মহীয়া শেৱালি সৰিলে
নিয়ৰত তিতিলে বন
জোনাকত উপজিল কিহৰাবে ৰাগী
কেনেবা কৰিলে মন
বাঃ ঐ
কেনেবা কৰিলে মন।

পাৰ্বতি প্ৰসাদৰ গীতিকাৰ হিচাপে আলোচনা কৰি ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা ডাঙৰীয়াই লিখিছে "পাৰ্বতি প্ৰসাদৰ গীতিকাৰ। গীতৰ মূল ধৰ্ম সুৰ আৰু আবেগ সঞ্চাৰি ভাব। আকাশ বিহাৰী চৰাইৰ পখিৰ দৰে গীতৰ শব্দভাৰ পাতল, আকৌ প্ৰতিটো শব্দ ভাবৰ পৰশ-পাথৰত শোধিত হৈ উজ্জ্বল আৰু দীপ্তমান। শব্দ ব্ৰহ্ম এই কথা বটিয়াকৈ গীতত প্ৰযোজ্য।"

অসমৰ শৰৎ আৰু শেৱালিৰ মৃদু সুবাসেই যে পাৰ্বতি প্ৰসাদৰ উন্মনা

কৰিছিল এনে নহয় অসমৰ প্ৰতি চপৰা মাটি যেন কবিৰ সোণতকৈও বেচি আপোন' বেচি মৰমৰ—

নোবোলোঁ তোক সোণৰ অসম
মাটিৰ অসম আই
সোণতকৈয়ো যে চৰা এই মাটি
এয়ে মোৰ ওপজা ঠাই।

অতীতত অসম খন যশস্যাৰে ভৰপুৰ আছিল নে নাই সেই কথা বিচাৰ কৰিবলৈ কবিৰ অৱসৰ নাই। কিয়নো—

দুখীয়া হ'লেও নিছলা হ'লেও
আই মোৰ মৰমৰ
আইতকৈনো বাৰু আছেনে আপোন
আছেনে কোনোবা বৰ।

সোণৰ অসমৰ মন্দিৰত আইৰ পূজাৰ থাপনা পতাৰ হেঁপাহ কবিৰ আন আন কবিতাতো দেখা হৈছে। পাৰ্বতি প্ৰসাদৰ বনগীত সুৰীয়া গীত-সোণৰ কথাবস্তুৰ উপৰিও সুৰৰ স্বকীয় বৈশিষ্ট্য অৱস্মৰণীয়।

গৰখীয়া হেৰা গৰখীয়া
কি সুৰ বজালি দুপৰীয়া

তেওঁৰ গীতৰ সুৰ আৰু কথা-বস্তু উন্নত পৰ্য্যায়ৰ। এনে সুৰীয়া গীতৰ আদৰ কোনোকালে নকমে।

কবিৰ 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল' 'লুইতী' আৰু 'গুণ গুণনি' গীতৰ পুথি। গীতবাজিৰ ভাষা নিমজ। নিমজ ভাষা আৰু কল্পচিত্ৰৰ মাধ্যমেৰে গীতিকাৰ হিচাপে পাৰ্বতি প্ৰসাদে এখন স্বকীয়া আসন অধিকাৰ কৰিব পাৰিছে। তেওঁৰ গীতৰ ওপৰত ৰবীন্দ্ৰনাথৰ পৰোক্ষ প্ৰভাব নথকা নহয়। সেই বুলি ৰবীন্দ্ৰনাথৰ প্ৰভাৱত নিজকে বিলীন কৰি দিয়া নাই।

'ভঙা টোকাৰীৰ সুৰ' কবিৰ বেদনাতুৰ প্ৰাণৰ কৰুণ বিননি। জীৱনত পাই হেৰুৱা অন্তৰৰ বিৰহ বেদনা, কাৰুণ্য উপচি পৰা আত্মীয় পৰিজনৰ স্মৃতি, সংসাৰ নৈৰ দোকোল-টকা বানত জীৱন নাৱৰ অস্থিৰতাৰ চিত্ৰ বৰুৱাৰ কবিতাবাজিৰ প্ৰধান উপজীব্য। ভঙা টোকাৰীৰ সুৰৰ কথাবস্তু গভীৰভাৱে উপলব্ধি কৰিলে আমাৰ মনলৈ আহে কবিৰ বেদনাতুৰ জীৱনৰ চিত্ৰ এখনি—।

বেথা তোৰ বুকুৰ ৰতন
দুখ তোৰ হৃদয়ৰ ধন
ভগা তোৰ কলিজাৰ মাত
ৰঙা তোৰ জীৱনৰ বাট।

ভাতৃ-বিয়োগৰ করুণ সুৰ সৰহভাগ কবিতাৰে প্ৰধান উপজীব্য। মৃন্ময় ভাবৰ কবিতাৰ লগত সাধৰণতে কবিৰ জীৱনৰ পৰিচয় নিহিত থাকে। পাৰ্বতি প্ৰসাদৰ 'ভগা টোকাৰীৰ সুৰত' সেই সুৰ স্পষ্ট। কবিয়ে 'মৰণ মাধুৰী' আৰু 'মৰণ নিৰ্মালি' নামৰ কবিতা দুটি হেনো পোনতে নাম নিদিয়াকৈ তেতিয়াৰ ছাত্ৰ সম্মিলনৰ মুখপত্ৰ মিলনত প্ৰকাশ কৰিছিল।

'সোণৰ সোলেঙ' কবিৰ মতে সুৰীয়া নাট। সোণৰ হৰিণৰ দৰে সোণৰ সোলেঙ যে মায়াপো সম্পদ সেই বিষয়ে সন্দেহ নাই। অৱশ্যে সোলেঙ শাক অসমীয়াৰ চিৰ আপোন। পুথিখনিৰ 'সূত্ৰ'তেই বীণ বৰাগীৰ মুখেৰে কৰিয়ে কৈছে—

সোণৰ সোলেঙ, সুখৰ সপোন
চৰম প্ৰাণৰ হেঁপাহ গোপন
তাকেই বিচাৰি আহিছোঁ বৰাগী, জলাই বুকুৰ জোৰ
সিপাৰত সউ ভৰা নীৰৱতা এন্ধাৰ গভীৰ ঘোৰ।

পাৰ্বতি প্ৰসাদ একেবাৰে কবি, গীতিকাৰ, সুৰ-শিল্পী, কলা-সংস্কৃতিৰ পূজাৰী। ১৯৬২ খৃঃত চীনা আক্ৰমণৰ সময়ত এই জনা সুৰ-শিল্পীয়ে কগ্ন শৰীৰেৰে শ্ৰীহেম বৰুৱা আৰু ডক্টৰ ভূপেন হাজৰিকাৰ লগত মাল কঢ়িওৱা মুকলি মটৰ যানৰ উঠি গুৱাহাটীৰ আলিবাটত গীত গাই গাই জন-সাধাৰণৰ মনত স্বদেশপ্ৰেমৰ বীজ সিঁচি অন্তৰত সাহস যোগাব পাৰিছিল।

১৫

# নীলমণি ফুকন

১৮৮০ খৃঃৰ জুন মাহত নীলমণি ফুকনৰ জন্ম। তেওঁ অসমৰ বিখ্যাত ছুৱৰা বংশৰ ঘনশ্যাম খাৰঘৰীয়া ফুকনৰ নাতি। নীলমণি ফুকনৰ পিতৃ লম্বোদৰ ফুকন আৰু মাতৃ চন্দ্ৰাৱলী। ডিব্ৰুগড়ত বঙালী ভাষাৰ মাধ্যমেৰে ফুকন ডাঙৰীয়াৰ পঢ়াশলীয়া শিক্ষা আৰম্ভ। ১৯০০ খৃঃত ডিব্ৰুগড়ৰ পৰাই সুখ্যাতিৰে এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি কলিকতাৰ 'প্ৰেচিডেঞ্চি' কলেজত উচ্চ শিক্ষাৰ পাতনি মেলিছিল। ১৯০১ খৃঃত গুৱাহাটীত কটন কলেজ স্থাপন হলত ফুকন ডাঙৰীয়া গুৱাহাটীলৈ উভতি আহি কটন কলেজত পঢ়িবলৈ ধৰে। কটন কলেজত পঢ়োঁতে অসুখ ভুগিব লগা হয়। অসুখ হোৱা বাবে সময়মতে পৰীক্ষা দিব নোৱাৰি দুবছৰ মান পাচত ১৯০৫ খৃঃত কটন কলেজৰপৰা এফ এ পৰীক্ষা পাছ কৰিলে। তেতিয়া কটন কলেজত বি এ শ্ৰেণী খোলা নাছিল। ফুকন ডাঙৰীয়াই কোচবিহাৰলৈ গৈ ভিক্টোৰিয়া কলেজৰপৰা বি এ পাছ কৰিলে। ইয়াৰ পাচত কলিকতালৈ গৈ আইন পঢ়িলে যদিও পঢ়া শেষ নহ'ল।

তেতিয়া ডিব্ৰুগড়ত জৰ্জ হাইস্কুল নতুনকৈ খুলিছিল। নীলমণি ফুকন কলিকতাৰপৰা আহি জৰ্জ হাইস্কুলৰ প্ৰধান শিক্ষক হ'ল। তেওঁৰ যত্নতে ডিব্ৰুগড় জৰ্জ হাইস্কুলখন ঠন ধৰি উঠিছিল।

ডিব্ৰুগড়ৰপৰা সেই সময়ত প্ৰকাশ হোৱা 'আলোচনী'খনৰো ফুকন ডাঙৰীয়া সম্পাদক হয়। কিছুদিন তেওঁ চন্দ্ৰকুমাৰ আগৰৱালা সম্পাদিত 'অসমীয়া'খনো সম্পাদনা কৰিছিল। ১৯৩১ খৃঃত ফুকন ডাঙৰীয়াৰ সম্পাদনাতেই সাদিনীয়া 'বাতৰি'খন প্ৰকাশ হয়। পিছত চাৰি বছৰ মান 'বাতৰি'খন দৈনিক বাতৰি ৰূপে প্ৰকাশ হৈছিল। ফুকন ডাঙৰীয়াই 'ন-জোন' নামৰ এখন আলোচনীও সম্পাদনা কৰিছিল।

ফুকন ডাঙৰীয়া একেৰাহে এগৰাকী ৰাজনীতিবিদ, সুবক্তা। সুবক্তা ফুকন ডাঙৰীয়াৰ 'বাগ্মীবৰ' পোছাকী সম্ভাষণ। তেওঁ সুদীৰ্ঘ কাল অসম লেজিছলেটিভ কাউন্সিল, অসম এছেম্ব্লীৰ কংগ্ৰেছী সদস্য আছিল। অম্বিকাগিৰি ৰায়-চৌধুৰীৰ লগত লগ হৈ তেওঁ 'অসম সংৰক্ষিণী সভা'খো গুৰি ধৰিছিল। ফুকন ডাঙৰীয়া অসমৰ বহুতো অনুষ্ঠান আৰু সভা-সমিতিৰ লগত জড়িত। স্বাধীনতা লাভৰ পাচত ফুকন ডাঙৰীয়াই এবাৰ ৰুচ দেশ পৰিভ্ৰমণ কৰিছিল।

ফুকন ডাঙৰীয়াৰ বয়স চাৰিকুৰি দহ বছৰ হৰলৈ আৰু অলপহে বাকী। আজি তেওঁ সৰহ ভাগৰে ককাৰ পদত অধিষ্ঠিত। তেওঁৰ অদম্য কৰ্ম প্ৰেৰণাত আজিও বয়সে আঁচোৰ পেলাব পৰা নাই।

ফুকন ডাঙৰীয়া একেৰাহে এগৰাকী কবি আৰু কথা-সাহিত্যিক। 'সাহিত্য কলা' (১৯৪০), 'চিন্তামণি' (১৯৪২), 'জয়াতীৰ্থ' (১৯৩১), 'মহাপুৰুষীয়া ধৰ্ম', 'জ্যোতিকণা' (১৯৩৮), 'মানসী' (১৯৪৩), 'সন্ধানী' (১৯৫৩), 'অমিত্ৰা' (১৯৫২), 'গুটিমালি' (১৯৫০), 'জিঞ্জিৰি' (১৯৫১), 'মৰ্মবাণী' (১৯৬১*), 'আহুতি' (১৯৬১), 'তৰুণ অসম' (১৯৬৫) 'মৰা ডালত কুঁহি পাত' (১৯৬৫) আৰু 'শতধাৰা' নীলমণি ফুকন ৰচিত গ্ৰন্থ।

কবি হিচাপে নীলমণি ফুকন নৱন্যাস আন্দোলনৰ শেষছোৱাৰ কবি। ফুকন ডাঙৰীয়াৰ সৰহ ভাগ কবিতাই জীৱনৰ ভাটী বয়সত ৰচনা কৰা। জীৱনৰ ভাটী বয়সত ৰচনা কৰা বাবেই বোধকৰোঁ নৱন্যাস আন্দোলনৰ কবি হ লেও নীলমণি ফুকনৰ কবিতাত আত্ম-পৰিতৃপ্তিৰ হাবিয়াস কম। সৌন্দৰ্য্যৰ সন্মোহন শক্তিয়ে কবিক উৰাউল কৰি তুলিলেও কবি আপোন পাহৰা হব পৰা নাই। কবিৰ কবিতাত ভাৰতীয় দৰ্শনৰ প্ৰকাশ সুস্পষ্ট। ভাৰতীয় দৰ্শনৰ প্ৰভাৱত কবিয়ে উপলব্ধি কৰিব পাৰিছে ভগৱানৰ অস্তিত্বৰ কথা। নীলমণি ফুকন ৰহস্য সন্ধানী কবি। তেওঁৰ কবিতাত অতীন্দ্ৰিয়বাদৰ প্ৰাধান্য আছে। "সৃষ্টিৰ অণু-পৰমাণুৰপৰা মহতোপী মহীয়ান পদাৰ্থলৈকে সকলোতে একেটি শক্তিয়ে ক্ৰিয়া কৰা তেওঁ দেখা পাইছে। একেটি মহান আত্মাৰ বৈচিত্ৰ্যপূৰ্ণ অভিব্যক্তি বিভিন্ন বস্তুৰ উপলব্ধি কৰিছে। সেই শক্তিৰ পোহৰতে জগত প্ৰকাশমান। কবিয়ে জগতৰ খণ্ড সৌন্দৰ্য্যৰ ক্ষণিক প্ৰভা, ৰূপৰ মাজত অৰূপৰ আৰু সীমাৰ মাজত অসীমৰ সন্ধান পাইছে। অন্তৰ্দৃষ্টি আৰু গভীৰ অনুভূতি প্ৰকাশ পালেও আবেগৰ তীব্ৰতা আৰু প্ৰকাশৰ সাৱলীলতা বহুতো কবিতাত পোৱা নাযায়।"

ফুকনৰ প্ৰথম কবিতাৰ পুথি জ্যোতিকণা এক শ আঠোটা কবিতাৰ সমষ্টি।

জ্যোতিকণাৰ কবিতাৰাজি চনেট গঢ়ৰ। জ্যোতিকণাৰ পাতনিত কবিয়ে লিখিছে "জীৱনৰ তমোৰাশিৰ মাজেদিও যে এটি আপুৰণীয়া জ্যোতিয়ে প্ৰাণ পোহৰ কৰি থব পাৰে, এই গভীৰ সত্য লিখকে এই কবিতা কেইটিতেই প্ৰাণবণৰা অনুভৱ কৰিব পাৰিছে। বাহিৰে ভিতৰে যি কুঁৱলীৰ মাজত এই কবিতা কেইটি লিখা হ'ল তাৰ পোহৰত লিখকে এটি অনুৰন্ত জ্যোতিৰ ৰশ্মিকণাত প্ৰতিফলিত ৰামধনুখনিৰ সৌন্দৰ্য্য দেখিয়েই আত্মহাৰা হৈছে। এই এটি ৰশ্মিৰ পোহৰতে লিখকে জীৱনৰ শত অনুভূতিৰ মাজতো একেটি অখণ্ড সত্যকে জকমককৈ জিলিকি থকা যেন অনুভৱ কৰিছে। জ্যোতিকণাত অষ্টোত্তৰ শত কবিতাৰ সমাবেশ হৈছে। সেয়ে অষ্টোত্তৰ শত নীলোৎপল নহ'লেও, অষ্টোত্তৰ শত ৰুদ্ৰাক্ষৰ মালাৰ দৰে, তাক ঘূৰাই ঘূৰাই জপ কৰোঁতে যদি নিজৰ মন সত্য, শিৱ, সুন্দৰৰ ফালে এবাৰো ঘূৰে, তেন্তে লিখকে সকলো ৰকম ব্যৰ্থতাৰ মাজতো নিজৰ জীৱন সাৰ্থক হ'ল বুলি ভাবিব।"

জ্যোতিকণাৰ প্ৰতিটো কবিতাই চনেট গঢ়ৰ দৈৰ্ঘ্য শাৰীৰ। ওপৰৰ বাৰ শাৰীত যি ভাবেই বিকাশ লাভ কৰে সিয়ে ক্ৰমে তীব্ৰভাৱে মৰ্ম কথা প্ৰকাশ কৰে শেষৰ যুগ্মকত।

বাহিৰ বিভত উঠে যিহৰ কাহিনী
অন্তৰ চুকে'ই হয় সিয়ে প্ৰতিধ্বনি।

কবিতা কেইটি আকৃতিত চনেট যদিও চনেটৰ লক্ষণ সম্পূৰ্ণৰূপে প্ৰকাশ পোৱা নাই। অৰ্থাৎ আকৃতিতহে চনেট প্ৰকৃতিত নহয়। ৰামধনুৰ বিভিন্ন ৰশ্মিৰ দৰে বিভিন্ন ভাবৰ সমাবেশ দেখা যায় জ্যোতিকণাৰ কবিতাৰাজিত।

তৃতীয় প্ৰকাশিত কবিতাৰ পুথি গুটিমালি কবিৰ মতে চহা কাব্য। সাধাৰণ মানুহৰ অন্তৰত থকা মানৱ-প্ৰেম আৰু সৌন্দৰ্য্যানুভূতিৰ চহা কাব্যখনি নিৰ্জন স্বাক্ষৰ। মানৱ জীৱনৰ উপলব্ধিৰ লগতে বিশ্ব প্ৰকৃতিৰ প্ৰতি থকা মানুহৰ অন্তৰৰ গভীৰ উপলব্ধিৰ কথাও প্ৰকাশ পাইছে। গুটিমালিৰ 'মাতেহি গছৰ ভালত' আদি কেইটিমান সাৰ্থক কাহিনী গীত।

দেশজুৰি হোৱা বিয়াল্লিছৰ গণ-আন্দোলনত আন আন দেশনেতাৰ লগতে কবিও সোমাই পৰিছিল কাৰাগাৰৰ চাৰিবেৰৰ মাজত। কাৰাগাৰৰ বন্দী-জীৱনত দিনে দিনে কবিৰ মনত যি ভাবৰ উদয় হৈছিল, একোটি কবিতা আকাৰে তাকেই কবিয়ে প্ৰকাশ কৰিছিল। জেলৰ ভিতৰত নিৰ্মম, নিষ্ঠুৰতাৰে চলা অত্যাচাৰৰ কথাকে গৌণভাৱে জিলিকিত বৰ্ণনা কৰিছে।

'তৰুণ অসম' কবিতা পুথি অসমৰ ডেকা-ডেকেৰীলৈ কবিৰ আহ্বান। কবিৰ মতে "তৰুণ সমাজৰ প্ৰাণত লিখকৰ এই আন্তৰিক আহ্বানে যদি এটি আলোড়ন দিয়ে আৰু গ্ৰহণীয় কিছু কথা যদি থাকে তাক গ্ৰহণ কৰি কাম কৰে, তেন্তে লিখকৰ পৰিশ্ৰম সাৰ্থক হব।"

"কবিয়ে তৰুণৰ নেতৃত্বত এক মনোৰম অসমৰ কল্পনা কৰিছে"

তৰুণৰ নেতৃত্ব গঢ়ি উঠিব ৰেতিয়া
সেৱাৰ মাজেদি, আত্ম প্ৰতিষ্ঠা হব।
একে প্ৰাণ, একে সজ্ব শক্তিৰ মাজেদি
আগুৱান হোৱা বাধাই বাট এৰি দিব।

কবিৰ ৰহস্যসন্ধানী ভাবৰ পৰিচয় প্ৰকাশ পাইছে 'মানসী', 'সন্ধানী', 'অমিত্ৰা', মৰ্মবাণী', 'আহুতি' আৰু 'মৰাডালত কুঁহিপাত' কবিতা পুথিৰ মাজেৰে। মানসী আৰু সন্ধানীৰ প্ৰকাশৰ ব্যৱধান প্ৰায় পোন্ধৰ বছৰ হ'লেও সমসাময়িক কালছোৱাৰে ৰচনা।

সন্ধানীৰ পাতনিত কবিয়ে লিখিছে "সৃষ্টিৰ আদি আৰু অন্ত ক'ত—সেই কথা অজ্ঞেয় আৰু অব্যক্ত। অনন্তকালৰপৰা তাৰ সন্ধান চলি আছিছে যদিও তাৰ যে বিৰতি কাহানিবা হ'ব সেই কথা মনে কল্পনাৰ ভিতৰলৈকো আনিব পৰা নাই। এই সন্ধানতে সৃষ্টিৰ সকলো প্ৰকাৰ বিকাশ আমি চকুৰ আগতে দেখিছোঁ। তাৰ পৰিণতি হ'ব ক ত সেই কথাকো শেষ মীমাংসাৰ ভিতৰলৈ আনিবপৰা সম্ভৱপৰ বুলি মানুহৰ বুদ্ধি যুক্তিতৰ্কই সিদ্ধান্ত কৰিব পৰা নাই।"

' সন্ধানীত লিখকে কিহৰ সন্ধানত ফুৰিছে নিজে সেই কথা কব নোৱাৰে। প্ৰশ্ন কৰিলে উত্তৰ আহে বিচাৰি ফুৰাই তোমাৰ ধ্যান। সন্ধানীত লিখকৰ এটি আত্ম-প্ৰত্যয়ৰ কথা কোৱা হৈছে যে প্ৰাকৃতিক জগতৰ দাপোণতহে আত্মদৰ্শন লাভ হব পাৰে।"

খণ্ড প্ৰলয়ৰ মাজে জগতৰ
সৃষ্টিধাৰা কেনি বৈ যায়
আদি অনাদিৰো সৃষ্টি পাতনিৰো
অগোচৰ বত সেই ঠাই।

কবিৰ অন্তৰত বিশ্ব-জগতৰ অণু-পৰমাণু পশু-পক্ষীৰ গতিশীলতাই অলেখ প্ৰশ্নৰ আউৰি তুলিছে। কবিৰ সন্ধানী দৃষ্টিয়ে তাৰ সমিধান বিচাৰি ব্যাকুল। পৰিদৃশ্যমান জগতৰ ওপৰত কবিৰ সন্ধানী দৃষ্টিয়ে মাথোন দেখা পাইছে সৰ্ব-

শক্তিমান ভগৱানৰ বিৰাট সত্তা এটি। সত্য-শিৱ-সুন্দৰৰ প্ৰতি থকা অনন্ত হেঁপাহ কবিৰ প্ৰধান উপজীৱ্য। জগতৰ আচল সত্য উদ্ঘাটন সহজ নহয়। কোনোৱে বিচাৰি উলিয়াব পৰা নাই।

সংসাৰত তুমি নোহোৱা হ'লেই
সৃষ্টিখন হব দিনতে কণা।

যুগ যুগ ধৰি স্বৰ্গপুৰীৰ অস্তিত্ব কল্পনা কৰি অহা কল্পনা-বিলাসী মানৱ-সমাজ প্ৰিয়। বিশ্বজগতৰ জন্ম-মৃত্যুকে আদি কৰি বহুতো কথাই আমাৰ অবিদিত নহয়। আমি কালৰ হাতত পুতলা সদৃশ। তথাপি জীৱনৰ থকা চাকনৈয়াৰ প্ৰতি আমাৰ ভ্ৰূক্ষেপ নাই। নতুন সৃষ্টি নতুনৰ সন্ধানত মানৱ-আত্মা ব্যাকুল।

জীৱনে বিচাৰে নিতে বাসিঘৰ
সাজি নিতে তাতে আনন্দ পাব,
তথাপি পাচতো সৃজাৰ আনন্দ
নিৰন্তৰে তাত চলি থাকিব।

কবিয়ে বিশ্বজগতৰ সৌন্দৰ্য্যৰাশিৰে অভিভূত হ'লেও বিদবে জীৱন-মৰণৰ অবিচ্ছেদ্য সৌৰভ কথা পাহৰিবপৰা নাই. তেনেদৰে পাহৰিব পৰা নাই আত্মা আৰু ভগৱানৰ সম্বন্ধৰ কথা। আত্মাৰ লগত পৰমাত্মাৰ নিবিড় সম্বন্ধ। মৃত্যুৰ পিচত আমাৰ আত্মা পৰমাত্মাতে বিলীন হয়গৈ। মানুহৰ ক্ষুদ্ৰপ্ৰাণ বা জীৱাত্মাৰ ওপৰত যেতিয়া পৰমাত্মাৰ জেউতি পৰেহি তেতিয়াই সত্যৰ ব্যাপকতা উপলব্ধি কৰিব পাৰি।

মানসী কবিৰ ১৬টি কবিতাৰ সমষ্টি। আগকথাত কবিয়ে লিখিছে "মানুহ চিৰকাল সৌন্দৰ্য্যৰ উপাসক। মানুহে প্ৰথমতে প্ৰকৃতি-জগততে সৌন্দৰ্য্যৰ বিকাশ দেখে। এই সৌন্দৰ্য্যৰ উপাসনা কৰোঁতে কৰোঁতে অন্তৰ্মুখী মানুহ দেখিবলৈ পালে যে, সৌন্দৰ্য্যৰ আধাৰ দৃশ্যমান জগত নহয়। সৌন্দৰ্য্য প্ৰকৃততে অতীন্দ্ৰিয় বস্তু, অনুভূতিৰ বিষয়।"

কবিয়ে মানসীৰ মাজেৰে বিচাৰিছে সৌন্দৰ্য্যৰ প্ৰতীক অতীন্দ্ৰিয় বস্তু-জগতক উপলব্ধি আৰু অনুভূতিৰে বুজিবলৈ। কিন্তু কবিয়ে প্ৰাকৃতিক জগতৰ খণ্ড সৌন্দৰ্য্য উপভোগ কৰোঁতেই অধিক সময় নিয়ালে। বস্তু-জগতৰ সূক্ষ্মাতি সূক্ষ্ম সৌন্দৰ্য্যও কবিৰ চকুত জিলিকি উঠিছে। কবিয়ে মানসীৰ মাজেৰে দেখা পাইছে সন্ধিয়াৰ আকাশৰ কপালত ৰঙা সেন্দুৰৰ ফোঁট, আহোৰহীয়া মেঘমালাক আঁকোৱালি লোৱা দৃশ্য। শৰতৰ আকাশৰ কপালী চন্দ্ৰাৱলী

ৰিণা আদি অপৰূপ ভূতবাজি। মানসিক ভাবেৰে উপলব্ধি কৰিবলৈ চেষ্টা চলালে যদিও বাহ্যিক ৰূপতেই কবি আপোন পাহৰা হ'ল। সেয়েহে মানসী চিৰসহচৰী হ'লেও কবিৰ অচিনাকি। কিন্তু অচিনাকি হ'লেও কবিৰ মানসী অকল প্ৰেয়সীয়েই নহয় শ্ৰেয়সীও।

ৰবীন্দ্ৰনাথৰ 'নিৰুদ্দেশ যাত্ৰাৰ' লগত নীলমণি ফুকনৰ মানসীৰ সাদৃশ্য পৰিলক্ষিত হয়। বিশ্বকবিয়ে নিৰুদ্দেশ যাত্ৰাত নিজকে এৰি দিছে মানস সুন্দৰীৰ হাতত। কিন্তু ৰবীন্দ্ৰনাথৰ এই অবিৰত যাত্ৰাৰ কাহিনী অকল এখন দিনলেখাই নহয়। কবিয়ে মানস সুন্দৰীৰ সঙ্গে যাত্ৰাকালত দেখিছে ভূমাৰ সৌন্দৰ্য্য, অপৰূপ দৃশ্য, আৰু উপলব্ধি কৰিছে অসীম সত্তাৰ কথা।

কবিৰ 'জলকুঁৱৰী' অলীক কল্পনা অলীক সপোনৰ ক্ষণিক পৰিচয়। কবিয়ে জলকুঁৱৰীৰ পিচত লৰি ফুৰিছে মায়া বা মতিভ্ৰমত পৰি। সোণৰ হৰিণৰ পিচত লৰাৰ দৰে সংসাৰ-যাত্ৰীয়ে মায়া-মোহৰ কুহেলিকাৰ পিচত লৰি ফুৰে। এনেদৰে লৰি ফুৰোঁতে ক্ষণিক পৰিতৃপ্তিয়ে আমাৰ মনত অপৰ্যাপ্ত আনন্দ দিয়ে। কিন্তু এই ক্ষণিক পৰিতৃপ্তি অসাৰ। 'পদুমনি', 'মধুমতী', 'ঋতুমতী', আদি কবিতাৰাজিত ভূমাৰ সৌন্দৰ্য্যৰাশিয়ে কবিৰ চকুত সম্মোহন আনি দিছে। ভূমাৰ সৌন্দৰ্য্য কবিয়ে সন্ধানী দৃষ্টিৰে চাইছে। বস্তু-জগতৰ সৌন্দৰ্য্য সূক্ষ্মাতি-সূক্ষ্মভাৱে চাবলৈ প্ৰচেষ্টা কৰিছে যদিও কবিৰ চাবনিত গভীৰ উপলব্ধিৰ অভাৱ। কবিয়ে অকল আপোন পাহৰা হৈছে বাহ্যিক ৰূপতহে। কবিৰ 'মনোৰমা' কবিতা ইয়াৰ ব্যতিক্ৰম। কবিয়ে মনোৰমাত আবেগত অধীৰ হৈ আপোন পাহৰা হোৱা নাই। উৰ্বশী, মেনকা, বিৰহী যক্ষ, শকুন্তলা, ঊষা, অনিৰুদ্ধ সকলোৰে সৌন্দৰ্য্য কবিৰ চকুৰ পতাত ভাহি উঠিলেও কবিয়ে একেথৰে ধ্যান কৰিছে সেই অপৰূপ সৌন্দৰ্য্যৰ ছবি। সময়ত ৰূপৰ ছায়াবাজিত মতিভ্ৰম হ'লেও কবিয়ে উপলব্ধি কৰিব পাৰিছে সেই অপৰূপৰ কথা।

সৃষ্টিৰ সকলো সৌন্দৰ্য্য মাজত
বিচাৰি তোমাক ভাগৰিলোঁ।
সৌন্দৰ্য্যৰো তুমি মূৰৰ সপোন
এই কথা আগে নাজানিলোঁ।।

ৰূপকোঁৱৰৰ সৌন্দৰ্য্য অন্বেষণৰ পিচতো কবিৰ উপলব্ধি হৈছে একেই অনুভূতি। সৃষ্টিৰ অণু-পৰমাণুৰ কণো, কেতেকী, দেৱতা, গন্ধৰ্ব সকলোৱে ৰূপকোঁৱৰৰ অন্বেষণত ব্যাকুল। ৰূপকোঁৱৰক লাভ কৰাটো সিমান সহজ

সহজ। বৰং বিশ্বস্ৰষ্টাই ৰূপকোঁৱৰ ৰূপী অপৰূপ ৰূপৰ আধাৰ। তেওঁৱেই পৃথিৱীৰ সকলো সৌন্দৰ্য্যৰ আধাৰ।

ৰূপকোঁৱৰৰ ৰূপত তাহিছে
চৰাচৰ বিশ্বখনি
ইপাৰ সিপাৰ ৰূপ সাগৰৰ
কোনেনো দেখিব মনি

ৰূপকোঁৱৰৰ অন্বেষণত কবিয়ে লাভ কৰা ৰহস্যবাদৰ সন্ধান গভীৰ আৰু সূক্ষ্ম। 'অৰূপৰ ৰূপ', 'সুন্দৰৰ লীলা', 'চিৰ সুন্দৰ' আদি কবিতাত প্ৰকাশ পাইছে সৌন্দৰ্য্য অন্বেষণৰ প্ৰতি আকুল আবেগ। সৌন্দৰ্য্য অন্বেষণ্ঃ কবি আপোন পাহৰা হ'লেও কবিয়ে বাট হেৰুৱাই অবাটে আগবঢ়া নাই। নাইবা নোপোৱাৰ বেদনাত অধীৰ হৈ ব্যৰ্থতাকে চিৰ সংগী কৰি ৰূপ লৈ জীৱন-তৰি ভটিয়নি সোঁতত, নিয়তীৰ বুকুত এৰি দিয়া নাই। চিৰ সুন্দৰক হৃদয়েৰে উপলব্ধি কৰি শেষত কবিয়ে পৰম ঐকান্তিকতাৰে কব পাৰিছে—

হে চিৰ সুন্দৰ বুজিলোঁ তুমিযে
প্ৰকাশিত হোৱা ৰূপৰ অতীত
প্ৰাণৰ দেৱতা আৰাধি থাকিম
প্ৰাণৰ মাজত হোৱা যেন থিত।

সুন্দৰৰ উপাসনা কবিতাতো সেই সুৰৰ ধ্বনি প্ৰতিধ্বনিত হৈছে—

সুন্দৰ যে আৰাধ্য দেৱতা
স্ৰষ্টাৰ দৃষ্টিত কতো
নাই অসুন্দৰ।

প্ৰাকৃতিক জগতৰ খণ্ড সৌন্দৰ্য্যৰে যে বিকাশ দেখিবলৈ পোৱা গৈছে কবিৰ কবিতাৰাজিত। খণ্ড সৌন্দৰ্য্যৰ উপলব্ধিৰে তৃপ্যাশিপাসু মানৱ-আত্মাই সৌন্দৰ্য্যৰ পৰিপূৰ্ণতা লাভ কৰা সহজ নহয়। সৌন্দৰ্য্য-সন্ধানী কবিৰ দৃষ্টিয়ে জগতৰ প্ৰতিটো অণুপৰমাণু পদাৰ্থৰ বুকুতে বিচাৰি চাইছে সৌন্দৰ্য্যৰ আকৰ। 'সত্যং শিৱং সুন্দৰম' সত্য কাৰি কবিয়ে হাড়ে-হিমজুৰে উপলব্ধি কৰিব পাৰিছে। যদিও কবিয়ে কব নোৱাৰিলে মানসী তেওঁৰ কোন শেষত কোনো মানসী প্ৰেয়সীৰ কায়িক ৰূপৰ কথাকে মনৰণৰা পৰিহাৰ কৰিব বিচাৰিছে।

দেহৰ সৌন্দৰ্য্যৰ প্ৰতি থকা কবিৰ দুৰ্বাৰ শেষত ঠাই দিছে মানৱ-মনৰ গভীৰ তলিত অৰূপ ছায়া চিত্ৰবে।

মানস প্ৰতিমা মনতেই খণ্ড
বাহিৰত গঢ়ি আৰু যে নলও
দিবলই বিসৰ্জন।

ৰহস্যবাদী কবি হিচাপে এইখিনিতে নীলমণি ফুকনৰ সাৰ্থকতা। ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাৰ মতে কবলৈ হ'লে "মানসীৰ কবিতাসমূহ সৌন্দৰ্য্যানাভূতিৰ নিদৰ্শন। অন্তৰ্দৃষ্টি আৰু ভাবুকতাৰ পৰিচয় পোৱা গ'লেও আবেগৰ তীব্ৰতা আৰু প্ৰকাশৰ সাবলীলতা বহুতো কবিতাত পোৱা নাযায়।

সৌন্দৰ্য্যৰ অন্বেষণত উটি-ভাহি কবি আপোন পাহৰা হৈছে। ভগৱানৰ অসীম সত্তাৰ কথা উপলব্ধি কৰাৰ প্ৰবল হেঁপাহ থাকিলেও সৌন্দৰ্য্যৰ ঢৌত উটি-ভাহি কবিয়ে বহু সময়ত লক্ষ্যত উপনীত হব পৰা নাই। সেয়েহে নলিনীবালা দেৱীৰ অতীন্দ্ৰিয়বাদী কবিতাসমূহৰ ভাবৰ যি গভীৰতা, নাইবা দুৰ্গেশ্বৰ শৰ্মাৰ কবিতাৰ গভীৰ দাৰ্শনিকতাৰ ক্ষীণ প্ৰতিধ্বনিহে নীলমণি ফুকনৰ কবিতাত দেখা যায়।

বলিয়া ফাগুনৰ ফুলৰ ৰেণু, শৰতৰ চন্দ্ৰাৱলী নিশা, ৰাগ-ৰঞ্জিত আলাপান, কঁহুৱা বন, চাপৰিৰ বতাহত নাচি থকা সৰিয়হ ফুল, পুখুৰীৰ পদুমনিৰ মাজৰ ৰাজহংস আৰু আদি ভূমাৰ সৌন্দৰ্য্যৰ খণ্ড চিত্ৰ নীলমণি ফুকনৰ কবিতাত প্ৰকাশ পাইছে। ঠায়ে ঠায়ে নীলমণি ফুকনৰ কবিতাৰ লগত কালিদাসৰ উপমাৰ সাদৃশ্য দেখা যায়।

# ১৬ দেৱকান্ত বৰুৱা

কলংপৰীয়া কবি দেৱকান্ত বৰুৱা ৰোমাণ্টিক যুগৰ পেটমোচা কবি। তেওঁৰ পিতৃ নগাঁওৰ খৰঘৰীয়া বৰুৱাৰ বংশধৰ নীলকান্ত বৰুৱা। ১৯১৪ খৃঃত ডিব্ৰুগড়ত তেওঁৰ জন্ম। ১৯৩১ খৃঃত নগাঁও চৰকাৰী হাইস্কুলৰপৰা প্ৰবেশিকা পাছ কৰি কাশী বিশ্ববিদ্যালয়ত পঢ়ে আৰু উক্ত বিশ্ববিদ্যালয়ৰ পৰা ১৯৩৫ খৃঃত বি. এ. ডিগ্ৰী লাভ কৰে। ১৯৩৭ খৃঃত এল এল বি পৰীক্ষাত উত্তীৰ্ণ হয়। শ্ৰীবৰুৱাই ছাত্ৰাৱস্থাৰেপৰা সক্ৰিয় ৰাজনীতিত যোগদান কৰি কংগ্ৰেছকৰ্মী হিচাপে কাৰাবৰণ খাটিব লগা হয়। স্বাধীনতা লাভৰ পিচতো সংসদী ৰাজনীতিত উঠিপৰি লাগিছিল। অসম বিধানসভাত অধ্যক্ষ হোৱাৰ উপৰিও কিছুকাল তেওঁৰ অসমৰ শিক্ষামন্ত্ৰী আছিল। ১৯৪৪ খৃঃত অসমীয়া আৰু ১৯৪৫ খৃঃত দৈনিক অসমীয়াৰ সম্পাদকৰ দায়িত্ব বহন কৰিছিল। নতুন নতুন অসমীয়াৰো (১৯৪৮) দেৱকান্ত বৰুৱাই প্ৰতিষ্ঠাতা সম্পাদক।

'সাগৰ দেখিছা' দেৱকান্ত বৰুৱাৰ একমাত্ৰ কবিতাৰ সংকলন। মুষ্টিমেয় কবিতা ৰচনাৰে যি-সকল কবিয়ে সাহিত্যত বিশিষ্ট আসন লাভ কৰিব পাৰিছে দেৱকান্ত বৰুৱা সেই সকলৰ মাজত অন্যতম। দেৱকান্ত বৰুৱা অসমীয়া সাহিত্যত এটা বিস্ময়। মুষ্টিমেয় কেইটিমান কবিতাৰে নবন্যাসৰ ব'দ কাঁচলিত সাহিত্যক্ষেত্ৰত শ্ৰীবৰুৱাই যি আলোড়ন সৃষ্টি কৰিলে আন কোনো অসমীয়া কবিয়ে সেই খ্যাতিৰ অধিকাৰী হ'ব পৰা নাই।

দেৱকান্ত বৰুৱা সম্পূৰ্ণৰূপে ব্যক্তিকেন্দ্ৰিক কবি। ৰোমাণ্টিক যুগৰ শেষ কবি হ'লেও তেওঁৰ কবিতাতেই ৰোমাণ্টিক আন্দোলনে পৰিপূৰ্ণতা লাভ কৰিছে। সাগৰ দেখিছাৰ কবিতাত তেওঁৰ কবি জীৱন আৰম্ভ আৰু শেষ কৰিছিল ব্যক্তি-স্বাতন্ত্ৰতাৰ মাজেদিয়েই। জীৱনৰ আদিম পুৰাৱেপৰা দেৱকান্ত

বৰুৱাই নিজকে কবি বুলি দাবী কৰি আহিছে। তৰুণ কবিক কোনোবা উৰ্বশীয়ে অচিনাকী মায়াময়ী চঞ্চল চাৱনিৰে উন্মাদ মনৰ শতিকাৰ দুখ-বেদনা মথিমূৰ কৰি অগ্নিবীণাৰ সুৰ সৃষ্টি কৰাৰপৰা আঁতৰাই আনি অন্তৰত বোৱাই দিলে এখনি স্নেহৰ ইন্দ্ৰজাল।

'নতুন প্ৰেমৰ লাজুক দৃষ্টি
আবেগত তাৰ জাগিল সৃষ্টি
প্ৰথম পুৱাৰ হিৰণ-বৰণ অৰুণ কিৰণ ইন্দ্ৰজাল।'

কবিয়ে বিচাৰিলে তাৰ মাজেদি মাটিৰ বুকুত জোনাকৰ জেউতিৰে যৌবনৰ আগমনী অনুভূতিৰ স্বতঃস্ফূৰ্ত প্ৰকাশ। মানৱী-প্ৰেমৰ মধুৰ আবেশেৰে ৰূপহী গাভৰুৰ সৌন্দৰ্য্যত প্ৰাণৰ অফুৰন্ত আবেগ-অনুভূতিৰ সাৰ্থকতা লভিবলৈ বৰুৱাৰ দৰে আৰু বহুতো কবিয়ে বিচাৰিলে, কিন্তু দূৰ দূৰলৈ গুচি গ'ল। তাৰ পৰিণতিত বহুতেই পলায়নবাদী মনোবৃত্তিৰে নিজৰ অন্তৰৰ হা-হুমুনিয়া আওপাকে প্ৰকাশ কৰিলে। জ্যোৎস্নাবিলীন অমানিশা নিৰলে নিজানত বহি অন্তহীন ভাবৰাশিৰ উপশম কৰিব নোৱাৰি আবেগ বলিয়া বহুতেই চকু উথহালে বিৰহৰ চকুলো টুকি টুকি। এইখিনিতে ৰোমাণ্টিক কবিসকলে নিজৰ স্বকীয় কবি-প্ৰতিভা ম্লান কৰি পেলালে অকল প্ৰিয়জনৰ বুকুৰ উমনি বিচাৰিয়ে। ডাণ্টে বিয়েট্ৰিচৰ প্ৰতি থকা প্ৰণয়ৰ অন্তৰালত সৃষ্টি কৰিছিল ডিভাইন কমেডি'ৰ মাজেদি বিশ্বপ্ৰেমৰ অতুলনীয় নিদৰ্শন। কিন্তু আমাৰ ৰোমাণ্টিক কবিসকল ঠেক গণ্ডীৰপৰা আঁতৰিব নোৱৰা বাবে সেই খ্যাতিৰ পৰাহৰপৰা খহি পৰিল। অম্বিকাগিৰী ৰায়চৌধুৰীয়ে 'তুমি' কাব্যৰ মাজেৰে কিছু পৰিমাণে সেই খ্যাতি লাভ কৰিছিল। দেৱকান্ত বৰুৱাও সেই গ্লানিৰপৰা মুক্ত হব নোৱাৰিলে। আনহাতে বিহগী কবি ৰঘুনাথ চৌধাৰী চৰাই আৰু প্ৰকৃতি-জগতৰ লগত সম্বন্ধ পাতি আপোন কৰি লব পৰা বাবেই নিজৰ বৈশিষ্ট্য ফুটাই তুলি স্বকীয়া আসন দাবী কৰিব পাৰিছে।

কলং পাৰত মাঘনিশা খন্তেকৰ বাবে লগ লৈ চিৰদিনৰ বাবে আনৰ হবলৈ ওলোৱা মৰমী ৰূপহীক কলং পাৰতে শেষ বিদায় দি উদাস দৃষ্টিৰে কবিয়ে এবাৰ মুকলি আকাশৰ পিনে চাই কি ভাবিছিল তাৰ সন্ধান নাপালেও কবিৰ বুকু পোৰকত ওকনি উঠা দেখা গৈছে একাৰি কথা সুঁৱৰি—

'প্ৰথমে জগালে।' মঞে জ্বলালো গাভৰুৰ মনোৰমা
দিলাম তোমাৰ।'

ইংৰাজ কবি ৰবার্ট ব্রাউনিঙে জীৱনৰ এনে সন্ধিক্ষণত আনন্দৰ অভিব্যক্ত গৌৰৱান্বিত হৈ পৰা দেখা গৈছে।

'And heaven just prove that I and she
Ride, ride together, forever ride'

কলঙৰ নিজান পাৰত বহি কবি দেৱকান্তৰ অন্তৰতো হয়তো ভাৱৰ জোৱাৰ আহিছে। বিনন্দীয়া পৃথিৱীৰ বুকুত কবিৰ ব্যৰ্থতাৰ তুচ্ছ ইতিহাসখন কবিতাৰ পূৰ্ণভাৱে প্ৰকাশ কৰিব নোৱাৰি সোণালী যৌৱনৰ কালছোৱা বনৰীয়া বিহ মেটেকাৰ দৰে উটি ভাহি ফুৰা বাবে আক্ষেপ কৰিছে। হয়তো কোনোবা নতুন কবিয়ে এই কলং পাৰতে জীৱনৰ জয়মাল্য ৰচনা কৰি ভৱিষ্যতৰ পথ সুমহীয়ান কৰি যাব, কিন্তু কবিৰ কাৰণে—

'আমাক পাহৰি যাব অনাগত ভৱিষ্যই
মানুহৰ মিছা ইতিহাসে।'

কবিৰ আকাশলঙ্ঘা আশা-আকাঙ্ক্ষাই বিচাৰিছিল প্ৰিয়জনৰ মাজেদি বিশ্বৰ মাধুৰী ৰাশি জীৱনৰ মৌকোহৰ এখানি সন্ধান।

'চকুৰ ভাষাৰে কয় অন্তৰৰ সাঁচি থোৱা কথা
যি কথা কাকো কোৱা নাই।

তেওঁৰ কবিতাত নিয়তিৰ জয় আৰু মানুহৰ বীৰ্য্য ঘোষিত হৈছে। সৃষ্টিৰ প্ৰথম পাতনিৰে পৰা মানুহে ভাগ্য বিপৰ্য্যয়ৰ সতে যুঁজ-বাগৰ কৰি আহিব লগা হৈছে। সংসাৰৰ ধুমুহাত কবিৰ জীৱন-তৰি থৰকাছুটি হেৰবাব লগা হ'লেও কবিয়ে কিন্তু সান্ত্বনা লাভ কৰিব পাৰিছে এষাৰি কথা সুঁৰৰি—

"আমাৰ কাৰণে সখি, আমাৰ কাৰণে কান্দে গাভৰৰ
ওঠৰ লালিমা।"

এটোপাল নিয়ৰেৰে সাগৰৰ বিস্তৃতি প্ৰমাণ কৰিব নোৱাৰাৰ দৰে অন্তৰৰ অফুৰন্ত ভালপোৱা এখাৰি ক্ষুদ্ৰ মালাৰে প্ৰকাশ কৰিব নোৱাৰি। কবিৰ অপ্ৰকাশ কবিতাৰ মাজত লুকাই আছে আদিম মানৱ আদাম-ইভৰ প্ৰথম প্ৰেমৰ চানেকি এখনি। সৃষ্টিৰ প্ৰথম পাতনিৰে পৰা সীমাহীন ভালপোৱা সৌন্দৰ্য্যৰ প্ৰকাশ বিচাৰি আমি নিয়তিৰ পৰিহাসত লাঞ্ছিত হব লগা হৈছে।

ৰোমাণ্টিক কবিসকলৰ জীৱন বৈচিত্ৰ্যময়। কোলাহলপূৰ্ণ নিষ্ঠুৰ পৃথিৱীখনত অতিষ্ঠ হৈ এখন বেলেগ অনুভূতিৰ জগতত প্ৰবেশ কৰে। অসমীয়া ৰোমাণ্টিক কবিতাত দেৱকান্ত বৰুৱাৰ জগতখন তেনে অনুভূতিপূৰ্ণ বৈচিত্ৰ্যময়।

প্ৰেম আৰু কবিতা সৃষ্টি এই দুয়োটাকে তেওঁৰ কাব্যিক জীৱনৰ শ্ৰেষ্ঠ সম্পদৰূপে আবিষ্কাৰ কৰি লৈছিল। কলং পাৰৰ দূৰবিস্তৃত আকাশৰ তুলনা বিচাৰিছে আৰু নৰি গৰা শেৱালিৰ কোমল সুবাসে তেওঁৰ মন উন্মনা কৰিছে। তন্দ্ৰালসা গাভৰুৰ বুকুৰ যৌৱনক প্ৰেমৰ স্পৰ্শেৰে সঞ্জীৱিত কৰিব পৰাটোৱেই কবিৰ অহঙ্কাৰ। প্ৰেমৰ ক্ষেত্ৰত এয়ে কবিৰ শেষ কথা।

কবিয়ে কলঙৰ নিজান পাৰত বহি অতীত ৰোমন্থন কৰিছে। এদিন আহি মৃত্যুৱে কবিক আকোৱালি লব আৰু এই ঠাইতে নতুন কবিয়ে আহি জীৱনৰ জয়গান গাব। অনাগত ভবিষ্যৎ আৰু মিছা ইতিহাসে পাহৰি যাব কবিৰ কথা। কবিয়ে ব্যাথাহত দুৰ্ভগীয়া জীৱনৰ গীতেৰে কলঙৰ দুটি পাৰ কোমল কৰুণ কৰি তুলিলে। মৃত্যুৰ বাহিৰলৈ ক্ষুদ্ৰ জীৱন যাব নোৱাৰিলেও কবিয়ে সীমাৰ মাজত বিচাৰিছে প্ৰিয়তমাৰ তপত বুকুৰ উম। কবিৰ জীৱনৰ আশা আকাশলক্ষ্মী নহয়।

প্ৰকৃতি জগতত ফুল আৰু পখিলাৰ মিলন, বননিৰ প্ৰাণৰ হিল্লোল, পুৱতি তৰাৰ সৌন্দৰ্য্য আৰু কলঙা পাৰৰ দূৰবিস্তৃত আকাশৰ তুলনা, বকুল বনত সখিয়তী চৰাইৰ কৰুণ বিননি, এয়েই কবিৰ কবিতাৰ উৎস। কবিৰ কোমল অনুভূতিয়ে এজন তৰুণৰ হিয়াতো প্ৰাণৰ বিননি তুলিব পাৰে তাতেই কবিৰ জীৱনৰ সাৰ্থকতা। কবিয়ে হাবিয়াস কৰিছে দাপোণত ৰূপ চাই আপোন ৰূপত মুগ্ধা ৰূপহীয়ে এবাৰ তেওঁৰ কথা ভাবক আৰু 'হাহিৰ বিজুলী এটি', 'এটি কটাক্ষ চাৱনি' কবিৰ কাঙাল হৃদয়ৰ এয়ে কামনা।

কিন্তু কবিয়ে সংসাৰৰ কোনো সম্পদতে সাৰ্থকতা বিচাৰি পোৱা নাই, যেন সকলো নিৰৰ্থক। ৰাতিপুৱা ফুলি উঠা ফুল পাহি আবেলি লেৰেলি যায়। দিনৰ পোহৰৰ পৃথিৱীক নিশাৰ অন্ধকাৰে আবৰি ধৰে। আমাৰ যৌৱনো তেনেদৰে দুদিনীয়া। কিন্তু কবিয়ে এই দুদিনীয়া যৌৱনতে বিচাৰি পাইছে প্ৰেমৰ সাৰ্থকতা। আনৰ দৃষ্টিত এই প্ৰেম পাপ হ'লেও কবিৰ বাবে এয়েই স্বৰ্গ।

কবিৰ কল্পনা, সীমা আৰু অসীমৰ মাজত কাৰোবাৰ পৰশতে সীমাবদ্ধ নহয়। ধৰণীৰ বুকুত ইমান শৃঙ্খলা বিৰাজমান। কাৰ পৰশত মাটিৰ বুকুত অপৰূপ ফুল ফুটিছে, আনন্দৰ শিহৰণ জাগি উঠিছে—এইবিলাকৰ অন্তৰালত যে কোনোবা এজন আছে সেই বিষয়ে সন্দেহ নাই। কিন্তু কবিয়ে সেই সৃষ্টিৰ গৰাকী অৰূপক ৰূপৰ তুলিৰে বহলাৰ বিচাৰে—

সৃষ্টি কৰোঁ অনুভৱ অপূৰ্ব মূৰতি
ছন্দৰ বৰণ সানি ধৰাৰ ধূলিৰে।

'তুমি হুৰুজিয়া সখি' কবিৰ কাব্য জীৱনৰ মূলমন্ত্ৰ বুলি ক'লেও ভুল কোৱা নহব। বিশাল সাগৰৰ বুকুত ক'ত শত ঢৌ মাৰ খোৱাৰ দৰে উক্ত কবিতাটোত কবিৰ অন্তৰৰ সকলো অনুভূতি খুপ খাইছেহি। সাগৰৰ বুকুৰ ক'ত শত ঢৌৰ দৰে কবিৰ অন্তৰতো অশেষ ভাবৰ জোৱাৰ উঠিছে লৰণুকোৱাৰ এখন দৰদী অন্তৰৰ অকণি সহানুভূতি বিচাৰি। তাৰ স্বতঃস্ফূৰ্ত প্ৰকাশেই যেন এই বিনন্দীয়া পৃথিৱীৰ গছ-লতা, পশু-পক্ষী, ঋতু-সম্ভাৰ সকলোকে অনুৰণিত কৰিছে, আৰু সকলোৰে কবিৰ প্ৰতি আছে এক মৌন সমবেদনা।

'আজ নিশা সাৰ পাই শুনিছানে কেতিয়াবা
কেতেকীৰ হিয়া ভগা মাত
ভাবিছানে এটিবাৰো পখীৰ ভিতিত কান্দে
মানুহৰ বুকুৰ সম্বাদ।'

দুখৰ পৃথিৱীত কবিয়ে হৃদয়ৰ ৰঙা তেজ ঢালি জঁয়পৰা মালতীৰে মিলনৰ সোণালী কাবেং ৰচিবলৈ বিচাৰে। বিফল বাসনা বিফলে যাব বুলি গম পালেও কবি হতাশ নহয়। কবিৰ বেদনাতুৰ অন্তৰখনিয়ে পোৱা-নোপোৱাৰ হিচাপতকৈ কৰি যোৱাৰ আনন্দৰ প্ৰতি বেচি উৎসুক। এধুৰি সজল চকুৰে অন্তৰৰ অন্ধকাৰ নাশ কৰি খন্তেকৰ বাবে হ'লেও হিয়া উজলাব, সেই কণেই বিচাৰে কবিৰ আকুল অন্তৰে। তাৰ পৰিণতি কি সি অজ্ঞাত নহয়—

'ষষ্ঠীত প্ৰতিষ্ঠা কৰা দেৱীক বিসৰ্জো আমি বিজয়াৰ
বিফল সন্ধ্যাত।'

জীৱনৰ ডকা চাকনৈয়াত পৰি কবিৰ দৰে এনেদৰে খুব কমেই থিৰেৰে ৰব পাৰিব। বিহুৰ উছৱত কবি উতলা, বিহুৱা কোঁৱৰৰ আগমনীয়ে অকল প্ৰকৃতি ৰাজ্যতে আলোড়ন নোতোলে, কবিকো নাচি নচুৱায়। বিহুৰ মহা উছৱৰ হিয়া ভৰা উলাহত উতলা হ'বলৈ বিচাৰোঁতেই ধৰিব পাৰে নিজৰ জীৱনৰ ভুলৰ কথা। তথাপি মনক প্ৰবোধ দিব পাৰিছে—"মই তোৰ জীৱনৰ কৰিম" বুলি ভাবি। কবিৰ অন্তৰত অতীত মাধুৰীৰ কথা সজীৱ হৈ থাকিলেও সকলো যেন পাহৰণিৰ গৰ্ভত বিলীন কৰি দিছে। ইয়াতকৈ অসহনীয় কথা আৰু কি হব পাৰে—

'তোৰেই কবিতা লিখোঁ
তোকে সপোনত দেখোঁ
তয়ে সোধ মই তোৰ কোন ?'

'সাগৰ দেখিছা'ৰ প্ৰায়বিলাক কবিতাতে ফুটি উঠিছে কবিৰ গভীৰ ভাল পোৱাৰ ভাবাবেগ। আৰু নিজৰ অন্তৰৰ কোনো কথাকে প্ৰাণ খুলি কবলৈ সংকোচ কৰা নাই। প্ৰিয়ৰ লগত দৈহিক মিলন বা পোৱা নোপোৱাৰ দুখ-বিষাদৰ সলনি গভীৰভাৱে উপলব্ধি কৰিব পৰাটোৰেই কবিৰ প্ৰেমৰ সাৰ্থকতা। এই ভাবাবেগ ৰোমান্টিক কবিতাৰ লক্ষণ। তেওঁৰ 'লাচিত বৰফুকন' কবিতাৰ মাধ্যমেৰে জাতীয় জীৱনৰ স্বৰূপটো ফঁহিয়াই চাই অসমীয়া মানুহৰ স্বাৰ্থপৰতা নীচতা হীনতাৰ প্ৰতি তীব্ৰ সমালোচনা কৰিছে।

তেওঁৰ কবিতাৰ ভাব আৰু প্ৰকাশভঙ্গী আন কবিৰপৰা সম্পূৰ্ণ পৃথক। ৰঘুনাথ বৰকাকতীৰ পিচতে অসমীয়া কবিতাত ছন্দ-বৈচিত্ৰ্য দেখা যায় দেৱকান্ত বৰুৱাৰ কবিতাত। তেওঁৰ কবিতাৰ আন এটি বৈশিষ্ট্য ব্ৰাউনিঙৰ কবিতাৰ দৰে নাটকীয় স্বগতোক্তি। তেওঁৰ কবিতাৰ ভাষা গদ্যৰ সমীপবৰ্তী আৰু ৰোমান্টিক কবিতাৰ বাবে ই অভিনৱ।

তেওঁৰ কবিতাৰ অন্যতম বৈশিষ্ট্য ছন্দৰ সাবলীলতা। শব্দ বাছনি আৰু কথন-ভঙ্গী অপূৰ্ব। তেওঁৰ কবিতাৰ কল্পচিত্ৰসমূহ নিমজ আৰু হৃদয়স্পৰ্শী। মুখ্যতঃ দেৱকান্ত বৰুৱা প্ৰেমৰ কবি হ'লেও তেওঁৰ কবিতাত প্ৰেমৰ মূৰ্ছনাই এটি স্বকীয় ভঙ্গী লাভ কৰিব পাৰিছে। কবি প্ৰেমৰ ক্ষেত্ৰত সফল নে বিফল তেওঁৰ কবিতাত অস্পষ্ট। কিন্তু কবি পলায়নবাদী মনোবৃত্তিৰ উপাসক নহয়, সেই কথা স্পষ্ট। দেৱকান্ত বৰুৱাই শেষকালত নৱন্যাস আন্দোলনৰ গুৰি ধৰি সাহিত্য ক্ষেত্ৰৰপৰা আঁতৰি গ'ল। আনহাতে তেৰেঁই নতুন কবিতাৰ দুৱাৰ মুকলি নকৰিলেও স্বাগত জনালে।

'জীৱনৰ উদ্‌ভ্ৰান্ত ছন্দৰ তালে
উতলা কৰিছে মোক
জানো মই গতি নাই গতিৰ বাহিৰে।'

'গতিশীলতাই জীৱন আৰু স্থবিৰতাই মৰণ'। সময়ৰ হাতবাউলিৰ লগত খোজ মিলাবলৈ দেৱকান্ত বৰুৱা প্ৰস্তুত হ'ল যদিও সক্ৰিয় ৰাজনীতিত অংশ গ্ৰহণ কৰি সাহিত্য ক্ষেত্ৰৰপৰা একপ্ৰকাৰ চাহ এৰা দিলে। তেওঁৰ ৰোমান্টিক কবিতাৰ শব্দ প্ৰয়োগ শব্দ বাছনিৰ মাজতো আধুনিক কবিতাৰ ইঙ্গিত প্ৰকাশ পাইছিল।

# কবি আৰু কাব্য গ্ৰন্থ

---

গুণাভিৰাম বৰুৱা—জন্ম ১৭৫৯ শক, ১৮৩৭ খৃঃ ; মৃত্যু ১৮৯৪। পিতৃ ৰণৰাম বৰুৱা, মাতৃ শচীদেৱী। কাব্যগ্ৰন্থ—কাব্য কুসুমম্ প্ৰথম খণ্ড, ১৮৮৪ খৃঃ, পৃঃ ৮৯।

ৰমাকান্ত চৌধুৰী—জন্ম ১৮৪৬ খৃঃ, মৃত্যু ১৮৮৯ খৃঃ। পিতৃ লক্ষ্মীকান্ত চৌধুৰী। অভিমন্যু বধ কাব্য, ১৮৭৫ খৃঃ।

ভোলানাথ দাস—জন্ম ১৮৫৮ খৃঃ, মৃত্যু ১৯২৯, ২ জুলাই। পিতৃ বাপীৰাম দাস, মাতৃ পদ্মা দেৱী। চিন্তাতৰঙ্গিণী ১ম ভাগ, ২য় ভাগ ১৮৮৪, কবিতামালা ১ম ভাগ ১৮৮১, কবিতামালা ২য় ভাগ ১৮৮৩, সীতাহৰণ কাব্য ১৯৩২।

বলদেৱ মহন্ত—জন্ম ১৮৫০, মৃত্যু ১৮৯৫। উজুপাঠ ১৮৮৪।

ৰত্নেশ্বৰ মহন্ত—জন্ম ১৮৬৪, মৃত্যু ১৮৯৩। পিতৃ ধানেশ্বৰ মহন্ত। কবিতাহাৰ আগছোৱা।

কমলাকান্ত ভট্টাচাৰ্য্য—জন্ম ১৮৫৩ ডিচেম্বৰ, মৃত্যু ১৯৩৬ ডিচেম্বৰ। পিতৃ বাণেশ্বৰ ভট্টাচাৰ্য্য। চিন্তানল আগছোৱা ১৮৯০, চিন্তানল শেষছোৱা ১৯২২, চিন্তা তৰঙ্গ আগছোৱা ১৯৩৩। সভাপতি অসম সাহিত্য সভা একাদশ অধিবেশন, যোৰহাট ১৯২৯ মাৰ্চ।

সত্যনাথ বৰা—জন্ম ১৮৬০, মৃত্যু ১৯২৫। পিতৃ দয়ানাথ বৰবৰা, মাতৃ মাতৃ অমিয়া বৰবৰা। গীতাৱলী ১৮৮৩।

লক্ষ্মীৰাম বৰুৱা—সঙ্গীত কোষ, সঙ্গীত সাধনা।

চন্দ্ৰকুমাৰ আগৰৱালা—জন্ম ১৮৬৭, ২৮ নৱেম্বৰ, মৃত্যু ১৯৩৮ ২ মাৰ্চ। পিতৃ হৰিবিলাস আগৰৱালা, মাতৃ মলমা। প্ৰতিমা ১৯১৩, বীণ-বৰাগী ১৯২৩, চন্দ্ৰামৃত ১৯৩৭।

**লক্ষ্মীনাথ বেজবৰুৱা**—জন্ম ১৮৬৪, লক্ষ্মী পূৰ্ণিমা, মৃত্যু ১৯৩৮, ২৬ মাৰ্চ। পিতৃ দীননাথ বেজবৰুৱা। কদমকলি ১৯১৩, পদুমকলি ১৯৬৯। সভাপতি অসম সাহিত্য সভা, সপ্তম অধিবেশন, ১৯২৪ গুৱাহাটী।

**হেমচন্দ্ৰ গোস্বামী**—জন্ম ১৮৭২, ৮ জানুৱাৰী, মৃত্যু ১৯২৮, ২ মে। পিতৃ ডম্বৰুধৰ গোস্বামী, মাতৃ ধনকান্তি দেৱী। ফুলৰ চাকি ১৯০৭, সভাপতি অসম সাহিত্য সভা, চতুৰ্থ অধিবেশন, তেজপুৰ ১৯২০।

**পদ্মনাথ গোঁহাঞি বৰুৱা**—জন্ম ১৭৯৩ শক, ১৮৭১ খৃঃ, মৃত্যু ১৯৪৬ খৃঃ ৮ বহাগ। পিতৃ ঘিণাৰাম বৰুৱা। জুৰণি ১৯৩৮, লীলা ১৯৩১, ফুলৰ চানেকি ১৯৪১। সভাপতি অসম সাহিত্য সভা, প্ৰথম অধিবেশন, শিৱসাগৰ ১৯১৭।

**নবীনচন্দ্ৰ বৰদলৈ**—জন্ম ১৮৭৫ খৃঃ, মৃত্যু ১৯৩৮, ২৬ ফেব্ৰুৱাৰী। পিতৃ মাধৱচন্দ্ৰ বৰদলৈ। তীৰ্থযাত্ৰী ১৯৫৯।

**বেণুধৰ ৰাজখোৱা**—জন্ম ১৮৭২ ডিচেম্বৰ, মৃত্যু ১৯৫৫। পিতৃ সুচন্দ ৰায়। চন্দ্ৰ সম্ভৱ ১৮৯৫, পঞ্চ কবিতা ১৮৯৫, দশগীত ১৮৯৯, সকীলৰাৰ গান ১৯০১। সভাপতি অসম সাহিত্য সভা, নৱম অধিবেশন, ধুবুৰী ১৯২৬।

**আনন্দ চন্দ্ৰ আগৰৱালা**—জন্ম ১ ৭৪, মৃত্যু ১৯৩৯। পিতৃ কাশীৰাম আগৰৱালা। জিলিকনি ১৯২০, ব্ৰহ্ম সঙ্গীত। সভাপতি অসম সাহিত্য সভা, পঞ্চদশ অধিবেশন, মঙ্গলদৈ ১৯৩৪।

**দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা**—জন্ম ১৮৭০, মৃত্যু ১৯২৮। উদ্দু কবিতা ফুল ১৮৯৯, নবা কবিতা ১৮৯৯।

**তৰুণৰাম ফুকন**—জন্ম ১৮৭৭ মাঘ, মৃত্যু ১৯৩৯, ২৮ জুলাই। পিতৃ বলৰাম ফুকন। স্তুতিমালা ১৯২৬। সভাপতি অসম সাহিত্য সভা, দশম অধিবেশন, গোৱালপাৰা ১৯২৭।

**মফিজুদ্দিন আহমদ হাজৰিকা**—জন্ম ১৮৭০, আগষ্ট; মৃত্যু ১৯৫৮, ২৯ অক্টোবৰ। জ্ঞান মালিনী ১৮৯৬। সভাপতি অসম সাহিত্য সভা, দ্বাদশ অধিবেশন, গোলাঘাট ১৯৩০।

**হিতেশ্বৰ বৰবৰুৱা**—জন্ম ১৮৭৬ জানুৱাৰী, মৃত্যু ১৯৩৯ ফেব্ৰুৱাৰী। পিতৃ চিকৌ গগৈ। ডোপাকলি ১৯০২, কমতাপুৰ ধ্বংস ১৯১৭,

বিৰহিণী বিলাপ ১৯১৩, তিকতাৰ আত্মদান ১৯১৪, আভাস ১৯১৫, যুদ্ধক্ষেত্ৰত আহোম ৰমণী ১৯১৫, অঞ্জলি ১৯১৭, জেহ্লুকি-মোনা ১৯১৭, মালচ ১৯১৮, চকুলো ১৯২২।

চন্দ্ৰধৰ বৰুৱা—জন্ম ১৮৮৪ আহিন, মৃত্যু ১৯৬১, ২৬ অক্টোবৰ। পিতৃ দুৰ্গাধৰ বৰুৱা। ৰঞ্জন ১৯২৭, বিদ্যুৎ বিকাশ, কামৰূপ জীয়ৰী। সভাপতি অসম সাহিত্য সভা, দ্বিতীয় অধিবেশন, গোৱালপাৰা, ১৯১৮।

দুৰ্গেশ্বৰ শৰ্মা—জন্ম ১৮৮৫, মৃত্যু ১৯৬১, ৪ চেপ্টেম্বৰ। পিতৃ কমলেশ্বৰ শৰ্মা। অঞ্জলি ১৯১০, নিবেদন ১৯১৫।

ৰঘুনাথ চৌধাৰী—জন্ম ১৮৭৮, ৫ মাৰ্চ, মৃত্যু ১৯৬৮, ১৮ নবেম্বৰ। পিতৃ ভোলানাথ চৌধাৰী। সাদৰী ১৯১০, দহিকতৰা ১৯৩১, কেতেকী ১৯১৮, কাৰবালা ১৯২৩, নৱমল্লিকা ১৯৫৮। সভাপতি অসম সাহিত্য সভা, ষোড়শ অধিবেশন, তেজপুৰ ১৯৩৬।

অম্বিকাগিৰী ৰায়চৌধুৰী—জন্ম ১৮৮৫ ডিচেম্বৰ, মৃত্যু ১৯৬৭, ২ জানুৱাৰী। পিতৃ কৃষ্ণৰাম ৰায়চৌধুৰী, মাতৃ দৈৱকী দেৱী। তুমি ১৯১৬, বীণা ১৯১৬, অনুভূতি ১৯৫৪, স্থাপন কৰ স্থাপন কৰ ১৯৫৮, বেদনাৰ উল্কা ১৯৬৪, বন্দো কি ছন্দেৰে ১৯৫৮, দেশেই ভগবান ১৯৬৫। সভাপতি অসম সাহিত্য সভা, একবিংশ অধিবেশন, মাৰ্ঘেৰিটা ১৯৫০।

নলিনীবালা… 

নীলমণি ফুকন—জন্ম ১৮৮০ জুন। পিতৃ লম্বোদৰ খাৰঘৰীয়া ফুকন। জ্যোতিকণা ১৯৩৮, মানসী ১৯৪৩, গুটিমালী ১৯৫০, জিঞ্জিৰি ১৯৫১, অমিত্ৰা ১৯৫২, সন্ধানী ১৯৫৩, মৰ্মবাণী ১৯৬৩, শতধাৰ ১৯৬২, আহুতি, তৰুণ অসম ১৯৬৫, মৰাভালৰ কুঁহি পাত ১৯৬৫। সভাপতি অসম সাহিত্য সভা, বিংশ আৰু একবিংশ অধিবেশন, শিৱসাগৰ ১৯৪৪ আৰু ডিব্ৰুগড় ১৯৪৭।

ইন্দ্ৰেশ্বৰ বৰঠাকুৰ—জন্ম ১৮৮৭ চেপ্টেম্বৰ, মৃত্যু ১৯৬৮। পিতৃ দুৰ্গেশ্বৰ বৰঠাকুৰ। চন্দ্ৰমল্লিকা ১৯৫১, ৰণজেউতি ১৯৫৫, সন্তৰ্পণ ১৯৫৩।

সিংহদত্ত দেৱ অধিকাৰী—জন্ম ১৮৮৯, মৃত্যু ১৯২৫। পিতৃ মহোদত্ত অধিকাৰী। কবিতা লহৰী ১৯১৮, বেণু ১৯১৮, গীতিমালিকা ১৯১৯, মণিমালা ১৯২০।

**ধৰ্মেশ্বৰী দেৱী বৰুৱানী**—জন্ম ১৮৯২, মৃত্যু ১৯৬০, ৯ মাৰ্চ। পিতৃ যজ্ঞেশ্বৰ দেৱ গোস্বামী। ফুলৰ শৰাই ১৯২৯, প্ৰাণৰ পৰশ ১৯৫২, অশ্ৰুধাৰা আৰু জীৱন তৰী ১৯৬৩।

**শৈলধৰ ৰাজখোৱা**—জন্ম ১৮৯২ ডিচেম্বৰ, মৃত্যু ১৯৬৮ ডিচেম্বৰ। পিতৃ চন্দ্ৰধৰ ৰাজখোৱা। নিজৰা ১৯৩০।

**যতীন্দ্ৰনাথ দুৱৰা**—জন্ম ১৮৯২ মাৰ্চ, মৃত্যু ১৯৬৪, ৫ জুলাই। পিতৃ শ্যামসুন্দৰ দুৱাৰা, মাতৃ পুণ্যদা দুৱৰা। ওমৰ তীৰ্থ ১৯২৫, কথা কবিতা ১৯৩৩, আপোনসুৰ ১৯৩৮, বনফুল ১৯৫২ মিলনৰ সুৰ ১৯৫৯। সভাপতি অসম সাহিত্য সভা, চতুৰ্বিংশ অধিবেশন, গুৱাহাটী ১৯৫৫।

**ডক্টৰ সূৰ্য্য কুমাৰ ভূঞা**—জন্ম ১৮৯৪, জানুৱাৰী, মৃত্যু ১৯৬৪, ৫ জুলাই। পিতৃ ৰবিলাল ভূঞা। নিৰ্মালি ১৯১৮, জয়মতী উপাখ্যান ১৯২০। সভাপতি অসম সাহিত্য সভা, দ্বাবিংশ অধিবেশন, ছিলং ১৯৫৩।

**বম্বকান্ত বৰকাকতী**—জন্ম ১৮৯৭, মৃত্যু ১৯৬৩ এপ্ৰিল। পিতৃ ভূধৰ বৰকাকতী। শোৱালি ১৯৩২, তৰ্পণ ১৯৫৩, আলাপন ১৯১৯, চন্দ্ৰহাৰ ১৯৬১। সভাপতি অসম সাহিত্য সভা, ত্ৰিংশ অধিবেশন, নাজিৰা ১৯৬৩।

**দণ্ডিনাথ কলিতা**—জন্ম ১৮৯০, মৃত্যু ১৯৫৩, মে। পিতৃ মঙ্গলৰাম কলিতা। বহঘৰা ১৯১৬, ৰগৰ ১৯২২, বহুৰূপী ১৯২৬, দীপ্তি ১৯২৫, অসম সন্ধ্যা ১৯৪১।

**নলিনী বালা দেৱী**—জন্ম ১৮৯৯। পিতৃ নবীন চন্দ্ৰ বৰদলৈ। সন্ধিয়াৰ সুৰ ১৯২৮, সপোনৰ সুৰ ১৯৪৩, পৰশমণি ১৯৫৪, যুগদেৱতা ১৯৫৮, জাগৃতী ১৯৬০, অলকানন্দা ১৯৬৭। সভানেত্ৰী অসম সাহিত্য সভা ত্ৰয়োবিংশ অধিবেশন, যোৰহাট ১৯৫৪।

**ডিম্বেশ্বৰ নেওগ**—জন্ম ১৯০০ মৃত্যু, ১৯৬৬, ১২ নবেম্বৰ। পিতৃ মাণিক চন্দ্ৰ নেওগ। মালিকা ১৯২২, ধূপিতৰা ১৯২৫, সঁফুৰা ১৯২৩, মালতী ১৯২৭, ইন্দ্ৰধনু ১৯৩০, মুকুতা ১৯৩২, খহীয় কাৰবালা ১৯৪০, মেঘদূত ১৯৪২, অসমা ১৯৪৭, বিচিত্ৰা ১৯৪৮, থাপনা ১৯৪৮, কাব্য প্ৰতিভা ১৯৩৫। সভাপতি অসম সাহিত্য সভা, দ্বাত্ৰিংশ অধিবেশন নলবাৰী ১৯৬৫।

**পদ্মধৰ চলিহা**—জন্ম ১৮৯৫। পিতৃ কবীৰ চলিহা। ফুলনি ১৯১৫, স্বৰাজ সঙ্গীত ১৯২২, গীতি লহৰী ১৯২৬, শৰাই ১৯২৮, পদুমনি। সভাপতি অসম সাহিত্য সভা, ষড়বিংশ অধিবেশন, তিনিচুকীয়া ১৯৫৮।

**লক্ষ্মীকান্ত ফুকন**—জন্ম ১৮৯০। পিতৃ কাৰ্তিক চন্দ্ৰ ফুকন। সোণালী সপোন ১৯৬১।

**কীৰ্তিনাথ বৰদলৈ**—সুৰ পৰিচয়, কামৰূপ সঙ্গীত ১৯০৭।

**উমেশ চন্দ্ৰ চৌধাৰী**—জন্ম ১৮৯৮, মৃত্যু ১৯৫৩ আগষ্ট। পিতৃ গৰ্গৰাম চৌধাৰী। প্ৰতিধ্বনি, দেৱধ্বনি, ত্ৰিবেণী, অমৃত মন্থন ১৯৩৯, মন্দাকিনী ১৯৫০।

**হিমলা বৰুৱানী**—জন্ম ১৮৭৭, মৃত্যু ১৯৪৮। বিননি।

**যমুনেশ্বৰী খাটনিয়াৰ**—জন্ম ১৮৯৯, মৃত্যু ১৯২৭। পিতৃ জয়ৰাম শইকীয়া। অৰুণ ১৯১৯।

**গণেশচন্দ্ৰ গগৈ**—জন্ম ১৯০৭, মৃত্যু ১৯৩৮। পিতৃ কনকচন্দ্ৰ গগৈ। পাপৰি ১৯৩৫, স্বপ্নভঙ্গ ১৯৩৪, ৰূপজ্যোতি ১৯৪৫।

**অতুলচন্দ্ৰ হাজৰিকা**—জন্ম ১৯০৬। পিতৃ মাণিকচন্দ্ৰ হাজৰিকা। মণিমালা ১৯৩০, পাঞ্চজন্য ১৯৩১, দীপালী, মুকুতামালা ১৯৪১, মাণিকী মাধুৰী ১৯৪৯, কণুক জুণুক ১৯৫৩। সভাপতি অসম সাহিত্য সভা, অষ্টবিংশ অধিবেশন, নগাঁও ১৯৫৯।

**আনন্দ চন্দ্ৰ বৰুৱা**—জন্ম ১৯০৭। পিতৃ প্ৰেমধৰ বৰুৱা। পৰাগ ১৯৩০, পুষ্পক, ৰঞ্জনৰশ্মি, হাফিজৰ সুৰ ১৯৩৩, ছোভিয়েট কবিতা ১৯৫৮, সভাপতি অসম সাহিত্য সভা, ষষ্ঠত্ৰিংশ অধিবেশন, বৰপেটা ১৯০০।

**বিৰত্নচন্দ্ৰ বিশ্বাসী**—জন্ম ১৮৭৭, মৃত্যু ১৯৩২, জাহ্নবাৰী। পিতৃ চানাৰাম বিশ্বাসী, মাতৃ ফুলেশ্বৰী বিশ্বাসী। সোণভৰা, নন্দা, পদ্যাৱলী।

**ধনাই বৰা**—কবিতাৰ চন্দ্ৰিকা।

**দৈৱচন্দ্ৰ তালুকদাৰ**—জন্ম ১৯০০, মৃত্যু ১৯৬৭। প্ৰেম পট ১৯২২, ফুহিমলা ১৯২৩, সৌন্দৰ্য্য ১৯৩০।

**প্ৰসন্নলাল চৌধুৰী**—জন্ম ১৯০২। অগ্নিমন্ত্ৰ ১৯৫২, চানেকি কবিতা ১৯৬৫।

বিনন্দচন্দ্ৰ বৰুৱা—জন্ম ১৯০৫। পিতৃ গোলাপ চন্দ্ৰ বৰুৱা। শঙ্খধ্বনি ১৯২৫, প্ৰতিধ্বনি ১৯৩৮। সভাপতি অসম সাহিত্য সভা, ত্ৰয়োত্ৰিংশ অধিবেশন, লক্ষীমপুৰ ১৯৬৬।

পাৰ্বতি প্ৰসাদ বৰুৱা—জন্ম ১৯০৪, মৃত্যু ১৯৬৪। পিতৃ ৰাধিকাৰাম বৰুৱা, মাতৃ হিমলা বৰুৱানী। গুণগুণনি ১৯৫৮, ভগাটোকাৰীৰ সুৰ ১৯৫৯, লুইতী, সোণৰ সোলেঙ, শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল।

মিত্ৰদেৱ মহন্ত—জন্ম ১৮৯৫। গীতি শতদল। সভাপতি অসম সাহিত্য সভা, একত্ৰিংশ অধিবেশন, ডিগবৈ ১৯৬৪।

শ্ৰীৰামচন্দ্ৰ দাস—কাতৰি।

শ্ৰীমুক্তিনাথ বৰদলৈ—গুঞ্জন, কুম কুম, ফুলচন্দন।

কমলেশ্বৰ চলিহা—জন্ম ১৯০৪, ২৯ অক্টোবৰ। পিতৃ খৰ্গেশ্বৰ চলিহা। সংসাৰী ১৯২২, মুকুতি ১৯২৭, ধূলি ১৯২৮, কণমৌ ১৯৩১, গুণ গুণ ১৯৩০, ছন্দিতা ১৯৩১।

সীতানাথ ব্ৰহ্ম চৌধুৰী—জন্ম ১৯০৮, ৮ অক্টোবৰ। পিতৃ মনবাৰ ব্ৰহ্ম চৌধুৰী। কদমকলি ১৯২৫, আবেগ, চকুলো ১৯২৯।

কমলানন্দ ভট্টাচাৰ্য্য—জন্ম ১৮৯৪, ২ জুন, মৃত্যু ১৯৫১, ৪ জানুৱাৰী। বাউলী।

নলিনচন্দ্ৰ ৰবা—জন্ম ১৯০৬। বেণু, সুৰৰ কবিতা।

সদানন্দ দাস—ইনা।

লক্ষেশ্বৰ শৰ্মা বৰুৱা—কুঁহি ১৯২০।

পজিৰ উদ্দিন আহমদ—মৌসিৰ্তা।

করুণাধৰ বৰুৱা—পিতৃ চন্দ্ৰধৰ বৰুৱা। মেঘদূত ১৯৪০।

ভুৱন চন্দ্ৰ ফুকন—জন্ম ১৯১৩। শতদল, সত্য কিম্বা মায়া, মুবুজিলে আজি তোমাক কবি।

শৈলেন্দ্ৰ নাথ ফুকন—ঋতুসংহাৰ, শ্ৰদ্ধাঞ্জলি।

দেৱকান্ত বৰুৱা—জন্ম ১৯১৪। পিতৃ নীলকান্ত বৰুৱা। সাগৰ দেখিছা ১৯৪৫।

জ্যোতি প্ৰসাদ আগৰৱালা—জন্ম ১৯০৩, জুন। মৃত্যু ১৯৫১, ১৭ জানুৱাৰী। পিতৃ পৰমানন্দ আগৰৱালা। নিমাতী কইনা (গীতিনাটিকা)

হেম বৰুৱা—জন্ম ১৯১৫ এপ্ৰিল। পিতৃ বিনন্দ চন্দ্ৰ বৰুৱা। বালিচন্দা ১৯৫৯, মন ময়ূৰী ১৯৬৫।

মহেশ চন্দ্ৰ দেৱ গোস্বামী—জন্ম ১৯১৯। স্মৃতি ১৯৪৯, ছায়ামায়া, অময়া, মই যে কৰাম বিয়া।

জমিৰ উদ্দিন আহমদ—জন্ম ১৯১৭, ২৫ নৱেম্বৰ। পিতৃ ভদ্ৰ আলি, মাতৃ মঃ কপাহী খাতুন। অগ্নি শিখা ১৯৪০, ভিখাৰী ১৯৪১, বিপ্লৱৰ বীণ ১৯৪২, শতাব্দীৰ পৰিহাস, বুকুৰ জুই ১৯৪৭, মৰমী ১৯৫২, বেথাৰ দান, সেউজীয়া পথাৰৰ গীত, কুমলীয়া কবিতাৰ কলি, মানসী ১৯৬৭।

কমল চৌধুৰী—জন্ম ১৯১৬। পিতৃ প্ৰসন্নৰাম চৌধুৰী, মাতৃ হৰবালা চৌধুৰী। গীতাৱলী ১৯৫৬।

ছৈয়দ আব্দুল মালিক—জন্ম ১৯১৯। বেদুইন ১৯৪৮।

ডক্টৰ ভূপেন হাজৰিকা—পিতৃ নীলকান্ত হাজৰিকা। জিলিকাব লুইতৰে পাৰ ১৯৫৫, আগলি পাতবে লাহৰি গগনা, সংগ্ৰাম লগ্নে আজি ১৯৬৬।

অমূল্য বৰুৱা—জন্ম ১৯২২ এপ্ৰিল, মৃত্যু ১৯৪৬, ১৮ আগষ্ট। পিতৃ প্ৰমোদ চন্দ্ৰ বৰুৱা। অচিনা ১৯৬৬।

নীলিমা দত্ত—জন্ম ১৯২৬। শেষ নাই।

যতিনাৰায়ণ শৰ্মা—জন্ম ১৯২০। চেনেহী ১৯৪১, আজলি ১৯৪৩, বেথাৰ লগৰী ১৯৪৪, বৰাগী ১৯৪৪, ছুনৰী।

লালা গগৈ—গীতি মালঞ্চ, বিহুগীত আৰু বনঘোষা।

নৱকান্ত বৰুৱা—জন্ম ১৯২৬। পিতৃ নীলকান্ত বৰুৱা। হে অৰণ্য হে মহানগৰ ১৯৫১, এটি ছুটি এঘাৰটি তৰা ১৯৫৭, যতি ১৯৫১, সম্ৰাট, ৰাৱণ।

কেশৱ মহন্ত—জন্ম ১৯২৬। পিতৃ থানেশ্বৰ মহন্ত। পৃথিৱী ১৯৪৬, তেজৰ লেখা ১৯৪৮, ৰ'দ জিকিমিকি ১৯৫৯, কুঁৱলী ধাতৰি বা।

মহেন্দ্ৰ বৰা—জন্ম ১৯২৬। পিতৃ ইন্দ্ৰেশ্বৰ বৰা। জাতিস্মৰ ১৯৬১, এই নদীয়েদি ১৯৬৮।

তফজুল আলি—মন্দাক্ৰান্তা, অথবা ৰুবাইয়েতৰ গীত ১৯৫৯।

সূৰ্য্য বৰা—স্বৰ সন্ধানী।

বীৰেন বৰকটকী—জন্ম ১৯২৭। মৰন্তৰ।

লক্ষহীৰা দাস—জন্ম ১৯৩৩। পিতৃ ললিত চন্দ্ৰ বৈশ্য সাউদ। প্ৰথমা ১৯৫২, স্বৰ সেতু, ময়ূৰপঙ্খী।

নিৰ্ম্মল প্ৰভা বৰদলৈ—জন্ম ১৯৩২। বন ফবিঙৰ ৰং ১৯৬৭।

বীৰেশ্বৰ বৰুৱা—জন্ম ১৯৩৩। নিৰ্জন নাবিক।

শুচিব্ৰতা ৰায় চৌধুৰী—জন্ম ১৯২৯। পিতৃ অম্বিকাগিৰী ৰায় চৌধুৰী। তুমি আৰু মই ১৯৫০।

নীলমণি ফুকন—জন্ম ১৯৩৩। সূৰ্য্য হেনো নামি আহে এই নদীয়েদি ১৯৬৩, নিৰ্জনতাৰ শব্দ ১৯৬৫, আৰু কি নৈশব্দ ১৯৬৮।

অখিল চন্দ্ৰ শৰ্ম্মা—বিচিত্ৰা ১৯৫০, প্ৰিয় সখি ১৯৪৭।

অমলেন্দু গুহ—তোমালৈ ১৯৬০।

ভগগিৰী ৰায় চৌধুৰী—জন্ম ১৯৩৩, ২০ ফেব্ৰুৱাৰী। পিতৃ অম্বিকাগিৰী ৰায় চৌধুৰী। মন মাটি মেঘ ১৯৬১।

দেবেন শৰ্ম্মা—মিলনৰ আবে আবে ১৯৫০, শলিতা, তৰঙ্গ।

নিত্যা দত্ত—জন্ম ১৯৩৫। এমুঠি পুৱাৰ নিয়ৰ ১৯৬৮, পান্থশালা।

অৱনীন্দ্ৰ চন্দ্ৰ বৰা—জন্ম ১৯৩১। পিতৃ মহীচন্দ্ৰ বৰা। ধূলি ১৯৫০।

অনন্ত দেৱ শৰ্ম্মা—আলোক পথৰ যাত্ৰী, কৰণিৰ ফুল, মন ফুলনি।

মফিজুদ্দিন আহম্মদ—অৰ্পণ।

চন্দ্ৰকান্ত বৰা—সতীৰ সাধনা।

ৰুদ্ৰ বৰুৱা—কলঙপৰীয়া গীত, ১৯৬৮।

ৰাম গগৈ—মাটিৰ স্বপ্ন, ১৯৬৩।

দীনবন্ধু তালুকদাৰ—প্ৰাণৰ গান, মানস গীতি।

শিৱ ভট্টাচাৰ্য্য—হিয়াৰ কহিনুৰ।

দুলাল বৰদলৈ—মেঘে ঢকা আকাশ।

ফণীন্দ্ৰ কলিতা—বিদায়ৰ সুৰ।

পৰেশ মল্ল বৰুৱা—জন্ম ১৯৩৫। সান্ধ্য আবৃত্তি, আৰণ্যক ১৯৬৮।

তাৰক চন্দ্ৰ শৰ্মা—মোৰ মনোবাৰে।

গোকুল চন্দ্ৰ পাঠক—লেবেলা ফুলৰ সৌৰভ বিচাৰি।

## কবিতাৰ সঙ্কলন

ডিম্বেশ্বৰ নেওগ—কাব্য প্ৰতিভা, ১৯৩ ।

অতুলচন্দ্ৰ বৰুৱা—কাব্য প্ৰভা, ১৯৪১।

লক্ষেশ্বৰ শৰ্মা—কবিতা কুঞ্জ।

অতুলচন্দ্ৰ হাজৰিকা—জাতীয় সঙ্গীত, ১৯৪৮, মৰহা ফুলৰ কৰণি, ১৯৬২।

দীনবন্ধু তালুকদাৰ—প্ৰেমৰ সুৰ, ১৯৪০।

বিষ্ণু ৰাভা—

ভূপেন হাজৰিকা—মুক্তি দেউল।

ডক্টৰ মহেশ্বৰ নেওগ—সঞ্চয়ন, ১৯৫৯।

যতিনাৰায়ণ শৰ্মা—আধুনিক অসমীয়া কবিতা, ১৯৩৬

মহেন্দ্ৰ বৰা—নতুন কবিতা, ১৯৫৬।

বিচিত্ৰনাৰায়ণ দত্তবৰুৱা—সপ্তদীপ।

নৱকান্ত বৰুৱা } বছৰৰ কবিতা, ১৯৬৫।

পৰেশমল্ল বৰুৱা } বছৰৰ কবিতা, ১৯৬৬।

জগত চেতিয়া—সুৰ সাগৰৰ মুকুতা বুটলি, ১৯৬৪।

কবি আৰু কবিতা ৰচনাৰ বাবে তলত নাম দিয়া
পুথিসমূহৰ সহায় লোৱা হৈছে—

David Daiches—A Critical Approaches to Literature
Hudson—An Introduction to the Study of Literature
Crompton-Rickett—A History of English Literature

হেম বৰুৱা—সাহিত্য আৰু সাহিত্য, আধুনিক সাহিত্য।

ডিম্বেশ্বৰ নেওগ—অসমীয়া সাহিত্যৰ জেউতি, অসমীয়া সাহিত্যৰ জিলিঙনি।

অতুল চন্দ্ৰ বৰুৱা—সমালোচনা সাহিত্য।

ডক্টৰ সত্যেন্দ্ৰ নাথ শৰ্মা—অসমীয়া সাহিত্যৰ ইতিবৃত্ত, সাহিত্যৰ আভাস।

ডক্টৰ মহেশ্বৰ নেওগ—অসমীয়া সাহিত্য ৰূপৰেখা, সঞ্চয়ন।

অতুল চন্দ্ৰ হাজৰিকা—মৰহা ফুলৰ কৰণি।

তীৰ্থ নাথ শৰ্মা—পঞ্চ পুষ্প।

শ্ৰীশচন্দ্ৰ দাস—সাহিত্য সন্দৰ্শন।

শ্ৰীকুমাৰ বন্দ্যোপাধ্যায়—ইংৰাজী সাহিত্যৰ ইতিহাস।

———

# ১ নৱন্যাস আন্দোলন

সাহিত্যৰ আন আন বিভাগৰ দৰে কাব্য সাহিত্যকো বাইকৈ দুটা ভাগত ভগাব পাৰি—ক্লাছিকেল আৰু ৰোমাণ্টিক। এই দুবিধ সাহিত্যই পূৰ্ণতা লাভ কৰিছিল প্ৰাচ্য আৰু পাশ্চাত্য জগতৰ সাহিত্যৰ বিভিন্ন স্তৰত। ক্লাছিকেল অৰ্থাৎ প্ৰাচীন সাহিত্য পৃথিৱীৰ বিভিন্ন সাহিত্যৰ আদিম যুগৰে সৃষ্টি। কিন্তু পিচৰ বিধ অৰ্থাৎ ৰোমাণ্টিক সাহিত্যৰ সৃষ্টি হয় পাশ্চাত্য জগতত।

অষ্টাদশ শতাব্দীৰ পাশ্চাত্য সাহিত্যৰ নতুন যুগটোকে ৰোমাণ্টিক আখ্যা দিয়া হয়। অসমীয়াত ইয়াকে কোৱা হয় 'নৱন্যাস' আৰু হিন্দীত 'স্বচ্ছন্দবাদ'। কল্পনা-প্ৰৱণতা, অনুভূতিৰ মুক্ত প্ৰকাশ আৰু তীব্ৰতাই ৰোমাণ্টিক আন্দোলনৰ বিশেষত্ব। এই পৰিবৰ্তন বা আন্দোলন অকল কাব্য-সাহিত্যৰ ক্ষেত্ৰতেই নহয় বুৰঞ্জী, দৰ্শন, ৰূপকথা আদিতো স্পষ্ট।

ৰোমাণ্টিক আন্দোলনৰ সূচনা হোৱাৰ আগমুহূৰ্তলৈকে চলি অহা সাহিত্যৰ ধাৰাটোকে আমি প্ৰাচীন অৰ্থাৎ ক্লাছিকেল সাহিত্য আখ্যা দিওঁ। ক্লাছিকেল বা প্ৰাচীন সাহিত্যৰ গণ্ডী সকলো বিষয়তে সীমাবদ্ধ আৰু ৰচনা-ৰীতিৰ পদ্ধতি সংযত। প্ৰায়বোৰ প্ৰাচীন সাহিত্যই ভগৱতমুখী আৰু ৰচনাৰ উদ্দেশ্য ধৰ্মৰ জয় অধৰ্মৰ পৰাজয়ৰ প্ৰতি আঙুলিয়াই দিয়া বা নীতিকথাৰ শিক্ষা দিয়া। প্ৰাচীন কালৰেপৰা চলি অহা গতানুগতিকতাৰ মাজেৰে, সংযত কল্পনাৰ মাধ্যমেৰে প্ৰাচীন সাহিত্য সৃষ্টি হৈছিল। এই শ্ৰেণী সাহিত্যত বিশেষ শ্ৰেণী দেৱতা বা মানৱৰ সুখ-দুখৰ কথা প্ৰকাশ পাইছিল। সৰ্বসাধাৰণ মানুহৰ কথা বা ব্যক্তি জীৱনৰ কথাই ঠাই নাপাইছিল। এই যুগৰ সাহিত্যক সেয়েহে কোৱা হৈছিল বন্ধনৰ যুগ ( Age of prison ) বুলি।

প্ৰাচীন সাহিত্যৰ সংকীৰ্ণ পৰিবেশৰ বিৰুদ্ধে সুস্থ আৰু সবল সাহিত্য সৃষ্টি কৰিবলৈ সূচনা হ'ল ৰোমাণ্টিক বিপ্লৱ। ওঠৰ শতিকাৰ শেষৰ ফালে ব্লেক ( Blake ), বাৰ্ণচ ( Burns ), চেটাৰ্টন ( Chatterton ), থমচন আৰু ঊনৈশ শতিকাৰ আদিছোৱাত ৱৰ্ডছৱৰ্থ ( Wordsworth ), কলেৰিজ

( Coleridge ), শ্বেলী ( Shelley ) বাইৰন ( Byron ) কীট্‌ছ ( Keats ) আদিয়ে এক নতুন সাহিত্য আন্দোলনৰ পাতনি মেলে। এই আন্দোলনকে কোৱা হয় নৱন্যাস আন্দোলন ( Romantic Revival )।

এই আন্দোলনৰ ফলস্বৰূপে দেখা গ'ল কবি-কল্পনা অকল হৃদয় প্ৰসূত নহয় মস্তিষ্কপ্ৰসূত। হৃদয়প্ৰসূত কল্পনাৰ সহায়ত সাধাৰণ বস্তুত অসাধাৰণত্ব আৰোপ আৰু অতিলৌকিক বিষয়বস্তু স্বাভাৱিক ৰূপত প্ৰকাশ পালে। নৱন্যাস যুগৰ কবিতা প্ৰাচীন কবিতাৰ নিচিনা বিচাৰ আৰু বুদ্ধিপ্ৰধান নহয়, কল্পনাপ্ৰধান। সমালোচকৰ সুৰত কবলৈ হ'লে "প্ৰাচীন সাহিত্যত থাকে সীমাবদ্ধ সৰোবৰৰ গভীৰতা আৰু উদাসীনতা" কিন্তু "নৱন্যাস সাহিত্যত আছে বোৱতী সুতিৰ ৰহস্য আৰু গতিচঞ্চলতা। কবিয়ে যেতিয়া জগত আৰু জীৱনৰ ভাব-চিন্তাক নিয়মৰ মাজেৰে, সংযমৰ মাজেৰে ধীৰ-স্থিৰভাৱে প্ৰকাশ কৰে তেতিয়া তাৰ দৃষ্টি ক্লাছিকেল আৰু যেতিয়া স্বকীয় ব্যক্তি কল্পনাৰ মাধ্যমেৰে ইয়াক বিশোধিত কৰি গ্ৰহণ কৰা হয় তাৰ দৃষ্টি ৰোমাণ্টিক।"

নৱন্যাস আন্দোলনৰ সৃষ্টিৰ গুৰিতে সমসাময়িক ৰাজনৈতিক ঘটনাৰ ইন্ধনৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। ফৰাচী বিপ্লৱৰ সাম্য, মৈত্ৰী, স্বাধীনতাৰ ধ্বনি আৰু ফৰাচী চিন্তাজীৱী ৰুচোৰ বিদ্ৰোহমূলক জীৱন দৰ্শন ইয়াৰ অন্যতম কাৰণ। ৰুচোৰ চোচিয়েল কণ্ট্ৰেক্ট ( Social contract ), ইমিলি ( Emile ), নিউ হেলইছ ( New Heloise ) আৰু কনফেছন ( Confession ) প্ৰভৃতি পুথিত প্ৰকাশ পাইছিল মানুহ হিচাপে মানৱ জীৱনৰ মৰ্যাদা-বোধ, প্ৰকৃতিৰ সতে মানুহৰ নিগূঢ় সম্বন্ধৰ কথা আৰু মানৱ-প্ৰেমৰ অভাৱনীয় শক্তিৰ কথা। ৰুচোৰ লিখনিত পোৱা যায় "এক বন্ধনহীন, শোষণবিহীন উন্মুক্ত, নিৰংকুশ জীৱনৰ ৰূপ।

জাৰ্মান দাৰ্শনিক কেণ্ট ( Kent ), হেগেল ( Hegal ) ৰ ৰচনাত দেখা যায় পৰিদৃশ্যমান জগতৰ অন্তৰালত চিৰশাশ্বত জগতৰ ৰূপ। জাৰ্মান সাহিত্যিক-সকলে অদৃশ্য শক্তিক দৃশ্যমান কৰিবলৈ নিজ নিজ কল্পনা আৰু চিন্তাৰ শৰণাগত হ'ল। এই তিনিটি ৰোমাণ্টিক আন্দোলনৰ সম্ভৱপৰ কাৰণ।

ৰোমাণ্টিক আন্দোলন সম্বন্ধে বিভিন্ন সমালোচকৰ বিভিন্ন মত। **Watts Dunton-এ** এই আন্দোলনক **Renascence of Wonder** অৰ্থাৎ বিস্ময় ৰসৰ পুনৰজীৱন, **Pater-ৰ** মতে 'সুন্দৰৰ জগত অদ্ভুতৰ পৰিণয়' ( **Addition of Strangness to Beauty** ), ভিক্টৰ হিউগোই ৰোমাণ্টিক আন্দোলনক সাহিত্যত উদাৰপ্ৰৱণতা ( **Liberalism in literature** ), **Brunetiere-এ**

ইয়াক সাহিত্যত আত্মমুক্তি ( Emancipation of ego ) বুলি সংজ্ঞা নির্ণয় কৰিছে। এওঁলোকৰ ভিতৰত হাৰফোৰ্ডৰ ( Herford ) সংজ্ঞাহে বেছি বিজ্ঞানসন্মত আৰু মনোগ্ৰাহী। তেওঁৰ মতে "কল্পনাপ্ৰৱণতাৰ অসাধাৰণ বিকাশেই ৰোমাণ্টিক কবিতাৰ অন্যতম লক্ষণ" ( An extraordinary developmet of imaginative sensibility )।

ৰোমাণ্টিক সাহিত্যত তিনিটা স্পষ্ট ভাবধাৰা পৰিলক্ষিত হয়—(১) সৰল অনাড়ম্বৰ জীৱনৰ প্ৰতি স্পৃহা, (২) ৰহস্যপূৰ্ণ জগতখনৰ প্ৰতি বিস্ময় বিমূঢ় ভাব অৰ্থাৎ জনাৰ প্ৰতি বিস্ময় বিমূঢ়তা আৰু নজনাৰ প্ৰতি আশ্চৰ্য ভাব প্ৰকাশ, (৩) অনুসন্ধিৎসু ভাব অৰ্থাৎ কোনো ৰহস্য উদ্ঘাটনৰ প্ৰতি প্ৰচেষ্টা।

ৰোমাণ্টিক সাহিত্যৰ মাজত কিছুমান বিশেষ লক্ষণো দেখা যায়: (১) প্ৰকৃতি উচ্ছ্বাস (২) অতিলৌকিক বৰ্ণনা (৩) সাধাৰণ বস্তু সত্তাৰ প্ৰকাশ (৪) পৌৰাণিক কাহিনী উদ্ধাৰ (৫) প্ৰণয় উচ্ছ্বাস (৬) মানৱ উচ্ছ্বাস (৭) গতানুগতিকতাৰ বিপ্লৱ আৰু (৮) ছন্দ প্ৰয়োগৰ নতুনত্ব।

ৰোমাণ্টিক সাহিত্যৰ অন্যতম লক্ষণ কল্পনাপ্ৰৱণতা। কল্পনা ন'হলে সদায় দেখি থকা বস্তুবোৰ বা সাধাৰণ অনাহূত বস্তুবোৰ বিস্ময় বিমুগ্ধ দৃষ্টিৰে চাই গৌৰবান্বিত হব নোৱাৰি। কল্পনা বিহীন হ'লে নিতান্ত আত্মকে'ন্দ্ৰিক নাইবা ব্যক্তিৰ সুখ-দুখৰ অভিজ্ঞতা বিশ্বজনীন কৰি তোলা সম্ভৱ নহয়।

বৰ্তমান সমস্যাবহুল জগতৰ সমস্যা লাঘৱ কৰা, গভীৰভাৱে কোনো সমস্যাতে মনোনিবেশ কৰা নাইবা বাস্তৱ জীৱনৰ ঘাত প্ৰতিঘাতত জৰ্জৰিত হৈ অন্তৰৰ আশা-আকাঙ্ক্ষা আৰু জীৱনৰ বিফলতাৰ ইতিহাস ঘনিষ্ঠভাৱে বুজিবলৈ কৰা প্ৰচেষ্টা ৰোমাণ্টিক কবিসকলৰ লিখনিত দেখা নাযায়। সেয়েহে ৰোমাণ্টিক সাহিত্যক 'বাস্তৱ বিমুখী পলায়নী মনোবৃত্তিৰ সাহিত্য' বুলি কব পাৰি।

অষ্টাদশ শতিকাৰ শেষছোৱাত আৰু উনবিংশ শতিকাৰ আগছোৱাত ইউৰোপীয় কবি-সাহিত্যিকসকলে প্ৰাচীন যুগৰ ধৰা-বন্ধা গতানুগতিক ৰীতিৰপৰা আঁতৰি আহে আৰু মুকলি মুৰীয়াভাৱে মানৱ কল্পনাই সাহিত্যত প্ৰৱেশ কৰে। নৱণুকোমল কল্পনাৰ অভূতপূৰ্ব প্ৰসাৰ আৰু আন্তৰিক ভাবানুভূতিৰ তীব্ৰতাই এই সাহিত্যৰ প্ৰধান বৈশিষ্ট্য। এই নতুন ভাবধাৰাই ৰোমাণ্টিক আখ্যা লাভ কৰে। Classical বা প্ৰাচীন সাহিত্যৰ সীমাবদ্ধ গণ্ডীৰপৰা আঁতৰি আহি গ্ৰে, কলিন্স, ব্লেক, বাৰ্ণচ আদিয়ে নৱন্যাস ভাবধাৰাৰ পাতনি

মেলিছিল। কিন্তু ৰোমাণ্টিক আন্দোলনে বিস্তাৰ লাভ কৰে ৱৰ্ডছৱৰ্থ, কলেৰিজ, শ্বেলী, বাইৰণ, কীটচ, স্কট আদিৰ প্ৰচেষ্টাতহে। বিনন্দীয়া প্ৰকৃতিৰ ক্ষুদ্ৰ বস্তু একোটিৰ আলম লৈয়েই নিজৰ অৰূপ কল্পনাৰ স্বৰূপ ফুটাই তুলি সাহিত্যত নৱজাগৰণৰ সৃষ্টি কৰে এই ৰোমাণ্টিক যুগৰ কবিসকলে। কল্পনাৰ সহায়ত বাস্তৱ জগতৰ সামগ্ৰী মনোৰম আৰু অনিন্দ্য সুন্দৰ ৰূপত মূৰ্তিমান হৈ উঠে।

অসমীয়া সাহিত্যত নৱন্যাস আন্দোলনৰ সূচনা হয় পাশ্চাত্য সাহিত্যৰ প্ৰভাৱত আৰু এই আন্দোলনে বিস্তাৰ লাভ কৰে অসমৰ বেলিমাৰৰ কালছোৱাত। অতীতৰ কাব্য-সাহিত্যত ভুমুকি মাৰি চালে দেখা যায় প্ৰাক-বৈষ্ণৱ যুগৰেপৰা একেধাৰে চলি অহা ভক্তি প্ৰধান সাহিত্যৰ ধাৰাটো নৱবৈষ্ণৱ যুগত অৰ্থাৎ শ্ৰীমন্ত শঙ্কৰ-মাধৱৰ হাতত পূৰ্ণতা লাভ কৰে আৰু গুৰু দুজনাৰ বিয়োগৰ লগে লগে ক্ৰমে বৈষ্ণৱ সাহিত্যৰ জেউতি ম্লান হৈ অহা দেখা যায়। ৰজাঘৰীয়া উদাসীনতা আৰু মানৰ আক্ৰমণৰ লগে লগে ঊনবিংশ শতিকাৰ আগ ভাগত একেবাৰে ক্ষীণ হৈ পৰে। এই কালছোৱাক অসমীয়া সাহিত্যত এন্ধাৰ যুগ বা বেলিমাৰৰ যুগ বুলিব পাৰি। আনহাতে এই কালছোৱাই ইংৰাজী তথা ইউৰোপীয় সাহিত্যত ৰোমাণ্টিক আন্দোলনৰ পয়োভৰৰ কাল।

ইয়াণ্ডাবু সন্ধিৰ চৰ্তত অসমৰ চাবিকাঠী বৃটিচৰ খাচ দখললৈ অহাত মিছনাৰীসকলে অসমত ভৰি দিলে ধৰ্মৰাজ্যৰ প্ৰসাৰতাৰ উদ্দেশ্যে। কিন্তু মিছনাৰীসকলে আন আন বিদেশীৰ দৰে অসমীয়া ভাষা-সাহিত্যক গ্ৰাস কৰি বিপৰ্যয়ৰ সৃষ্টি নকৰি পাশ্চাত্য সাহিত্যৰ মাজেদিয়েই বিচাৰিলে ধৰ্মৰাজ্যৰ প্ৰসাৰতাৰ কথা। মিছনাৰী পাদ্ৰীসকলৰ সৌজন্যতে ছপাকলৰ সহায়ত প্ৰথম অসমীয়া আলোচনী 'অৰুনোদই'ৰ যোগেৰে অসমীয়া সাহিত্যত নৱন্যাসৰ ক্ষীণ সোঁত এটি বৰলৈ ধৰে। এই কালছোৱাৰ অসমীয়া সাহিত্যই পুৰণি সাঁচত কাব্য ৰচনা কৰাৰ প্ৰয়োজনীয়তা বোধ নকৰি ভাৰপৰা কালৰি কাটি আহি নতুন ভাৱধাৰাত কাব্য ৰচনাৰ পাতনি মেলিলে। এই সময়ৰ নতুন আৰু পুৰণি সাহিত্যৰ মাজত কোনো যোগসূত্ৰ বিচাৰি পোৱা নাযায়। নতুন সাহিত্য পুৰণি সাহিত্যৰ ক্ৰম পৰিণতিৰ ফল নহয়।

'অৰুনোদইৰ' মাধ্যমেৰে আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাই অসমীয়া সাহিত্যৰ বিভিন্ন দিশত নতুন ভাৱধাৰাৰ সূচনা কৰে। কাব্য সাহিত্যত প্ৰাচীন বৈষ্ণৱ কাব্য পৰম্পৰাৰপৰা আঁতৰি

আছি ৰমাকান্ত চৌধুৰীয়ে অমিত্ৰাক্ষৰ ছন্দত 'অভিমন্যু বধ' কাব্য ৰচনা কৰিছিল। নিধি লেভি ফেৰাৰেল, বলদেৱ মহন্ত আদি এই কালছোৱাৰ উল্লেখযোগ্য কবি। নৱঅভ্যুদয়ৰ কালছোৱাৰ অন্যতম শ্ৰেষ্ঠ কবি ভোলানাথ দাস। 'সীতাহৰণ কাব্য', 'চিন্তা তৰঙ্গিনী' আৰু কবিতামালা' কবিতা সংগ্ৰহ ভোলানাথ দাসৰ উল্লেখযোগ্য ৰচনা। 'চিন্তানলৰ' কবি কমলাকান্ত ভট্টাচাৰ্য্য আন এগৰাকী প্ৰথিতযশা কবি।

মিছনাৰী যুগত পাশ্চাত্য সাহিত্যৰ প্ৰভাৱ পৰিলেও ব্যক্তিনিষ্ঠ ৰোমাণ্টিকবাদে পূৰ্ণ প্ৰসাৰতা লাভ কৰে এই জোনাকী যুগতেই। জোনাকী যুগৰ সাহিত্যিকসকলৰ প্ৰচেষ্টাতেই বৈষম্যৰ ঘাত-প্ৰতিঘাতৰ পৰা আঁতৰি অসমীয়া সাহিত্যই নিজস্ব ৰূপত প্ৰকাশ কৰিবলৈ সুযোগ পায়।

১৮৮৮ খৃঃৰ ২৫ আগষ্ট। কলিকতাৰ ৬৭ নং মীৰ্জাপুৰ ষ্ট্ৰীটৰ এটি 'অসমীয়া ছাত্ৰৰ বহা'ত এদিন জন্ম হৈছিল 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' (অঃ ভাঃ উঃ সাঃ সঃ)। সৰাচলতে এইখন আছিল এখনি আবেলিৰ চাহমেল। সভাত গোটখোৱা এমুঠি ছাত্ৰই সংকল্প কৰিলে অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ লগতে ৰোমাণ্টিচিজিম অৰ্থাৎ নৱন্যাস ভাৱধাৰাৰ সূচনা কৰাৰ কথা। ৰোমাণ্টিক সাহিত্যই তেতিয়া আন আন ভাৰতীয় ভাষাতো প্ৰভাৱ বিস্তাৰ কৰিছিল। 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ মুখপত্ৰৰূপে জোনাকী নামৰ মাহেকীয়া কাকত এখনি উলিয়াবলৈ সিদ্ধান্ত কৰে। ১৮১০ শকৰ মাঘ মাহত চন্দ্ৰকুমাৰ আগৰৱালাৰ সম্পাদনাত প্ৰথম বছৰ প্ৰথম সংখ্যা জোনাকী প্ৰকাশ হ'ল। সন্তালনীকৈ জোনাকীৰ জৰিয়তে অসমীয়া সাহিত্যত ৰোমাণ্টিক ভাব ধাৰা প্ৰবাহিত হয়। তেতিয়াৰ কলেজীয়া ছাত্ৰ চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী এই ত্ৰিমূৰ্তিয়ে ৰোমাণ্টিক আন্দোলনৰ গুৰি ধৰিছিল। এই ত্ৰিমূৰ্তিৰ চৌপাশে আৰু বহুতো ডেকা সাহিত্যিকে ৰোমাণ্টিক আন্দোলনত অৰিহণা যোগাইছিল।

প্ৰথম বছৰ প্ৰথম সংখ্যা জোনাকীত প্ৰকাশ হোৱা চন্দ্ৰকুমাৰ আগৰৱালাৰ 'বনকুঁৱৰী' নামৰ কবিতাটোৱেই প্ৰথম অসমীয়া ৰোমাণ্টিক কবিতা। প্ৰথম বছৰ দ্বিতীয় সংখ্যা জোনাকীত প্ৰকাশ হয় হেমচন্দ্ৰ গোস্বামীৰ 'জোনাকী' নামৰ কবিতা। কবিতাটিক পিচৰ সংকলনবোৰত নামাকৰণ কৰা হৈছে 'পুৱা' নামেৰে। কবিয়ে জোনাকী (পুৱা) কবিতাৰ মাধ্যমেৰে নৱন্যাস আন্দোলনক স্বাগতম জনাইছে।

'ৰবৰা অনন্তকাল জানৰ পোহৰ
জ্যোতির্ময়ী জোনাকী সবিতা ;
বজোৱা অনন্তকাল পকমত তুলি
বীণাপাণি কোমল কবিতা।' (পূৰ্বা)

হেমচন্দ্ৰ গোস্বামী আনহাতে অসমীয়া চতুৰ্দশপদী কবিতাৰ, (চনেট) জনক। জোনাকীত প্ৰকাশ হোৱা তেওঁৰ 'প্ৰিয়তমাৰ চিঠি' প্ৰথম অসমীয়া চনেট। এই সমসাময়িক কালচোৱাত বেজবৰুৱাৰ হাতত চুটি গল্প আৰু পদ্মনাথ গোহাঞিবৰুৱাৰ হাতত অসমীয়া উপন্যাসৰ সূচনা হয়। গোহাঞিবৰুৱাৰ ভানুমতী (১৮৯১ খৃঃ) প্ৰথম অসমীয়া উপন্যাস।

জোনাকীৰ সমসাময়িক কালছোৱাতে 'বিজুলী' (১৮৯০ খৃঃ) নামৰ আন এখনি আলোচনী প্ৰকাশ হয়। পদ্মনাথ গোহাঞিবৰুৱা, কৃষ্ণপ্ৰসাদ দুৱৰা আৰু বেণুধৰ ৰাজখোৱাই বিজুলীৰ গুৰি ধৰিছিল। বিজুলী আলোচনীয়ে ৰোমাণ্টিক সাহিত্য সৃষ্টিত অৰিহণা যোগাইছিল।

চন্দ্ৰকুমাৰ আগৰৱালা প্ৰথম ৰোমাণ্টিক কবি যদিও ৰোমাণ্টিক কবিতাৰ প্ৰায়বোৰ লক্ষণেই তেওঁৰ কবিতাত প্ৰকাশ পাইছে। বেজবৰুৱা, গোহাঞিবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীৰ কবিতাতো ৰোমাণ্টিক কবিতাৰ লক্ষণ বিদ্যমান।

এই নতুন কবিতাত ইন্ধন যোগোৱা পিচৰ অনুগামী কবিসকল হ'ল হিতেশ্বৰ বৰবৰুৱা, চন্দ্ৰধৰ বৰুৱা, ৰঘুনাথ চৌধাৰী, যতীন্দ্ৰ নাথ দুৱৰা, অম্বিকাগিৰী ৰায়চৌধুৰী, দুৰ্গেশ্বৰ শৰ্মা নলিনীবালা দেৱী, ৰত্নকান্ত বৰকাকতী, শৈলধৰ ৰাজখোৱা, নীলমণি ফুকন, বিনন্দচন্দ্ৰ বৰুৱা, গণেশচন্দ্ৰ গগৈ, মিত্ৰদেৱ মহন্ত, মফিজুদ্দিন আহম্মদ হাজৰিকা, আনন্দচন্দ্ৰ আগৰৱালা, দণ্ডিনাথ কলিতা, সূৰ্য্যকুমাৰ ভূঞা, লক্ষ্মীনাথ ফুকন, ধৰ্মেশ্বৰী দেৱী বৰুৱানী, পাৰ্বতিপ্ৰসাদ বৰুৱা, অতুলচন্দ্ৰ হাজৰিকা, দেৱকান্ত বৰুৱা আদি। প্ৰকৃতি-প্ৰীতি, প্ৰণয় উচ্ছ্বাস, মানব উচ্ছ্বাস, সাধাৰণ বস্তুত অসাধাৰণত্ব আৰোপ, ছন্দ প্ৰয়োগত নতুনত্ব আদি ৰোমাণ্টিক কবিতাৰ লক্ষণসমূহ অসমীয়া কবিৰ লিখনিত প্ৰকাশ পাইছে।

অকল কাব্য-সাহিত্যতেই যে ৰোমাণ্টিক লক্ষণ প্ৰকাশ পাইছিল এনে নহয়, নাটক, উপন্যাস, চুটি-গল্প, বুৰঞ্জী-প্ৰবন্ধ, সাহিত্যতো নৱ অভ্যুদয়ৰ সূচনা হৈছিল।

২

# ৰহস্যবাদ

বৈচিত্ৰ্যপূৰ্ণ জগতখনৰ প্ৰকৃতি জগত আৰু জীৱ জগতৰ ইটো বস্তুৰ লগত সিটো বস্তুৰ মিল নাই। সকলোৰে সত্তা স্বকীয়া। কিন্তু কিছুমান লোকৰ দৃষ্টিত এই বৈচিত্ৰ্যৰ মাজত ঐক্যৰ সন্ধান লাভ হয়। তেওঁলোকে জগতৰ সকলো শক্তিৰ মূলতে অনুভৱ কৰে পৰম শক্তিৰ কথা। এনে দৃষ্টিসম্পন্ন লোকেই ৰহস্যবাদী।

সহজ কথাত ক'বলৈ হ'লে "যিসকল লোকে বিশ্ব জগতৰ জড় আৰু চৈতন্যৰ মাজত, বৈচিত্ৰ্যৰ মাজত, ঐক্যৰ সন্ধান পায়, সকলো সত্তাৰ গুৰিতে এক পৰম সত্তাৰ অস্তিত্ব উপলব্ধি কৰে; সৰ্বশক্তিমান, সৰ্বজ্যোতিমান পৰমশক্তিৰ কথা উপলব্ধি কৰিব পাৰে এনে দৃষ্টিসম্পন্ন কবি, চিন্তাবীৰীকে ৰহস্যবাদী বা অতীন্দ্ৰিয়বাদী আখ্যা দিব পাৰি।"

**Mysticism is in the truth, a temper rather than a doctrine; an atmosphere rather than a system of philosophy**

ৰহস্যবাদীয়ে অনুভূতিৰ মাজেদি পৰমজনা বা ভগবানক উপলব্ধি কৰি পৰম গুণবোৰ বিকাশৰ জৰিয়তে নিজে ভগবানৰ লগত বিলীন হ'বলৈ বিচাৰে। ৰহস্যবাদ দৰাচলতে ভগবানৰ নীৰৱ উপভোগ (Silent enjoyment of God), পৰমজনাৰে সৈতে মিলনৰ বিজ্ঞান (Science of union with the absolute) আৰু একান্তলৈ একান্তৰ অভিযান (Flight of the alone to the alone)। ৰহস্যবাদক এক কথাত মই, মোৰ আৰু মোক অৰ্থাৎ ব্যক্তিস্বাতন্ত্ৰ্যৰ মূলোচ্ছেদ বুলিব পাৰি (Mysticism implies the abolition of individuality of that hard separateness that I, Me, Mine which makes of a man, a finite isolated thing)। যি অখণ্ড দৃষ্টিৰ সহায়েৰে কবিয়ে ভগৱত সত্তা অৰ্থাৎ তেওঁৰ বিশ্ব সৃষ্টিৰ পৰম সত্যক উপলব্ধি কৰি তেওঁৰ লগত মিলনৰ পৰম আনন্দ লাভ কৰিব পাৰে, সাহিত্যৰ মাজেদি সেই দৈৱী অনুভূতি সাধনক ৰহস্যবাদ বুলিব পাৰি।

কল্পনাবিলাসী আৰু ৰহস্যবাদী কবিৰ মাজত পাৰ্থক্য হ'ল, কল্পনাবিলাসী কবিয়ে বিস্ময় বিমূঢ় দৃষ্টিৰে ( Renascence of wonder ) বিশ্ব প্ৰকৃতিৰ সমুজ্জল ৰূপ দেখা পায়। কিন্তু ৰহস্যবাদী কবিয়ে তাৰ অন্তৰৰ অন্তৰতম প্ৰদেশৰ সমাহিত শান্ত সৌন্দৰ্যৰে অনুভৱ কৰে। Evelyn underhill-এ কৈছে—"The poetry of mysticism is inspired by and seeks to discover the soul's direct vision of reality".

ৰহস্যবাদীসকলে পৰম সত্তাক দৈৱী অনুভূতি, দিব্যদৃষ্টি বা বোধ দৃষ্টিৰ সহায়েৰে ( Intuition ) উপলব্ধি কৰে, জ্ঞান বা তৰ্কৰ জৰিয়তে নহয়—'বিশ্বাসে পাইবো তাক তৰ্কে বহুদূৰ'। ৰহস্যবাদীৰ মনত আত্মাৰ সকলো শক্তিৰ কেন্দ্ৰীভূত ৰূপ পৰমাত্মা বা ভগৱান।

প্ৰাচ্য-পাশ্চাত্যৰ প্ৰধান ধৰ্ম আন্দোলনৰ লগত ৰহস্যবাদৰ যোগসূত্ৰ পৰিলক্ষিত হৈছিল। খৃষ্টীয় যুগৰ আগত গ্ৰীচ আৰু ইজিপ্ততো এনে ভাবধাৰাৰ উদ্ভৱ হৈছিল। প্লেটোৰ ভাবধাৰা প্ৰধানকৈ ৰহস্যবাদী। জাগতিক সৌন্দৰ্যৰ জৰিয়তে স্বৰ্গীয় সৌন্দৰ্য উপলব্ধিৰ বাট দেখুৱাব পাৰিছে চক্ৰেটিচে। প্লেটোৰ পাচত প্লেটিনাচকেই ইউৰোপীয় ৰহস্যবাদৰ জন্মদাতা বুলিব পাৰি। তেওঁৰ মতে "ভগৱান আমাৰ বাহিৰৰ এজন নহয়। যদিও আমি নাজানো, প্ৰকৃততে তেওঁ সকলো বস্তুতে বিদ্যমান।" চক্ৰেটিচে জাগতিক সৌন্দৰ্যৰ জৰিয়তে স্বৰ্গীয় সৌন্দৰ্য উপলব্ধিৰ বাট দেখুৱাইছে। মানুহে শাৰীৰিক সৌন্দৰ্যৰপৰা মানসিক সৌন্দৰ্যৰ জৰিয়তে ভগৱানৰ সৌন্দৰ্যৰ স্তৰলৈ গতি কৰে।

ভাৰতীয় ৰহস্যবাদৰ সম্বন্ধ উপনিষদ আৰু বেদৰ লগত। উপনিষদৰ সময়ৰপৰাই ৰহস্যবাদৰ সুৰ শুনা যায়। আনহাতে উপনিষদৰ ৰহস্যবাদ দাৰ্শনিক ৰহস্যবাদ। মধ্য যুগত বিভিন্ন ধৰ্ম আন্দোলনৰ মাজত দেখা দিয়া ৰহস্যবাদ ভক্তিমূলক। দৰাচলতে মধ্য যুগৰ ধৰ্ম আন্দোলনৰ মাজেৰেহে প্ৰকৃত ৰহস্যবাদৰ সূচনা। মধ্য যুগৰ ভাৰতীয় সাহিত্যত ৰহস্যবাদৰ সুৰ শুনা যায় বঙ্গদেশৰ বাউল সঙ্গীত আৰু চণ্ডীদাসৰ ৰজকিনীৰ প্ৰেম সম্পৰ্কীয় গীতত।

'তুমি ৰজকিনী আমাৰ ৰমণী
তুমি হও মাতৃ-পিতৃ
ত্ৰিসন্ধ্যা যাজন তোমাৰি ভজন
তুমি বেদ মাতা গায়ত্ৰী।' ( চণ্ডীদাস )

চণ্ডীদাসে ৰজকিনীৰ মাজত এক বিশ্বপ্ৰেমৰ সপোন ৰচিছে। ৰবীন্দ্ৰনাথৰ

কবিতাতো দেখা যায় ক্ষুদ্ৰৰ মাজত বিৰাটক, সসীমৰ মাজত অসীমক লাভ কৰাৰ ক্ষণিক প্ৰচেষ্টা।

'সীমাৰ মাজে অসীম তুমি
বাজাও আপোন সুৰ
আমাৰ মধ্যে তোমাৰ প্ৰকাশ
তাই এত মধুৰ।' (ৰবীন্দ্ৰনাথ)

পূৰ্ব ভাৰতীয় আধুনিক ভাষাৰ প্ৰথম নিদৰ্শন চৰ্য্যাপদ। চৰ্য্যাপদত ৰহস্যবাদী ভাবধাৰা প্ৰকাশ পাইছে। অসমীয়া দেহ-বিচাৰ আৰু টোকাৰী গীতত সহজীয়া পন্থাৰ নিচিনা ৰহস্যবাদৰ সুৰ শুনা যায়—

'দেহাতে বিচাৰি লোৱা মোৰ বান্ধৱ
দেহাৰ ভিতৰে আছে নিজা গুৰু
মায়াত নপৰা আৰু।' (দেহ-বিচাৰৰ গীত)

ভাৰতীয় ভক্তি আন্দোলনৰ গুৰিতেও ভগৱত গীতা আৰু ভগৱত পুৰাণৰ ৰহস্যবাদ। বৈষ্ণৱ কবিসকলে প্ৰেম-ভক্তিৰেহে পৰমাত্মাৰ লগত মানৱাত্মাৰ মিলনৰ ৰূপ দেখা পাইছে। শ্ৰীশ্ৰীশঙ্কৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱ আৰু পৰবৰ্ত্তী যুগৰ কবিসকলৰ লিখনিতো ৰহস্যবাদী ভাবধাৰা স্পষ্ট। শ্ৰীশ্ৰীশঙ্কৰদেৱৰ মতে ভক্তি অবিহনে মুকুতি বা পৰমাত্মাৰ লগত মিলনৰ হেপাহ অবাস্তৱ।

'ভকতি বিহীন জ্ঞান কৰ্ম সবে ব্যৰ্থ
কহিলো স্বৰূপ বেদান্তৰ তত্ত্ব অৰ্থ।' (শঙ্কৰদেৱ)

ভগৱান শ্ৰীকৃষ্ণই বিশ্বৰ পৰমাত্মা—অদ্বৈত ৰূপ। এই ৰূপ ধ্যান কৰিয়ে শ্ৰীশ্ৰীশঙ্কৰদেৱে এক অখণ্ড ৰূপত বুৰ মাৰি আনন্দ উপলব্ধি কৰে—

'তোমাৰ অদ্বৈত ৰূপ পৰম আনন্দ পদ
তাতে মোৰ মগ্ন হোক চিত্ত।' (শঙ্কৰদেৱ)

পুৰণি সাহিত্যৰ চলি অহা ৰহস্যবাদী ভাবধাৰাৰ পৰম্পৰাই ৰোমাণ্টিক কবিসকলকো প্ৰভাৱান্বিত কৰিছিল। ৰোমাণ্টিক কবিসকলৰ লিখনিত ৰহস্যবাদী ভাবধাৰা স্পষ্ট। "ৰহস্যবাদ বা আধ্যাত্মিকতাবাদ ভাৰতীয় সংস্কৃতিৰ চিৰকলীয়া বস্তু। প্ৰত্যেক ভাৰতীয়ৰ ই প্ৰাণৰ সুৰ। গতিকে সেই সুৰে ভাৰতীয় কবিক আকৰ্ষণ কৰা স্বাভাৱিক।" (হেম বৰুৱা)

মৰকাস আন্দোলনৰ প্ৰাৰম্ভতে লক্ষ্মীনাথ বেজবৰুৱাই ভগৱন্ত প্ৰেমৰ এক

বিনিকি বিণিকি সুৰৰ সন্ধান দিব পাৰিছে 'মহাপ্ৰয়াণৰ যাত্ৰী', 'বাঁহী', 'অৱশেষ' আদি কবিতাত।

'মৰ্ত্যৰ সন্তাপ আঁতৰক এখন্তেক
দিব্যালোক প্ৰকাশক আত্মা জাগক
ধৰা মধুময় হওক, ক্ষৰোক অমৃত
উটি যাওক সি সোঁতত মোৰ শঠ চিত।" (বাঁহী)

প্ৰতিমাৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাত ৰহস্যবাদৰ ছিটিকনি নপৰাকৈ থকা নাই। বীণ বৰাগীয়েই কবিৰ ভগৱত প্ৰেমৰ উজ্জ্বল নিদৰ্শন। মানৱ-প্ৰেম কবিৰ লিখনিত পৰিস্ফুট। মানৱ বৰ্ণনাৰ মাজেৰে কবিয়ে জয়গান গাইছে মানৱৰ, আনহাতে উপলব্ধি কৰিব পাৰিছে মানুহৰ মাজতে ভগৱানৰ বিৰাট সত্তা।

হেমচন্দ্ৰ গোস্বামী আৰু পদ্মনাথ গোহাঞিবৰুৱাৰ কবিতাতো ৰহস্যবাদৰ ক্ষীণ সুৰ শুনা যায়। ভাৰতীয় দৰ্শনেৰে পৰিপুষ্ট দুৰ্গেশ্বৰ শৰ্মাৰ কবিতাত ৰহস্যবাদী ভাবধাৰা স্পষ্ট। 'মানুহৰ চিন্তা আৰু কল্পনা গছত ফুলা' কবিতাৰ কাকলিত শৰ্মাই বিচাৰি পালে আত্মাৰ অবিনশ্বৰত্বৰ কথা। শৰ্মাৰ কবিতাবাজিত আছে জন্মান্তৰবাদত গভীৰ বিশ্বাস। 'মহাস্বপ্ন', 'জীৱন', 'বৃন্দাবন' আদি কবিতাত সেই সুৰ শুনা যায়।

ৰঘুনাথ চৌধাৰীৰ সৰহভাগ কবিতাৰ বিষয়-বস্তু চৰাই আৰু প্ৰকৃতি জগত। প্ৰকৃতিৰ অপৰূপ দৃশ্যবাজি আৰু বন-বিহঙ্গমৰ গীতি-তৰঙ্গত আপোন পাহৰা হ'লেও ইয়াৰ মাজতে কবিয়ে অনুভৱ কৰিব পাৰিছে বিশ্বপিতা পৰমেশ্বৰৰ স্বৰূপ—

'সৌন্দৰ্য্যৰ মহামেলা বিশ্বমন্দিৰত
জ্বলে গন্ধ পুষ্প দীপ ধূপ
যেনি চাওঁ তেনি যেন মহামহিমৰ
বিশ্বভোলা প্ৰেমানন্দ ৰূপ।'

বনফুলৰ কবি যতীন্দ্ৰনাথ দুৱৰা মুখ্যতে প্ৰেমৰ কবি, সৌন্দৰ্যৰ উপাসক। ব্যক্তিগত নৈৰাশ্যৰ বিননি আৰু কাৰুণ্য দুৱৰাৰ কবিতাৰ অন্যতম বৈশিষ্ট্য। আত্মকেন্দ্ৰিক কবি দুৱৰাৰ কবিতা ব্যক্তিগত হা-হুমুনিয়াহ, ব্যৰ্থ প্ৰেমৰ করুণ স্মৃতি আৰু সাংসাৰিক দুখৰ অকলশৰীয়া ভাবেৰে পৰিপূৰ্ণ। তেওঁৰ কবিতাত শোকৰ বিননি আছে, সাংসাৰিক সুখ লাভৰ ভৰসা হেৰুৱাইছে। কিন্তু কবিক সম্পূৰ্ণ নিৰাশাবাদী বুলি কব নোৱাৰি। দুৱৰাৰ 'মিলন'

কবিতাত প্ৰেম আৰু সৌন্দৰ্য সাধনাৰ মাজেৰে দেখা যায় ঈশ্বৰপ্ৰাপ্তিৰ উপায়। মৃত্যু কবিৰ মতে ভগৱানৰ পৰম সত্তাৰে সৈতে বিলীন হোৱাৰ সহজ উপায়—

'সকলো প্ৰাণীৰ তুমি প্ৰাণৰ পুতলা
তোমাতেই সাৰ্থক জীৱন
মৃত্যু কিনো ? ইয়ো এক তোমাৰে কৰুণা
আত্মাৰ প্ৰকৃত মিলন।'

কবিয়ে জাগতিক প্ৰেমকো পৰম জনাৰ প্ৰেমত ৰূপান্তৰিত কৰিব পাৰিছে। নতুন পথৰ পথিক কবিয়ে যেন মৰু জীৱনক অমৰ কৰা আকাশী অমিয়াৰ সন্ধান লাভ কৰিব পাৰিছে।

'মহাগায়কৰ বাঁহীৰ সুৰত
কবিৰ প্ৰাণত কঁপিল সুৰ
মন্দাকিনীৰ স্নিগ্ধ ধাৰাই
জীৱন শান্তি কৰিলে দূৰ' (মিলনৰ সুৰ)

'নিজান দেশৰ সুৰে মন বিয়াকুল কৰে', 'সোণোৱালী পুৱাৰ কিৰণ', 'সুদূৰৰ পোহৰ', 'সঙ্গীতৰ সুমধুৰ সুৰ' আদি চিত্ৰই কবিক ৰহস্যবাদীৰ শাৰীলৈ আনিছে।

ৰহস্যবাদী কবি হিচাপে 'তুমি' কাব্যৰ কবি অম্বিকাগিৰীৰ স্থান আগশাৰীত। অসম কেশৰী অম্বিকাগিৰীৰ 'তুমি' এখন আধ্যাত্মিক ভাবেৰে ভৰপুৰ কবিতাৰ পুথি। প্লেটোৰ মতে মানবীয় প্ৰেমেই স্বৰ্গীয় প্ৰেম লাভৰ সোপানস্বৰূপ। ৰায়চৌধুৰীৰ 'তুমি' কাব্যত প্লেটোৰ উক্তিৰ যথাৰ্থতা ৰক্ষা পৰিছে। প্ৰিয়জনৰ যি দুটি চিনাকি চকুৰ প্ৰতি কবিৰ দুৰ্বাৰ আকৰ্ষণ, ভুৱাৰ সৌন্দৰ্যৰ মাজত সেই দুটি চকুৰ মাজতে কবিয়ে উপলব্ধি কৰিব পাৰিছে সৰ্বশক্তিমান ভগৱানৰ বিৰাট অস্তিত্বৰ কথা।' "গাভৰুৰ গোলাপী গালত, লাজৰ ৰাঙলী আভা", "সুন্দৰীৰ ৰসাল বুকুৰ ৰসৰ প্ৰতিমা", "চেনেহীৰ চকুৰ কেৰাহি কটাক্ষ", "ওৰণি তলৰ মিঠা সুৰ" এই সকলোবোৰ সৌন্দৰ্যৰ গুৰিতে যেন তুমিময় ভগৱান।

সকলো তুমিয়ে নাথ
জগতত দেখিছোঁ বিমান
লোৱা এই অশ্ৰুটুপি
ভেদি অহা মুগধ পৰাণ।' (তুমি)

সাতটি সৰ্গত বিভক্ত 'তুমি' কাব্যখনিত ভৰপুৰ সংসাৰৰ মাজত থাকি, দৃশ্যমান জগতৰ সকলো সৌন্দৰ্য উপভোগ কৰিও কিদৰে ভগৱত প্ৰেমৰ কথা চিন্তা কৰিব পাৰি তাৰেই এক সহজ পন্থা কবিয়ে দেখুৱাব পাৰিছে।

নলিনীবালা দেৱী আন এগৰাকী ৰহস্যবাদী কবি। ব্যক্তিগত পাৰিবাৰিক জীৱনৰ কাৰুণ্যই কবিৰ ৰহস্যবাদৰ মূল উৎস। কবিৰ ৰহস্যসন্ধানী লক্ষ্য আৰু প্ৰতীকধৰ্মিতা কোনো ধৰ্ম আন্দোলনৰ প্ৰভাৱ বাইৰ অনুপ্ৰেৰণা নহয়। পাশ্চাত্য ৰোমাণ্টিক আন্দোলনৰ দ্বাৰা প্ৰভাৱান্বিত হ'লেও ভাৰতীয় দৰ্শনৰ জন্মান্তৰবাদ, কৰ্মফলবাদ আদিৰেহে বেছি প্ৰভাৱান্বিত। ভাৰতীয় দৰ্শনৰ মৰ্মকথা অনুযায়ী তেওঁৰ কাব্য সৃষ্টি আত্মাৰ ৰূপায়ণৰ উদ্দেশ্যে নিবেদিত। তেওঁৰ মতে জাগতিক সৌন্দৰ্য পৰম সৌন্দৰ্যৰ প্ৰতীকস্বৰূপ। বাহ্যিক বৰ্ণালিয়ে কবিৰ চকুত খন্তেকৰ মোহ জগালেও মোহাচ্ছন্ন কৰিব নোৱাৰে। তাৰ মাজেৰে বিচাৰে পৰম সৌন্দৰ্যৰ সন্ধান।

'মানুহৰ দুচকুৰ অসীম সৌন্দৰ্য্য তৃষা
সুখ আশা হেপাহ বুকুৰ
নহয় ই মৰতৰ খন্তেকীয়া জীৱনৰ
সুখ আশা পৰম পদৰ।' (নলিনীবালা)

জীৱনৰ ভাটী বয়সত ৰচনা কৰা বাবেই বোধকৰো নৱন্যাস আন্দোলনৰ কবি হ'লেও নীলমণি ফুকনৰ কবিতাত আত্ম-পৰিতৃপ্তিৰ হাবিয়াস কম। সৌন্দৰ্যৰ সম্মোহন শক্তিয়ে কবিক বাউল কবি তুলিলেও কবি আপোন পাহৰা হোৱা নাই। আনহাতে ভাৰতীয় দৰ্শনৰ ছত্ৰছায়াত কবিয়ে উপলব্ধি কৰিব পাৰিছে ভগৱানৰ বিৰাট অস্তিত্বৰ কথা। সন্ধানীকৈ ফুকন অসমীয়া সাহিত্যৰ ৰহস্য-সন্ধানী কবি। সৃষ্টিৰ অণু-পৰমাণুৰপৰা মহত্তোপি মহীয়ান পদাৰ্থলৈকে সকলোতে একেটি শক্তিয়ে ক্ৰিয়া কৰা তেওঁ দেখা পাইছে। কবিয়ে জগতৰ খণ্ড সৌন্দৰ্যৰ অপূৰ্ণতাৰ অন্তৰালত চিৰসুন্দৰৰ সৌন্দৰ্যৰ ক্ষণিক প্ৰভা, ৰূপৰ মাজত অৰূপৰ সন্ধান পাইছে।

কাব্যভাৰতী ধৰ্মেশ্বৰী দেৱী বৰুৱানী আন এগৰাকী ৰহস্য সন্ধানী কবি। বিশ্ব জগতৰ জাগতিক সত্তাৰ আৰু মানৱ অন্তৰৰ মৰমচেনেহ আদিৰ মাজত কবিয়ে আত্মৰূপ ধৰি থকা এজনৰ সন্ধান পাইছে।

শেৱালিৰ কবি ৰঘুনাথ বৰকাকতীয়ে শেৱালিৰ নিষ্কলঙ্ক শুভ্ৰতা আৰু চন্দ্ৰৰ নিষ্কলঙ্ক মাধুৰিমাৰ মাজেদি বিচাৰিছে চিৰসুন্দৰৰ পূৰ্ণতাৰ স্বৰূপ। ৰহস্যবাদৰ উপলব্ধিয়ে বৰকাকতীৰ সাধনাৰ মূল লক্ষ্য। নৱন্যাস আন্দোলনৰ

পয়োভৰৰ কালছোৱাত শেৱালি কবিৰ আপোন উপলব্ধিৰ মাজেৰে সীমাৰ মাজত অসীমক বিচাৰি পাইছিল ক্ষণিক তৃপ্তি।

কমলেশ্বৰ চলিহা, শৈলধৰ ৰাজখোৱা, ডিম্বেশ্বৰ নেওগ, পাৰ্বতি প্ৰসাদ বৰুৱাৰ কবিতাতো ৰহস্যবাদৰ সুৰ শুনা যায়। ৰোমাণ্টিক কবি হ'লেও সৰহভাগ অসমীয়া কবিয়েই ভাৰতীয় দৰ্শনৰ দ্বাৰা পৰিপুষ্ট। সেইবাবে তেওঁলোকৰ ৰচনাত কম-বেছি পৰিমাণে ৰহস্যবাদৰ সুৰ শুনাটো স্বাভাবিক।



# কাব্য-সাহিত্য

পৃথিৱীৰ সৰহ ভাগ ভাষা সাহিত্যৰে জন্ম কবিতা বা কাব্যৰ ৰূপত। ভাৰতীয় ভাষা-সাহিত্যৰ ভিতৰত ৰামায়ণক আদি-কাব্য বুলি কোৱা হয়।

'মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতী সমাঃ।
যৎ ক্ৰৌঞ্চমিথুনাদেকমবধীঃ কামমোহিতম্॥'

পণ্ডিতসকলৰ মতে এই ফাকিয়েই জগতৰ আদি শ্লোক। কাব্য-সাহিত্যৰ শ্ৰেষ্ঠ নিদৰ্শন মহাকাব্য। "নানান সৰ্গ বা পৰিচ্ছেদত বিভক্ত যি কাব্যত কোনো সুমহান বিষয়-বস্তুক অৱলম্বন কৰি এজন বা ততোধিক বীৰোচিত চৰিত্ৰ নাইবা অতিলৌকিক শক্তি সম্পাদিত কোনো নিয়তী নিৰ্ধাৰিত ঘটনা ওজস্বী ছন্দত বৰ্ণিত হয়, তাকেই মহাকাব্য কোৱা হয়।"

মহাকাব্যৰ আখ্যান-বস্তু পৌৰাণিক বা ঐতিহাসিক আৰু নায়কজন বীৰ প্ৰকৃতিৰ। মহাকাব্য আৰম্ভ কৰা হয় আশিস বচন নাইবা দেৱতাৰ স্তুতিমূলক বৰ্ণনাকাৰক বাকাৰে। ধৰ্ম, অৰ্থ, কাম, মোক্ষ এই চতুৰ্বৰ্গ মহাকাব্যৰ অপৰিহাৰ্য অঙ্গ। নাটকীয় পঞ্চসন্ধি মুখ, প্ৰতিমুখ, গৰ্ভ, বিমৰ্ষ, আৰু উপসংহাৰ এই পঞ্চসন্ধি কাব্যৰ বাবে অপৰিহাৰ্য। একাধিক নায়ক মহাকাব্যত নথকা নহয়। কিন্তু নায়কজন হ'ব লাগে ধিৰোদাত্ত অৰ্থাৎ সৎগুণেৰে বিভূষিত ধীৰ-উদাৰ দেৱতা নাইবা উচ্চ বংশীয় ক্ষত্ৰিয়। শৃঙ্গাৰ, বীৰ, নাইবা শান্ত এটা ৰসক প্ৰধান হিচাপে লৈ বাকীবোৰক গৌণ হিচাপে মহাকাব্যত ধৰা হয়।

একোটা ছন্দত একোটা সৰ্গ ৰচনা কৰা হয় আৰু সৰ্গৰ শেষত পিচৰ সৰ্গৰ সূচনা কৰা মহাকাব্যৰ অন্যতম লক্ষণ।

মহাকাব্য বস্তুনিষ্ঠ বা তন্ময় (Objective) কাব্য। মহাকাব্য আখ্যানমূলক যদিও আখ্যানৰ মাজত কবি সদায় আত্মগোপন কৰি থাকে। কবিৰ ব্যক্তিগত ভাবাবেগৰ স্থান মহাকাব্যত নাই। কবিৰ আত্মবাণী প্ৰচাৰক নহৈ বিষয় বস্তুৰ ওপৰত প্ৰাধান্য দিয়াটোৱে মহাকাব্যৰ মূল লক্ষ্য। কবিৰ ব্যক্তিগত জীৱনৰ সংকীৰ্ণ প্ৰতিবিম্বৰ প্ৰতিফলন নহয় বাবেই মহাকাব্যৰ জনপ্ৰিয়তা বেচি।

বিশ্ব-সাহিত্যত রামায়ণ-মহাভাৰত আৰু গ্ৰীচৰ ইলিয়াড ওডিচিকহে প্ৰকৃত মহাকাব্য বুলি কোৱা হয়। বহুতো সমালোচকে আকৌ ৰামায়ণক আদি কাব্য আৰু মহাভাৰতক ইতিহাস বুলি ক'ব বিচাৰে। অধিকাংশ পণ্ডিতৰ মতে সংস্কৃত সাহিত্যত মহাকাব্য বুলিলে ৰামায়ণ-মহাভাৰতক বুজায়।

পিচৰ যুগৰ ৰচনা কালিদাসৰ কুমাৰসম্ভৱ, ৰঘুবংশ, ভাৰবীৰ কিৰাট অৰ্জ্জুনিয়ম্, মাঘৰ শিশুপাল বধ আৰু শ্ৰীহৰ্ষৰ নৈষধ চৰিতকো মহাকাব্য আখ্যা দিয়া হয়। উক্ত পুথিবিলাকক আদিকৰ কাব্যৰ দৰে মহাকাব্য আখ্যা দিব পাৰিলেও বিষয়বস্তুৰ গভীৰতা আৰু সাৰ্বজনীনতাৰ অভাৱৰ বাবে মহাকাব্য আখ্যা নিদি কাব্য নাইবা খণ্ডকাব্য আখ্যা দিয়াটোহে উচিত হ'ব। মহাভাৰত, ৰামায়ণ যেনে দৰে কবিৰ স্বতঃস্ফূৰ্ত্ত সৃষ্টি উক্ত কাব্যবিলাক তেনে নহয়। উক্ত কাব্যবিলাক কবিৰ প্ৰতিভা বিকাশৰ অনীহে মাথোন।

মহাকাব্যৰ ভাষা ওজস্বী আৰু গাম্ভীৰ্যপূৰ্ণ। নায়কৰ জয় আৰু আত্ম-প্ৰতিষ্ঠাৰ যোগেদি মহাকাব্যৰ সমাপ্তি ঘটোৱা হয়। মহাকাব্যত জটিল ঘটনা আৰু বহুবিধ চৰিত সন্নিবেশ থাকিলেও সমগ্ৰ কাব্যখনতে এটা শিল্পসঙ্গত সৌন্দৰ্যবোধ আৰু মহত্ত্বব্যঞ্জক গাম্ভীৰ্য থাকে।

কাব্য শব্দই সাধাৰণ অৰ্থত কবিতাকে বুজালেও কাব্য বুলিলে আমি খণ্ড-কাব্য বা আখ্যানমূলক দীঘলীয়া কোনো পদ ৰচনাকে বুজোঁ। মহাকাব্যৰ মুখিয়ালসকল একোটি জাতিৰ মুখিয়াল হোৱা বাবে মহাকাব্যৰ লগত জাতিৰ জীৱন—বুৰঞ্জী, শৌৰ্য-বীৰ্য নিহিত হৈ থাকে।

মহাকাব্যতকৈ চমু অথচ একে ৰীতিৰে ৰচিত কাব্যকে খণ্ডকাব্য আখ্যা দিয়া হয়। খণ্ডকাব্য সাধাৰণতে এটা বিষয়ৰ। খণ্ডকাব্যৰ ঘটনা-প্ৰবাহ মহাকাব্যৰ দৰে সুদূৰপ্ৰসাৰী নহয়। মহাকবি কালিদাসৰ মেঘদূত মহাকাব্য নহয়, এখন খণ্ডকাব্যহে। তেনেদৰে অসমীয়া সাহিত্যত হিতেশ্বৰ বৰবৰুৱাৰ কমতাপুৰ ধ্বংস, ভোলানাথ দাসৰ সীতাহৰণ কাব্য একোখন খণ্ডকাব্য।

একশ্ৰেণীৰ কাব্যত দেখা যায় এক সুসংগঠিত কাহিনীৰ দীঘলীয়া বৰ্ণনা। কাহিনীভাগৰ মাজেৰে চৰিত্ৰৰ উত্থান-পতন দেখুৱা হয়, কিন্তু মহাকাব্যৰ সকলো লক্ষণ এই শ্ৰেণীৰ কাব্যত অপৰিহাৰ্য নহয়। মহাকাব্যৰ কাহিনী ভাগৰপৰা সংগৃহীত উপকাহিনীৰেও এনে শ্ৰেণীৰ কাব্য ৰচনা হোৱা দেখা যায়। আধুনিক যুগৰ কবিয়ে মহাকাব্যৰ আশ্ৰয় নোলোৱাকৈ যুকুজিত কাহিনী ভাগকে এনেদৰে ৰূপ দিয়া দেখা যায়। এনেধৰণৰ আখ্যানমূলক কাহিনী সম্বলিত দীঘলীয়া কবিতাক কাহিনী-কাব্য আখ্যা দিয়া হয়। ৰবীন্দ্ৰনাথ

ঠাকুৰ, বৰ্দ্ধছৰ্ব্ব, বাইবল, কীচক আদি এনেধৰণৰ কাহিনী-কাব্যৰ ৰচক। অসমীয়া সাহিত্যত ভোলানাথ দাসৰ সীতাহৰণ কাব্য, হিতেশ্বৰ বৰবৰুৱাৰ কমতাপুৰ ধ্বংস আদিক বহু পৰিমাণে কাহিনী-কাব্য আখ্যা দিব পাৰি। পদ্মনাথ গোহাঞিবৰুৱাৰ 'লীলা' এনেধৰণৰ এখনি কাব্য।

অসমীয়া সাহিত্যত কাব্য সাহিত্যৰ সূচনা হৈছে প্ৰাক্-বৈষ্ণৱ যুগত। প্ৰাক্-বৈষ্ণৱ যুগৰ প্ৰহ্লাদ চৰিতখনেই প্ৰথম কাব্য বুলি ধৰিব পাৰি। এই সকলো পুথিখনিত কাব্যৰ সকলো লক্ষণ প্ৰকাশ পোৱা নাই। হৰিবৰ বিপ্ৰৰ 'লবকুশৰ যুদ্ধ', 'বভ্ৰুবাহনৰ যুদ্ধ' আদিক কাব্যৰ শ্ৰেণীভুক্ত কৰা হয় যদিও অসমীয়া সাহিত্যত প্ৰকৃত কাব্য-সাহিত্যৰ সূচনা হৈছে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ হাতত। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে হৰিশ্চন্দ্ৰ উপাখ্যান, ৰুক্মিণীহৰণ, বলিছলন, অমৃত মথন, গজেন্দ্ৰ উপাখ্যান, অজামিল উপাখ্যান আৰু কুৰুক্ষেত্ৰ নামৰ সাতখন কাব্য ৰচনা কৰিছিল।

প্ৰাচীন অসমীয়া কাব্য সংস্কৃত মহাকাব্য আৰু কাব্যৰ আৰ্হি লৈ ৰচিত। অৱশ্যে অসমীয়া সাহিত্যত কোনো মহাকাব্য নাই। ৰামায়ণ-মহাভাৰতৰ অসমীয়া অনুবাদ সাহিত্য একাধিক। মহাকাব্যৰ বিষয়বস্তুৰ ওপৰত ভেটি কবি খণ্ডকাব্য আৰু কাহিনী-কাব্য ৰচনা কৰা হৈছে। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ ৰুক্মিণীহৰণ এখন অনুপম কাব্য। বৈষ্ণৱ যুগত ৰচনা কৰা বধ-কাব্যসমূহো অসমীয়া সাহিত্যৰ অমূল্য সম্পদ। ৰামসৰস্বতীয়েই সৰহভাগ জনপ্ৰিয় বধকাব্যৰ ৰচক। খটাসুৰ বধ, অশ্বকৰ্ণ যুদ্ধ, কুলাচল বধ আদি ৰামসৰস্বতীৰ জনপ্ৰিয় বধকাব্য। অকল ৰামসৰস্বতীয়েই নহয় প্ৰাক্‌বৈষ্ণৱ আৰু বৈষ্ণৱ যুগৰ সৰহভাগ পুথিয়েই ৰচিত হৈছিল খণ্ডকাব্য নাইবা কাহিনী-কাব্যৰ ৰূপত।

এনে ধৰণৰ প্ৰাচীন অসমীয়া কাব্যসমূহক প্ৰধানকৈ তিনিশ্ৰেণীতে ভাগ কৰিব পাৰি।

(১) হৰণ কাব্য—শ্ৰীশঙ্কৰদেৱৰ ৰুক্মিণীহৰণ, অনন্ত কন্দলীৰ কুমাৰ হৰণ।

(২) পৰিণয় কাব্য—পীতাম্বৰ দ্বিজৰ ঊষা পৰিণয়, কবিৰাজ চক্ৰৱৰ্তীৰ শকুন্তলা।

(৩) বধকাব্য—অনন্ত কন্দলীৰ মহীৰাৱণ বধ, বৃত্ৰাসুৰ বধ, ৰামসৰস্বতীৰ খটাসুৰ বধ, অশ্বকৰ্ণ যুদ্ধ, কুলাচল বধ, জঙ্ঘাসুৰ বধ ; গোপাল মিশ্ৰৰ শঙ্খচূড় বধ, মহীৰাসুৰ বধ , কবি সাগৰখৰিৰ কূৰ্মাৱলী যুদ্ধ।

ইংৰাজ অহাৰ পাচত আমাৰ দেশত লাহে লাহে ইংৰাজী শিক্ষাৰ প্ৰভাৱ

পৰিল। লগে লগে সাহিত্যৰ বিভিন্ন ধাৰাৰ পৰিবৰ্তন ঘটিল। প্ৰাচীন আৰু বৈষ্ণব সাহিত্যৰ সলনি অসমীয়া সাহিত্যৰ আদৰ্শ হ'ল পাশ্চাত্য সাহিত্য। পাশ্চাত্য সাহিত্যৰ অনুকৰণত কাব্য, নাটক আৰু গদ্য সাহিত্যই এক নতুনীয়া ৰূপ ল'লে। কিন্তু আধুনিক অসমীয়া কাব্য-সাহিত্যৰ ওপৰত ইংৰাজী সাহিত্যৰ পোনপটীয়া প্ৰভাৱ পৰা নাই। আধুনিক অসমীয়া কাব্যৰ ওপৰত কিছু প্ৰভাৱ পৰিছে মাইকেল মধুসূদন দত্তৰ। বিশেষকৈ অমিত্ৰাক্ষৰ ছন্দ সৃষ্টিত মধুসূদন দত্তৰ প্ৰভাৱ বেচি। অৱশ্যে মাইকেল মধুসূদন দত্তৰ ওপৰত পাশ্চাত্য প্ৰভাৱ কম নহয়। সেই বাবে আধুনিক অসমীয়া কাব্যত প্ৰত্যক্ষ নহ'লেও পৰোক্ষভাৱে পাশ্চাত্য সাহিত্যৰ প্ৰভাৱ পৰিছে। আনহাতে প্ৰথম অৱস্থাত আধুনিক অসমীয়া কাব্য প্ৰাচীন অসমীয়া কাব্য পৰম্পৰা বৰ্জিত বুলি ক'ব নোৱাৰি।

আধুনিক কাব্য ৰচনা কৰোঁতাসকলে বৈষ্ণব সাহিত্য কাব্য ৰচনাৰ আৰ্হি হিচাপে লব পাৰিছিল। আধুনিক অসমীয়া কাব্য সৃষ্টিত কমবেচি পৰিমাণে ত্ৰিবিধ প্ৰভাৱৰ কথা অস্বীকাৰ কৰিব নোৱাৰি।

১৮৭৫ খৃঃত ৰচনা কৰা ৰমাকান্ত চৌধুৰীৰ 'অভিমন্যু বধ' প্ৰথম আধুনিক কাব্য। ৰমাকান্ত চৌধুৰী গুৱাহাটীৰপৰা এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটীতে আমোলাৰ কাম কৰিছিল। 'অভিমন্যু বধ' কাব্য ৰচনাত তেওঁৰ ওপৰত মাইকেল মধুসূদন দত্তৰ প্ৰভাৱ ত্ৰিবিধ। প্ৰথম কথা মধুসূদন দত্তৰ ৰচনাৰপৰাই চৌধুৰীয়ে আধুনিক ভাবাত কাব্যৰচনাৰ প্ৰেৰণা পাইছিল।

দ্বিতীয়তে তেওঁ মধুসূদন দত্তৰ আৰ্হিত অমিত্ৰাক্ষৰ ছন্দত কাব্য ৰচনা কৰিছিল। কিন্তু তেওঁৰ কাব্যৰ ভাষা আধুনিক হ'লেও বৈষ্ণব কাব্যৰ আৰ্হিত ৰচনা কৰা।

> দশ দিন যুদ্ধ কৰি ভীষ্ম মহাবলী
> যেতিয়া শুইলা বীৰে শৰ আসনত
> মহাৰথী পাণ্ডৱেও আনন্দ মনেৰে
> বজাইলা ঢাক, ঢোল, শিংগা, কৰতাল
> জয় কম্প, ভেৰি ৰবা আপুনি শ্ৰীহৰি
> নিজ বাদ্য শঙ্খ লই, মুখ্যে বিজয়
> ঘোৰ নাদে বুড়ুৱায় সকল শবদ
> হৰষিলা পাণ্ডৱক। সাগৰ সমান

অপাৰ কৌৰৱী সৈন্য পুৰিলা শবদে
হাহাকাৰ ৰণ থলি, স্বামী নিহনত।

( অভিমন্যু বধ কাব্য )

প্ৰাক্ জোনাকী যুগৰ ৰমাকান্ত চৌধুৰীৰ সমসাময়িক কালছোৱাৰ অন্যতম শ্ৰেষ্ঠ কবি ভোলানাথ দাস। ভোলানাথ দাসৰ 'সীতাহৰণ কাব্য' মাইকেল মধুসূদন দত্তৰ অমিত্ৰাক্ষৰ ছন্দৰ অনুকৰণত ৰচিত। কাব্যখনি পোনতে আসাম বিলাসিনীত ছোৱা ছোৱাকৈ প্ৰকাশ পাইছিল। পিচতহে ১৯০২ খৃঃত পুথিৰ আকাৰত প্ৰকাশ হয়। ১৮৭১ খৃঃত কাব্যখনি লিখিবলৈ লয় যদিও ১৮৮৮ খৃঃতহে সম্পূৰ্ণ কৰিছিল। কাব্যখনিৰ প্ৰথম সৰ্গতে মধুসূদন দত্তৰ প্ৰেৰণাৰ কথা উল্লেখ কৰিছে।

দেবকুল অৰি সেই ৰামায়ণ গীত
গাইবে বাঞ্ছিছো আমি মূঢ় আকিঞ্চন
অমিত্ৰ অক্ষৰ ছন্দে, হে মাতঃ বাগ্দেবি
যি ছন্দে গাইলা বহু মধুময় গীত
তব অনুগ্ৰহে অতি প্ৰিয় সত্য তব
শ্ৰীমধুসূধন বঙ্গ কবি কুলমণি।

( সীতাহৰণ কাব্য )

১৯২ পৃষ্ঠাৰ কাব্যখনি সাতোটি সৰ্গত বিভক্ত। দণ্ডকাৰণ্যৰ বনবাসত থকা শ্ৰীৰামচন্দ্ৰ সীতাৰ ওচৰলৈ শূৰ্পণখা অহাৰপৰাই কাব্যখনি আৰম্ভ হৈছে আৰু সীতাহৰণৰ পিচতে কাব্যখনিৰ সামৰণি পৰিছে। কাব্যখনিৰ কাহিনী-ভাগত মূল ৰামায়ণৰ আখ্যানৰপৰা ফালৰি কাটি যোৱা নাই নাইবা স্বকল্পিত অতিৰঞ্জিত কাহিনীও সংযোগ কৰিব বিচৰা নাই। মূল ৰামায়ণৰ কাহিনী কবিয়ে অব্যাহত ৰাখিছে। অৱশ্যে পাঠকৰ ৰুচি অভিৰুচিৰ প্ৰতি লক্ষ্য ৰাখি দুই-এঠাইত পাঠকৰ মনোৰঞ্জনৰ বাবে হাস্যোদ্দীপক চিত্ৰ সংযোজনা কৰিছে। কাব্যখনি বৰ্ণনাবহুল আৰু চিত্ৰধৰ্মী। ভোলানাথ দাসে মাইকেল মধুসূদন দত্তৰ অমিত্ৰাক্ষৰ ছন্দৰ অনুকৰণত সীতাহৰণ কাব্য ৰচনা কৰিলেও কাব্যখনিত প্ৰাচীন বৈষ্ণৱ কাব্যৰ গাম্ভীৰ্য পূৰামাত্ৰাই ৰক্ষা কৰিব পাৰিছে। ছন্দৰ গাম্ভীৰ্য, ভাবৰ গভীৰতা, বিষয় বস্তুৰ প্ৰাঞ্জল প্ৰকাশ তেওঁৰ লিখনিৰ অন্যতম বৈশিষ্ট্য। তেওঁৰ 'সুভদ্ৰাহৰণ' নামৰ আন এখনি কাব্য অপ্ৰকাশিত অৱস্থাত আছে।

ভোলানাথ দাসৰ সমসাময়িক কালছোৱাৰ আন এগৰাকী কবি পূৰ্ণকান্ত

দেৱশৰ্মা। 'নল চৰিত্ৰ' ( ১৮৮৯ খৃঃ ) শৰ্মা ডাঙৰীয়াৰ এখনি কাব্য। 'নল চৰিত্ৰ' বৈষ্ণৱ কাব্যৰ আৰ্হিত ৰচিত কাব্য। 'নল চৰিত্ৰ' আনহাতে জোনাকীৰ জন্মলগ্নৰ কাব্য।

জোনাকী যুগৰ উল্লেখযোগ্য কাব্য পদ্মনাথ গোহাঞিবৰুৱাৰ 'লীলা কাব্য। গোহাঞিবৰুৱাৰ লীলা সম্পূৰ্ণৰূপে এখনি ব্যক্তিকেন্দ্ৰিক কাব্য। প্ৰথমা পত্নী লীলাৱতীৰ করুণ স্মৃতিয়েই কাব্যখনিৰ বিষয়বস্তু। লীলা কাব্যক একেবাৰতে এখন খণ্ডকাব্য আখ্যা নিদি কাহিনীকাব্য আখ্যা দিব পাৰি। অমিত্ৰাক্ষৰ ছন্দত লিখা কাব্যখনিৰ প্ৰকাশভঙ্গী সহজ সৰল। কাব্যখনিৰ ভাষা সাৱলীল আৰু নিমজ।

আধুনিক অসমীয়া সাহিত্যত এলানি কাব্য ৰচনা কৰিছিল হিতেশ্বৰ বৰবৰুৱাই। হিতেশ্বৰ বৰবৰুৱাই একেৰাহে 'কমতাপুৰ ধ্বংস' ( ১৯ ২ খৃঃ ), 'বিৰহিণী বিলাপ' ( ১৯১২ ), 'তিৰোতাৰ আত্মদান' ( ১৯১৩ ), 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী' ( ১৯১৪ ) আৰু 'আভাস' ( ১৯১৪ ) কাব্য ৰচনা কৰিছিল। ৰবৰুৱাৰ 'কমতাপুৰ ধ্বংস' অমিত্ৰাক্ষৰ ছন্দত ৰচনা কৰা বুৰঞ্জীমূলক কাব্য। ১৫ টা সৰ্গত বিভক্ত কাব্যখনিত নীলাম্বৰৰ কমতাৰাজ্য পতনৰ কথা করুণ ভাষাত বৰ্ণনা কৰিছে। 'তিৰোতাৰ আত্মদান' কাব্যৰ বিষয়বস্তু জয়মতী কুঁৱৰীৰ নিৰ্যাতন আৰু আত্মদানৰ কাহিনী। কবিৰ 'আভাস' কাব্য ২১টি কবিতাৰ সমষ্টি। দেশ-বিদেশৰ কেইগৰাকীমান নাৰীৰ জীৱনৰ করুণ কাহিনী আভাস কাব্যৰ মাজেৰে প্ৰকাশ পাইছে। 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী' কাব্যৰ বিষয়বস্তু আহোম ৰমণী মূলা গাভৰুৰ বীৰত্বব্যঞ্জক কাহিনী। মূলাগাভৰুৰ স্বামী চাওক্ৰাচেংমুং বৰগোহাঞি মুছলমানৰ বিৰুদ্ধে যুঁজ দি অন্যায় ভাৱে শত্ৰুৰ হাতত প্ৰাণ এৰিব লগা হ'ল। বীৰাঙ্গনা মূলা গাভৰুৱে স্বামীৰ মৃত্যু বাতৰি পাই ৰণচণ্ডী মূৰ্তি ধৰি নিজেই সৈন্য পৰিচালনা কৰি মুছলমানৰ বিৰুদ্ধে ৰণ দিলে। শত্ৰুৰ দুজন পালী সেনাপতি নিধন কৰি শেষত ৰণক্ষেত্ৰত বীৰাঙ্গনা বেশেৰে প্ৰাণত্যাগ কৰিলে। দীঘলীয়া কাব্যখনিৰ মাজেৰে হিতেশ্বৰ বৰবৰুৱাই এগৰাকী বীৰাঙ্গনা ৰমণীৰ বীৰত্বব্যঞ্জক কাহিনী ৰূপ দিছে। হিতেশ্বৰ বৰবৰুৱাৰ কাব্যসমূহৰ ভিতৰত এইখনেই মনোৰম আৰু শ্ৰেষ্ঠ। কাব্যখনিৰ ভাষাও গাম্ভীৰ্যপূৰ্ণ, বৰ্ণনা মনোৰম আৰু অমিত্ৰাক্ষৰ ছন্দত ৰচনা কৰা হ'লেও সুখপাঠ্য। 'ডেচডিমনা' ( ১৯১৭ ) আৰু 'অঞ্জিলা' ( ১৯১৭ ) ৰবৰুৱাৰ আন দুখনি কাব্য। চেক্সপীয়েৰৰ Othello আৰু গোল্ডস্মিথৰ Vicar of Wakefield কাব্যৰ আলমত উক্ত কাব্য দুখানি ৰচনা

কৰিছিল। হিতেশ্বৰ বৰবৰুৱাৰ কাব্যৰাজিৰ ভাব ভাষা সহজ সৰল। অমিত্ৰাক্ষৰ ছন্দত ৰচনা কৰা হ'লেও কাব্যৰাজি মনোৰম। অসমীয়া সাহিত্যত হিতেশ্বৰ বৰবৰুৱাৰ লিখনীত এখনি কাব্য-ৰচনা কৰাৰ আপ্ৰাণ্ণধীয়া প্ৰচেষ্টা ফুটি উঠিছে। ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাই হিতেশ্বৰ বৰবৰুৱাৰ কাব্য আলোচনা কৰি লিখিছে—"ছাঁকলীয়া বৰ্ণনাত্মক কাব্য ৰচনাত বৰবৰুৱা অসমীয়া সাহিত্যত অপ্ৰতিদ্বন্দ্বী হৈ আছে। এওঁৰ লিখনীত অমিত্ৰাক্ষৰ ছন্দই নিজাঁক অসমীয়া ৰূপত প্ৰতিষ্ঠা লাভ কৰে। স্বদেশপ্ৰীতি আৰু করুণ ৰসৰ প্ৰাধান্য এওঁৰ কাব্য আৰু কবিতাৰ প্ৰধান বিশেষত্ব। এওঁৰ কাব্যত শোকৰ বিননি, দুখৰ আৰ্তনাদ আছে কিন্তু নৈৰাশ্য বা জাগতিক বিধানৰ প্ৰতি বিৰাগ বিতৃষ্ণা নাই, দুখ-শোক ভগবানৰ আশিষ বিধান বুলি মানি লৈছে।"

ৰঘুনাথ চৌধাৰীৰ 'কেতেকী' আৰু 'কাৰবালা' দুখন কাব্য। 'কেতেকী' কাব্য কেতেকী চৰাইক উপলক্ষ্য কৰি ৰচনা কৰা হৈছে যদিও মানৱ জীৱনৰ সমালোচনা কাব্যখনিৰ প্ৰাণকেন্দ্ৰ স্বৰূপ। হাচান-হোচেনৰ কাৰবালা মৰুভূমিৰ করুণ কাহিনী ৰঘুনাথ চৌধাৰীৰ কাৰবালা কাব্যৰ বিষয়বস্তু। কবি চৌধাৰীয়ে মৰুভূমি নেদেখাকৈয়ে ব্ৰহ্মপুত্ৰৰ পাৰৰ কুৰুৱাৰ বালিৰ দৃশ চাই লিখা মৰুভূমিৰ বৰ্ণনা মনোৰম। জাতীয় জীৱন ছুই যোৱা কল্পচিত্ৰ আৰু নিজাঁক অসমীয়া শব্দসম্ভাৰ চৌধাৰীৰ কবিতাৰ বিশেষত্ব। চৌধাৰীৰ দৃষ্টিত কেতেকী চৰাই অকল কণ্ঠত অপূৰ্ব ৰাগিণী লৈ অলঙ্ঘ্য গিৰিৰ শিখৰে শিখৰে ঘূৰি ফুৰা বন বিহাৰিণীয়ে নহয়, মৰ্ত্তৰ মানুহৰ বাবে শান্তি সুখৰ বাৰ্তাবহন কৰা দেৱদূতীহে।

অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'তুমি' ( ১৯১৫ খৃঃ ) অসমীয়া সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ আধ্যাত্মিক কাব্য। কাব্যখনিত কবিয়ে তেকাকালৰ 'উদ্‌ভ্ৰান্ত ব্যক্তি প্ৰেমক' সুমহান ভগৱৎ প্ৰেমত ৰূপ দিব পাৰিছে।

সাতোটি সৰ্গত বিভক্ত কাব্যখনিৰে কবিয়ে ভৱপুৰ সংসাৰৰ মাজত থাকি দৃশ্যমান্ জগতৰ সকলো সৌন্দৰ্য উপভোগ কৰিও কিদৰে ভগৱৎ-প্ৰেমৰ কথা চিন্তা কৰিব পাৰে তাৰেই এক সহজ পন্থা কবিয়ে দেখুৱাব পাৰিছে।

চন্দ্ৰধৰ বৰুৱাৰ 'কামৰূপ জীয়ৰী' আৰু 'বিদ্যুৎ বিকাশ' নামৰ দুখনি কাব্য আৱাহনৰ পাতত প্ৰকাশ পাইছিল। 'বিদ্যুৎ বিকাশ' পিচত পুথিৰ আকাৰত প্ৰকাশ হয়। বেউলা লখিন্দাৰৰ কাহিনীৰ ওপৰত ভেটি কৰি 'কামৰূপ জীয়ৰী' আৰু দধীচি মুনিৰ আত্মত্যাগৰ ওপৰত ভেটি কৰি 'বিদ্যুৎ বিকাশ'

কাব্য ৰচনা কৰিছিল। বিদ্যুৎ বিকাশত খণ্ড কবিতাৰ লক্ষণ প্ৰকাশ পাইছে।

যতিনাথ কলিতাৰ 'অসম সন্ধ্যা' ( ১৯৪৯ খৃঃ ) পোনতে আৱাহনৰ পাতত ছোৱা ছোৱাকৈ প্ৰকাশ হৈছিল। পিচত পুথিৰ আকাৰত ছপা হয়। দীঘলীয়া ঐতিহাসিক কাব্যখনিত মানৰ আক্ৰমণৰ ফলত অসমৰ স্বাধীনতা বেলি মাৰ যোৱাৰ কথা বৰ্ণনা কৰা হৈছে। কাব্যখনিত কলিতা ডাঙৰীয়াৰ মৌলিক সৃজনী প্ৰতিভাৰ পৰিচয় নাই যদিও বৰ্ণনা শক্তিৰ পৰিচয় পোৱা যায়।

মহাভাৰতৰ ঘটোৎকচ হিড়িম্বাৰ কাহিনী লৈ ৰচনা কৰা ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ 'ৰণ জেউতি' আন এখন মনোমোহা কাব্য। কলেৱৰত সৰু হ'লেও 'ৰণজেউতিৰ' ৰচনা শৈলী, শব্দচয়ন আৰু প্ৰকাশভঙ্গীত এক স্বকীয়া বৈশিষ্ট্য প্ৰকাশ পাইছে।

ভিম্বেশ্বৰ নেওগৰ মান্দাক্ৰান্তা ছন্দত ৰচনা কৰা 'মেঘদূত' আৰু কৰুণাধৰ বৰুৱাৰ 'মেঘদূত' মহাকবি কালিদাসৰ মেঘদূত কাব্যৰ বিষয়বস্তুৰ ওপৰত ভেটি কৰি ৰচনা কৰা দুখন মনোমোহা কাব্য। কমলেশ্বৰ চলিহাৰ 'সংসাৰী' এখন সৰু কাব্য।

নৱন্যাস আন্দোলনৰ বেলি লহিওৱা লগে লগে অসমীয়া কাব্য-সাহিত্যৰ ইতিহাসৰো অন্ত পৰিল। সাম্প্ৰতিক কালত সাহিত্যৰ আন আন বিভাগৰ প্ৰসাৰ বাঢ়িলেও কাব্য সাহিত্যই বিস্তাৰ লাভ কৰা নাই। কুৰি শতিকাৰ দ্বিতীয়াৰ্ধত কোনো উল্লেখযোগ্য কাব্য ৰচনা কৰা হোৱা নাই।

# ৪ চনেট

চতুৰ্দশপদী কবিতা বা চৈধ্যপদী কবিতাৰ জন্ম ইউৰোপৰ মাটিত। ইটালী ভাষাত ইয়াক কোৱা হৈছিল Sonetto, লেটিন ভাষাত কোৱা হয় Sonus. ইয়াৰপৰাই ইংৰাজী ভাষাত কোৱা হয় Sonnet অসমীয়াত চতুৰ্দশপদী কবিতা বা চৈধ্যপদী কবিতা।

ইটালীদেশৰ গীতি কবি পেট্ৰাৰ্কাই ( ১৩০৪—৭৪ খৃ: ) চনেটৰ জন্মদাতা। সেইসময়ত ইটালীত গীতিকবিতা জনপ্ৰিয় আছিল। গীতিকবিতাৰপৰাই উদ্ভৱ হয় চনেটৰ। ত্ৰয়োদশ শতিকাৰপৰাই ইটালী দেশত চনেট ৰচনা হয় যদিও চতুৰ্দশ শতিকাত ফ্ৰঞ্চিস্কো পেট্ৰাৰ্কাৰ হাততহে বিস্তৃতি আৰু জনপ্ৰিয়তা অৰ্জন কৰিছিল। তেতিয়াৰপৰাই সাহিত্য জগতত চনেটৰ মূল্য নিৰূপণ হয়।

পেট্ৰাৰ্কাৰ চনেটৰ অন্যতম বৈশিষ্ট্য চৈধ্য শাৰীৰ কবিতাটো দুটা স্তৱকত বিভক্ত। প্ৰথম স্তৱক আঠশাৰীৰ আৰু ইয়াক কোৱা হয় অষ্টপদিকা (Octave) আৰু পাচৰ ছয় শাৰীক ষটপদিকা (Sestet)। প্ৰথম আঠ শাৰীত যি ভাব কল্পনা কৰা হয় পাচৰ ছয় শাৰীত সিয়ে ক্ৰমে বিস্তৃতি লাভ কৰে। গোটেই কবিতাটোৰ এটি অখণ্ড ভাব প্ৰবাহিত হয়। কিছুমান চনেটত অষ্টপদিকা আৰু ষট পদিকাৰ বিভাগ কৰা নহয়। অষ্টপদিকাক চাৰি শাৰীৰ দুটা পদত ভাগ কৰা হয়। ইয়াৰ একোটা ভাগত কোৱা হয় চতুংক (Quatrian)। ষটপদিকাক আকৌ দুটা ভাগত ভাগ কৰা হয়। ইয়াৰ একোটা ভাগক কোৱা হয় ত্ৰিপদিকা (Tercet)। প্ৰথম আঠশাৰীৰ শেষৰ আখৰৰ মিল ক। খ। খ। ক।। ক। খ। খ। ক ॥ আৰু পাচৰ ছয় শাৰীৰ শেষৰ আখৰৰ মিল গ। ঘ ॥ গ। ঘ ॥ গ। ঘ ॥ নাইবা গ। ঘ। ঙ ॥ গ। ঘ। ঙ ॥ এনেদৰে ভাগ কৰিলেও গোটেই কবিতাটোৰ এটি অখণ্ড ভাব প্ৰবাহিত হয়। অসমীয়াত চনেট চৈধ্যশাৰীৰ পয়াৰ জাতীয় কবিতা। অসমীয়া আৰু বঙালী চনেটত প্ৰতি শাৰীত চৈধ্যটা আখৰ থাকে। কোনো কোনো চনেটত ওঠৰটা আখৰো দেখা যায়।

ইংৰাজী সাহিত্যত প্ৰথম চনেট লিখক চাৰ টমাচ ওৱাট ( ১৫০৩-৪২ খৃঃ )। ইংৰাজী সাহিত্যৰ খ্যাতনামা চনেটকাৰ এডমাণ্ড স্পেনচাৰ (১৫৫১-১৫৯৯ খৃঃ)।

চাৰ টমাচ ওৱাটে পেট্ৰাৰ্কাৰ আৰ্হিতে চনেট ৰচনা কৰিছিল যদিও পুৰাপুৰি অনুকৰণ কৰা নাছিল। ইংৰাজী সাহিত্যত চনেটৰ স্থায়ী ৰূপ দিয়ে মহাকবি চেক্সপীয়েৰে। তেওঁ ৰচনা কৰা চনেটৰ সংখ্যা ১৫৪ টা। ইংৰাজী সাহিত্যতে মহাকবি মিল্টন (১৬০৮-১৬৭৪ খৃ:) আন এজন খ্যাতনামা চনেটকাৰ। ইংৰাজী সাহিত্যত মিল্টনেই পেট্ৰাৰ্কাৰ চনেটৰ আৰ্হিক আখৰে আখৰে পালন কৰিছিল। মিল্টনৰ চনেটসমূহে ইংৰাজী সাহিত্যত এখন স্বকীয়া আসন অধিকাৰ কৰিছে। ৱৰ্ডছৱৰ্থ, কীটছ আদিয়ে পেট্ৰাৰ্কাৰ পদ্ধতিৰে চনেট ৰচনা কৰিছিল।

ইংৰাজী সাহিত্যত দহ হাজাৰৰ ওপৰ চনেট ৰচনা কৰা হয়। এই চনেটবোৰক মুঠতে পাঁচ ভাগত ভাগ কৰা হয়—ইটালীয় বা পেট্ৰাৰ্কাৰ আৰ্হিৰ, স্পেন্সাৰীয়, চেক্সপীয়েৰীয়, মিল্টনীয় আৰু আধুনিক।

বিষয়বস্তুৰ ফালৰপৰা চনেটসমূহক প্ৰধানকৈ চাৰি ভাগত ভাগ কৰিব পাৰি—গীত ( Songs ), ব্যঙ্গ কৱিতা ( Satires ), থুলুটীয়া কৱিতা ( Epigrams ) আৰু ভক্তিমূলক গীত ( Devotional Poems )।

ইংৰাজী চনেটৰ বুৰঞ্জী অধ্যয়ন কৰিলে কেইটামান লক্ষণ অপৰিহাৰ্য যেন লাগে "(১) চৈধ্যটা দহ অক্ষৰীয় পদ থাকে, (২) চেক্সপীয়েৰৰ বাহিৰে অষ্টপদিকা, ষটপদিকাৰ ভাগ বিভাগ আৰু নিয়মানুবৰ্তিতা আছে, (৩) অষ্ট পদিকাৰ মিলৰ নিয়ম টিলা হ'লেও মিলনান্ত যুগ্মক ( Rhyming ) থাকিব পাৰে, (৪) অষ্টপদিকা আৰু ষটপদিকাৰ মিল বেলেগ বেলেগ হোৱা যুগুত, (৫) ভাষা সেৰেকা আৰু অপ্ৰসন্ন হ'ব নালাগে, (৬) এটা ভাব অনুভূতি বা বিকাশেৰে চনেট স্বয়ংসম্পূৰ্ণ হ'ব লাগে, (৭) জোখে মাখে মাখোন শব্দ প্ৰয়োগ কৰিব লাগে, (৮) ভাবৰ গতি হ'ব লাগে অবিৰল, (৯) সুৰ হ'ব লাগিব সাৱলীল, (১০) চনেটৰ শেষ টুকুৰা তীব্ৰভাৱে ভাব প্ৰকাশক হ'ব লাগে।" (মালচ আৰু চকুলো—ডঃ নেওগ)।

প্ৰথম অৱস্থাত ইটালীয় চনেটৰ বিষয়বস্তু আছিল প্ৰেম। কিন্তু পেট্ৰাৰ্কাৰ পাচত যিসকলে চনেট ৰচনা কৰিছে সেইসকলৰ মাজত চেক্সপীয়েৰ, মিল্টন, ৱৰ্ডছৱৰ্থ প্ৰভৃতিয়ে সকলো ধৰণৰ মনৰ অনুভূতি, কাব্যিক কল্পনা, ঐতিহাসিক ঘটনা, ৰাজনৈতিক আৰু সামাজিক অৱস্থা আদিকো চনেটৰ বিষয়বস্তুৰ অন্তৰ্ভুক্ত কৰিছে। কিন্তু আকৃতি আৰু প্ৰকৃতিৰ নিয়ম সকলো দেশৰ চনেট লিখকেই মানি লৈছে। অৰ্থাৎ চৈধ্যশাৰীৰ ভিতৰত একোটা ভাব সুন্দৰভাৱে প্ৰস্ফুটিত হৈ উঠিব লাগিব। গঠনৰ ৰীতি, শেষৰ আখৰৰ মিল, অষ্টপদিকা

ষটপদিকাৰ ভাগ বিভাগ আদি লিখকৰ ইচ্ছাধীন। 'A sonnet is a wave of melody'. সামান্য বিষয়বস্তুকো কাব্যিক সৌন্দৰ্যৰে ৰহণাই তাৰ ভিতৰেদি এটি গভীৰ অনুভূতি প্ৰকাশ কৰিব পৰাটোৱে উৎকৃষ্ট চনেটৰ লক্ষণ।

মন্ময় বা ব্যক্তিনিষ্ঠ কবিতা হিচাপে চনেটত বহু সময়ত ব্যক্তিগত জীৱনৰ কথাই ব্যক্ত কৰা হয়। আধুনিক কাব্যৰ ব্যাপকতাৰ বাবে যিকোনো বিষয়বস্তুৰ অৱলম্বনতেই চনেট লিখা সম্ভৱ। চেক্সপীয়েৰৰ বহুতো চনেট আত্মচৰিতমূলক। বঙ্গৰ কবি মাইকেল মধুসূদন দত্তৰ চনেট কিছুমানতো অন্তৰৰ অন্তৰতম প্ৰদেশৰ কথাই ব্যক্ত কৰিছে। অসমীয়া সাহিত্যতো হিতেশ্বৰ বৰবৰুৱাৰ 'মালচ আৰু চকুলো' নামৰ চনেটৰ পুথিৰ মাজেৰে আত্ম-পৰিজন হেৰুৱা শোকাকুল অন্তৰৰ পৰিচয় প্ৰকাশ পাইছে।

বঙালী সাহিত্যত প্ৰথম চনেটৰ সূচনা কৰা কবি মাইকেল মধুসূদন দত্ত। মাইকেল মধুসূদন দত্তই ইয়াৰ নাম দিয়ে চতুৰ্দশপদী কবিতা। তেৱেঁই ইংৰাজী চনেটৰ প্ৰতি শাৰীৰ দহ আখৰৰ ঠাইত চৈধ্য আখৰৰ নিয়ম বান্ধি দিয়ে। দেৱেন্দ্ৰনাথ সেন, অক্ষয়কুমাৰ বৰাল দত্তৰ অনুগামী চনেটকাৰ। বঙালী সাহিত্যত উল্লেখযোগ্য চনেটকাৰ ৰবীন্দ্ৰনাথ ঠাকুৰ। ৰবীন্দ্ৰনাথৰ চনেটবোৰ মূলতে চতুৰ্দশপদী কবিতা মাত্ৰ। মোহিতলাল মজুমদাৰ, প্ৰেমেন্দ্ৰ মিত্ৰ, জীৱনানন্দ দাস আদি আন আন উল্লেখযোগ্য চনেটকাৰ।

হিন্দী ভাষাত চনেটৰ সংখ্যা সৰহ নহয়। হিন্দী সাহিত্যৰ প্ৰথম চনেট কবি লোচন পাণ্ডে। হিন্দী সাহিত্যৰ খ্যাতনামা চনেট কবি ত্ৰিলোচন শাস্ত্ৰী, সুমিত্ৰানন্দন পান্ত।

অসমীয়া সাহিত্যত প্ৰথম চনেটৰ সূচনা হয় জোনাকী যুগত। জোনাকী যুগৰ ত্ৰিমূৰ্তিৰ অন্যতম হেমচন্দ্ৰ গোস্বামী অসমীয়া চনেটৰ জনক। হেমচন্দ্ৰ গোস্বামীৰ চনেটৰ আৰ্হি ইটালীদেশৰ পেট্ৰাৰ্কা। কিন্তু তেওঁৰ চনেটবোৰ মাইকেল মধুসূদন দত্তৰ দৰে চৈধ্য আখৰৰ। গোস্বামীৰ 'প্ৰিয়তমাৰ চিঠি' প্ৰথম অসমীয়া চনেট।

### প্ৰিয়তমাৰ চিঠি

সৌন্দৰ্যৰ বুকুৰ কাঁচলি উদঙাই ।ক।
প্ৰকৃতিৰ চোখৰ চালো পিতপিত ।খ।
কুহুৰা ঠেঙীয়া এই আখৰ কিটিত ।খ।
যি অমিয়া ঘঁহা আছে, ক'তো আৰু নাই। ।ক।
কবি নিকুঞ্জত ভুলি ক'ত কবিতাই ।ক।

মলয়াৰ উটি উটি ফুৰে পৃথিবীত, ।খ।
তোমাৰ চিঠিয়ে কিন্তু জানে যিটি গীত। ।খ।
কবিতাৰ কাব্যে তাৰ গোন্ধকো নাপায়। ।ক।
ফুল ফুলে, সৰি যায়, শুকায় বননি ; ।গ।
বসন্তৰ কুঁহিপাত ব'হুত লেবেলে। ।ঘ।
তোমাৰ চিঠিয়ে প্ৰিয়ে, জানে কি মোহিনী, ।গ।
নিতৌ নোহোৱা বাহী, ন ন ফুল মেলে। ।ঘ।
যত শুঙো, চুমা খাওঁ, নালাগে আমনি, ।গ।
হৃদয়ত হেপাহৰ ভোটা ভৰা জলে। ।ঘ।

'প্ৰিয়তমাৰ চিঠি' প্ৰথম অসমীয়া চনেট যদিও অবিতাটোত চনেটৰ সকলো লক্ষণ প্ৰকাশ পাইছে। প্ৰিয়তমাৰ চিঠি ব্যঙ্গ কবিতা। কবিতাটোৰে ডেকা প্ৰেমিকসকলক উপলুঙা কৰিছে। প্ৰিয়তমাৰ ভৰিৰ পতাত ডেইজি ফুল ফুলি উঠাৰ দৰে প্ৰেমিকাৰ কাউৰী ঠেঙীয়া আখৰৰ চিঠি এখনে প্ৰিয়জনৰ অন্তৰত কেনে ভাৱৰ জোৱাৰ আনিব পাৰে কবিতাটোত সেই কথাৰে ব্যঙ্গচিত্ৰ প্ৰকাশ কৰিবলৈ যত্ন কৰিছে। কবিতাটোৰ শেষৰ আখৰ মিল প্ৰেট্ৰাৰ্কাৰ আৰ্হিৰ ( ক। খ। খ। ক॥ ক। খ। খ। ক॥ গ। ঘ॥ গ। ঘ॥ গ। ঘ॥ )। শেষৰ যুগ্মকৰ ভাৱৰ তীব্ৰতা চনেটৰ অন্যতম লক্ষণ। গোস্বামী ডাঙৰীয়াৰ চনেটত সেই লক্ষণ দেখা যায়। প্ৰিয়তমাৰ চিঠিৰ দৰে 'ইহা কন্দা' নামৰ আন এটি চনেটৰ শেষৰ যুগ্মকৰ ভাৱ আৰু তীব্ৰ।

প্ৰেমৰ পদুম পাহি পেলালে শুকাই
ইহা কন্দা লৈয়ে হায় সংসাৰ ভাৱনা।

'বন্মেৰৰ মহত্ত্ব' আন এটি চনেট। এই তিনিওটা চনেটৰ আৰ্হি পেট্ৰাৰ্কা। তেওঁৰ বৰদৈচিলাক চনেটৰ শ্ৰেণীভুক্ত কৰা হয় যদিও চৈধ্যশাৰীৰ কবিতা মাত্ৰ।

গোস্বামী ডাঙৰীয়াৰ চনেটবোৰ উৎকৃষ্ট চনেট নহয় যদিও চনেটৰ প্ৰায়বোৰ লক্ষণ প্ৰকাশ পাইছে। প্ৰায়বোৰ কবিতাই আগ বয়সৰ ৰচনা। সেই বিষয়ে 'ফুলৰ শৰাই'ৰ সূচনাত লিখিছে—

"ইয়াৰ ভিতৰত আটাইকেইটা কবিতা লিখকৰ ১৩।১৪ বছৰ বয়সতে লেখা আৰু তেতিয়া লেখকৰ আৰ্হি লবৰ নিমিত্তে অসমীয়া ভাষাত গীতি-কবিতা ( Lyrical ) আৰু চৈধ্যপদী কবিতাৰ ( Sonnet ) চানেকিও নাছিল ; তেনেস্থলতে ভাত কিবা দোষ দেখিলে পাঠকসকলে মাৰ্জনা কৰিব।"

হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়াই চনেটক চৈধ্যপদী নামকৰণহে কৰিছিল, মাইকেল মধুসূদন দত্তৰ দৰে চতুৰ্দশপদী কবিতা নামকৰণ কৰা নাই।

প্ৰথম অসমীয়া ৰোমাণ্টিক কবি প্ৰতিভাৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালাৰ 'অকলশৰীয়া', 'চিৰলগৰীয়া,' 'নজিয়া' আৰু 'নওঠা ফকিৰ' আদি চনেটৰ আৰ্হিৰ চৈধ্যপদী কবিতা। আগৰৱালাৰ কবিতাৰ শেষৰ যুগ্মকৰ ভাব তীব্ৰতাৰ বাহিৰে আন লক্ষণ দেখা নাযায়। সাধাৰণ পয়াৰ জাতীয় কবিতা।

কদম কলিৰ কবি লক্ষ্মীনাথ বেজবৰুৱাৰ 'প্ৰেম' একমাত্ৰ চনেট। 'প্ৰেম' সাধাৰণ পয়াৰ জাতীয় কবিতা। শেষৰ যুগ্মকৰ ভাব তীব্ৰতাৰ বাহিৰে চনেটৰ আন লক্ষণ প্ৰকাশ পোৱা নাই।

মৰু বুকে, শিল পমে, বিন্দুৰ পৰশে,
প্ৰেম আখ্যা মহাশক্তি জগৎ প্ৰকাশে। (প্ৰেম)

পুথিৰ আকাৰত প্ৰথম চনেটৰ পুথি ৰচনা কৰে পদ্মনাথ গোহাঞিবৰুৱাই। গোহাঞিবৰুৱাৰ 'জুৰণি' পয়ত্ৰিশটি চৈধ্যপদী কবিতাৰ সংকলন। আকৃতিত কবিতা কেইটি চৈধ্যপদী হ'লেও সাধাৰণ পয়াৰ জাতীয়হে। শেষৰ যুগ্মকৰ ভাব তীব্ৰতাৰ স্পৰ্শ আছে। গোহাঞিবৰুৱাৰ 'উৰ্মিলা' আৰু 'কবিতা' চনেট দুটি সাধাৰণ পয়াৰ জাতীয় যদিও শেষৰ যুগ্মকৰ ভাব তীব্ৰতাৰ স্পৰ্শ আছে

পুথিৰ আকাৰত চনেট ৰচনা কৰা দ্বিতীয়জন কবি হিতেশ্বৰ বৰবৰুৱা। হিতেশ্বৰ বৰবৰুৱাৰ 'মালচ আৰু চকুলো' দুখন চনেটৰ পুথি। সন্তালনিকৈ অসমীয়া সাহিত্যত চনেটৰ জোৱাৰ অনা কবি হিতেশ্বৰ বৰবৰুৱাই গোনতে 'বাঁহী' 'উষা' আৰু 'আলোচনীত' কিছুমান চনেট প্ৰকাশ কৰিছিল। 'মালচ আৰু চকুলো' পাচৰ ৰচনা। 'মালচৰ পাতনিত লিখিছে—"বৰ্তমান সময়ৰ অনেক অসমীয়া লিখাৰুৱে চতুৰ্দশপদী কবিতা লিখিবলৈ হাত দিছে। সেই সকলোকে দেখি আমিও সেই অমৰ কবিসকলৰ পদাংক অনুসৰণ কৰি, এই চতুৰ্দশপদী কবিতা কেইটি ৰচনা কৰি পাঠকসকলৰ ওচৰত দাঙি ধৰিলো।" বৰবৰুৱাই চনেটক চতুৰ্দশপদী আখ্যা দিছে। 'মালচ'ৰ কবিতাবোৰ কবিৰ বিচিত্ৰ ৰূপৰ প্ৰকাশ। 'চকুলো' কবিৰ প্ৰাণাধিক পুত্ৰ বিপিনৰ মৃত্যুত শোকসন্তপ্ত পিতৃহৃদয়ৰ করুণ বিননি। তেওঁৰ কবিতৰাজি চনেট গঢ়ৰ যদিও সকলোবোৰ কবিতাৰ মাজতে চনেটৰ লক্ষণ ৰক্ষা পৰা নাই। কিছুমান সাধাৰণ পয়াৰ ছন্দৰ কবিতা। মাইকেল মধুসূদন দত্তই কবিক প্ৰভাবান্বিত কৰিলেও তেওঁৰ চনেটৰ আৰ্হি চেক্সপীয়েৰৰ চনেট। বৰবৰুৱাৰ

চনেটত নানাপ্ৰকাৰ মিল প্ৰয়োগ কৰিছে। চনেটৰ নিটোল ৰূপৰ কাৰণে অষ্টপদিকাৰ যি মূল গুণৰ আৱশ্যক সেই গুণ অসমীয়া চনেটত বিৰল সেইবাবে ভাৱৰ উঠা-নমা গতিটো লক্ষ্য কৰা নাযায়। ৰবৰকুৱাই অষ্টপদিকা বিভাগলৈ লক্ষ্য ৰখা নাই। শেষৰ যুগ্মকৰ ভাব তীব্ৰতাৰ ৰবৰকুৱাৰ চনেটতো প্ৰকাশ পাইছে।

দুৰ্গেশ্বৰ শৰ্মাৰ 'সীতা স্বয়ম্বৰ' আৰু 'ফুলকুঁৱৰী' 'জাগৰণ' 'মালতী' আদি চৈধ্যশাৰীৰ কবিতা চনেট গঢ়ৰ যদিও ভাবৰ, ক্ৰমৰ অভাৱ। 'সীতা স্বয়ম্বৰ' কবিতাৰ শেষৰ শাৰীৰ মিল পেট্ৰাৰ্কাৰ মিল পেট্ৰাৰ্কাৰ আহিৰ— (ক | খ | খ | ক ॥ গ | ঘ ॥ গ | ঘ ॥ গ | ঘ ॥ )। বাকী সাধাৰণ পয়াৰ ছন্দৰ কবিতা। ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ 'নিৰ্মালি' নামৰ কবিতা সংকলনটিত 'সন্ধিয়া', 'স্বপ্নৰাজ্য', 'নিচুকনি', 'আনন্দৰাম বৰুৱা' আদি প্ৰায় বাৰটি চনেট সন্নিবিষ্ট কৰিছে। আটাইবোৰ চনেটেই পয়াৰ ছন্দত ৰচিত কবিতা মাত্ৰ। কোনো কোনো কবিতাৰ শেষৰ যুগ্মকত ভাব তীব্ৰভাৱে প্ৰকাশ পাইছে।

ভিবেশ্বৰ নেওগৰ মুকুতা' ২৮টি চনেটৰ সংকলন। 'সাধক, প্ৰিয়াৰ ৰূপ' সঁফুৰা' আদি উল্লেখযোগ্য চনেট। অতুলচন্দ্ৰ হাজৰিকাৰ 'মণিমালাত' ৫০ টা মান চনেট সন্নিবিষ্ট কৰা হৈছে।

নীলমণি ফুকনৰ 'জ্যোতিকণা'ৰ কবিতাবাজি চনেট গঢ়ৰ। কিন্তু কবিতাবোৰত চনেটৰ নিয়ম মানি চলা হোৱা নাই। কেৱল শেষৰ যুগ্মত ভাব তীব্ৰভাৱে প্ৰকাশ পাইছে।

হেমচন্দ্ৰ গোস্বামীৰ 'প্ৰিয়তমাৰ চিঠি' প্ৰথম অসমীয়া চনেট যদিও কবিতাটোত চনেটৰ লক্ষণ কিছু প্ৰকাশ পাইছিল। কিন্তু পিচৰ অনুগামী কবিৰ সৰহ ভাগ চনেটেই সাধাৰণ পয়াৰ ছন্দৰ চৈধ্যশাৰীৰ কবিতা মাত্ৰ। অষ্টপদিকা ষটপদিকাৰ নিয়ম প্ৰায়বোৰ কবিৰ চনেটতে দেখা নাযায়। শেষ আথৰৰ মিল (Rhyming) ক | খ | খ | ক আৰু গ | ঘ নাইবা গ | ঘ | ঙ যদিও সৰহভাগ কবিৰ চনেটতে দেখা নাযায়। কিন্তু শেষৰ যুগ্মকত ভাব তীব্ৰতা প্ৰায়বোৰ অসমীয়া চনেটৰে স্থায়ী লক্ষণ। প্ৰায়বোৰ চনেটত একোটি ভাব অনুভূতি সম্পূৰ্ণৰূপে প্ৰকাশ কৰা হৈছে আৰু সিয়ে পৰিণতি লাভ কৰিছে শেষৰ যুগ্মকত।



# মালিতা

মালিতা বা কাহিনী গীত অলিখিত সাহিত্যৰ উজ্জ্বল নিদৰ্শন। পৰম্পৰা হিচাপে মানুহৰ মুখে মুখে চলি অহা মালিতাসমূহে আধুনিক যুগত লিখিত ৰূপ লাভ কৰিলে।

মালিতা শব্দৰ উৎপত্তি সংস্কৃত মালিকা শব্দৰপৰা। বঙালী সাহিত্যত ইয়াক কোৱা হয় গীতিকা। হিন্দীত পদ্য-কথা। ইংৰাজীতে Ballad বুলিলে যি বুজোঁ। সিয়েই কাহিনী গীত বা মালিতা। ইংৰাজী বেলাড শব্দটো ফৰাচী Baller শব্দৰপৰা উৎপত্তি। পৃথিৱীৰ ভিন্ ভিন্ ভাষাত মালিতাৰ ভিন্ ভিন্ নাম। ৰুচ সাহিত্যত Bylina, স্পেনীয় ভাষাত Romance, ইউক্ৰেনীয় সাহিত্যত Dumi চাইবেৰীয় সাহিত্যত Junacka pesmi আৰু ডেনমাৰ্কৰ ভাষাত Vise।

ইংৰাজী বেলাডৰ প্ৰতি লক্ষ্য ৰাখি হাডচনে লিখিছে, 'In our study of narrative poetry we naturally begin with the popular ballad, or short story in verse; a form which appears to have arisen spontaneously in almost all literatures, and represents one of the earliest stages in the evolution of poetic art."

ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীৰ মতে মালিতাৰ উৎপত্তিৰ মূলতে—'গীতপদ' গুৰিতে নৃত্যৰ লগতে অবিচ্ছেদ্যভাবে জৰিত আছিল, বেলাড শব্দটোৱেও নৃত্যৰ পৰিপূৰকভাবে গোৱা গীতহে বুজায়। আদিম যুগত যেতিয়া হয়তো খেলটো চিকাৰৰপৰা উভতিল তেতিয়া কোনোবা এজনে হাবিত কি কৌশল আৰু বিপদৰ মাজত হাতী বা বাঘ বাইল কৰা হ'ল, কোনে তাক ধৰা হ'ল, এনে ঘটনাবিলাক হাত-ভৰি জোকাৰি অঙ্গী-ভঙ্গী কৰি বৰ্ণনা কৰিছিল; এনে বৰ্ণনাই সততাই ওচৰে কাষৰে থকা মানুহবিলাকৰ মন আকৰ্ষণ কৰে, আৰু গোটেইবিলাক মানুহ গোট খাই এটা উত্তেজনাৰ আবেষ্টনী সৃষ্টি কৰে। তেনে উত্তেজনাপূৰ্ণ আবেষ্টনীত সকলো মানুহেই একেজন ব্যক্তিৰ দৰে

অঙ্গ-ভঙ্গী কৰে আৰু শৰীৰৰ উত্তেজনা মুখেৰে প্ৰকাশ কৰে। মুখেৰে প্ৰকাশ কৰা লয়পূৰ্ণ এই উত্তেজিত ভাষাই বেলাডৰ মূলবস্তু।”

বিশ্বসাহিত্যত সৰহভাগ মালিতাৰ জন্ম হয় প্ৰাচীন কালত আখৰবোধ নথকা লোকৰ মুখত। প্ৰাচীন মালিতাৰ ৰচকৰ নাম নাই। অথচ মানুহৰ মুখে মুখে যুগ যুগ চলি আহিছে। মালিতাৰ উৎপত্তিৰ সঠিক সময় নিৰূপণ কৰাও সহজ নহয়। ৰচকে একোটি সু-সম্বদ্ধ কাহিনী গীতৰ আকাৰত আগবঢ়াই নিয়ে। দুসাহসিক কাৰ্য যুদ্ধ-বিগ্ৰহ আদিৰ বৰ্ণনা মালিতাৰ প্ৰধান উপজীব্য। মালিতাৰ বিষয়বস্তুৰ লগত প্ৰেম-প্ৰীতি, ঘৃণা-বিদ্বেষ আদিৰ নিবিড় সম্বন্ধ। সৰহভাগ মালিতাৰ কাহিনী অবাস্তৱ বা অলৌকিক। মালিতাৰ নায়ক-নায়িকাই পাখি লগা ঘোঁৰাত উঠি আকাশেৰে উৰি যাব পাৰে, পানীৰ তলেৰে উৰি যোৱা ভোমোৰাক ৰাজকোঁৱৰে তৰোৱালেৰে কাটিব পাৰে, ফুলৰ মাজৰপৰা দীপ্‌লিপ্‌ গাভৰুৰ জন্ম হয়, গছ-বিৰিখে মানুহৰ দৰে কথা কব পাৰে। বহুসময়ত মালিতাৰ কাহিনী অবাস্তৱ হ'লেও সুললিত ছন্দ আৰু সুনিপুণ বৰ্ণনা-ভঙ্গীয়ে মানুহৰ মন আকৰ্ষণ কৰে। মালিতা ভাব-ভাষা আৰু প্ৰকাশভঙ্গীৰ ফালৰ পৰা নিভাঁজ কবিতা। সুৰৰ স্পন্দন গীতসমূহৰ আকৰ্ষণৰ প্ৰধান কাৰণ।

বিভিন্ন ভাষাৰ মালিতা স্বকীয়া স্বকীয়া পৰিবেশত ৰচিত হ'লেও কেইটিমান উমৈহতীয়া ঐক্য দেখা যায়। মূলত পৃথিৱীৰ ভিন্ ভিন্ ভাষাৰ মালিতা আখ্যানমূলক। সৰহভাগ আখ্যান জনশ্ৰুতিমূলক। আখ্যানসমূহ একক কাহিনীৰ ওপৰত ভেটি কৰি ৰচিত। মালিতাসমূহ আবৃত্তিমূলক নহয়, গীতিধৰ্মিতাহে তাৰ অন্যতম বৈশিষ্ট্য। গীত আৰু প্ৰকাশভঙ্গীত লৌকিক প্ৰভাৱ সুস্পষ্ট।

মালিতাৰ কাহিনীৰ প্ৰধান বৈশিষ্ট্য প্ৰকাশ পায় ক্ৰিয়া চৰিত্ৰ পৰিবেশ আৰু বিষয়বস্তুৰ ওপৰত। ইয়াৰ ভিতৰত ক্ৰিয়াৰ প্ৰাধান্য বেচি। কিয়নো কাহিনী অগ্ৰসৰ হ'ব লগা হয় ক্ৰিয়াৰ মাধ্যমেৰে। যিহেতু মালিতা কাহিনী-প্ৰধানহে, চিত্ৰপ্ৰধান নহয়।

পাশ্চাত্য সাহিত্যৰ মালিতা প্ৰাচ্য সাহিত্যৰ মালিতাতকৈ অধিক কাহিনীমুখী। পাশ্চাত্য সাহিত্যৰ মালিতাত কাহিনীৰ ওপৰতহে প্ৰাধান্য দিয়া হয় বেচিকৈ। আমাৰ সাহিত্যৰ মালিতাত বৰ্ণনাৰ প্ৰাধান্য বেচি। কাহিনী বিকাশত পৰিবেশ আৰু পাৰিপাৰ্শ্বিক বৰ্ণনাৰ প্ৰয়োজনীয়তাৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। কিন্তু আমাৰ সাহিত্যৰ মালিতাসমূহ অধিক

বৰ্ণনাৰ বাবে বহু সময়ত নায়ক-নায়িকাৰ লগত পৰিচয় লাভ কৰিবলৈ ধৈৰ্যৰ প্ৰয়োজন হয়। প্ৰাচীন অসমীয়া মালিতাসমূহৰ আন এটি লক্ষণ কথাৰ দ্বিৰুক্তি। দ্বিৰুক্তিৰ মাজৰ কিছুমান কথা অপ্ৰয়োজনীয়।

গীত আৰু মালিতা একে নহয়। গীতত সুৰৰ প্ৰাধান্য বেচি। কিন্তু মালিতাৰ বৈশিষ্ট্য লুকাই থাকে কথাবস্তুৰ আঁৰত। গীতত তাল মান লয় অপৰিহাৰ্য অঙ্গ। মালিতাৰ আকৰ্ষণীয় দিশ কথাবস্তু। অৱশ্যে মালিতা আবৃত্তিধৰ্মী নহয়, সঙ্গীতধৰ্মীহে।

মালিতা বিৱৰণমূলক কবিতা। ইয়াত ৰচকৰ কোনো পৰিচয় নাথাকে। আনহাতে মালিতাত ব্যক্তি অনুভূতিৰ কথাৰ প্ৰাধান্য সামূহিক অনুভূতিতকৈ অধিক।

পৃথিৱীৰ প্ৰায়বোৰ সাহিত্যতে মালিতাৰ উৎপত্তি প্ৰাচীনকালত। ফৰাচী সাহিত্যত 'ছেন্সন ডি গেষ্ট' আৰু ইংৰাজী সাহিত্যত 'চং অৱ ৰোলেণ্ড' প্ৰাচীনতম মালিতা। ইংলণ্ডৰ মধ্যযুগীয় ৰবিনহুডক লৈ ৰচনা কৰা বেলাড-সমূহ প্ৰাচীনতম জনপ্ৰিয় মালিতা। পাৰ্চীৰ সংগৃহীত Reliques (১৭৬৫) নামৰ গ্ৰন্থখনেই ইংৰাজী সাহিত্যত মধ্যযুগীয় মালিতাৰ পুথি। এইখন পুথিত ভালেমান আকৰ্ষণীয় মালিতা সংগৃহীত হৈছে। ডেনমাৰ্কৰ Sir Peters Lemon চল্লিশটি পদত ৰচিত এটি চমু অথচ আকৰ্ষণীয় মালিতা।

প্ৰাচীন মালিতাৰ পৰম্পৰাত ৰোমাণ্টিক যুগতো ভালেমান মালিতা ৰচনা কৰিছে। এই কালছোৱাত অকল কাহিনীতে আবদ্ধ নাথাকি চাৰিত্ৰিক বিকাশ বিশ্লেষণৰ প্ৰতিও দৃষ্টি নিক্ষেপ কৰা দেখা গৈছে। ইংৰাজী সাহিত্যত স্কটৰ Eve of St. John, লংফেলৰ The Wreck of the Hesperus, কীটচৰ La Balle Dame Sans Merci, ৰোচেটিৰ The White Ship আদি আধুনিক মালিতা।

প্ৰাচীন বঙলা গীতিকাক প্ৰধানকৈ তিনি শ্ৰেণীত ভাগ কৰিব পাৰি— নাথ গীতিকা, মৈমনসিং গীতিকা আৰু পূৰ্ববঙ্গ গীতিকা। নাথ গীতিকাৰ বিষয়বস্তু ঐতিহাসিক। নাথ গীতিকাৰ আকৌ দুটা ভাগ—কিছুমান নাথ গুৰুসকলৰ সাধন ভোজনৰ অলৌকিক কাহিনী আৰু আনটি তৰুণ ৰাজকুমাৰৰ সন্ন্যাসৰ কাহিনী।

ভিৰেখৰ সেওগ ভাওৰীয়াই "গোপীচন্দ্ৰৰ গীত' বোৰ অসমীয়া সাহিত্যৰ অন্তৰ্ভুক্ত বুলি কৈছে। "অসমীয়া পণ্ডিতৰ সহায়ত এই গীতবোৰ সংগৃহীত আৰু সম্পাদিত হোৱা হ'লে অৱশ্যে এই গীতবোৰৰ স্বৰূপ প্ৰকাশ পালেহেঁতেন।

আৰু অনেক আধাৰণ শব্দাৱলীৰ ভুল অৰ্থ দিব নালাগিলহেঁতেন।”
গোপীচন্দ্ৰৰ গীতৰ নগণ্য অসমীয়া ভাষাৰ সাদৃশ্যহে বেচি—

“মাণিকচন্দ্ৰ ৰাজা আছিল ধৰ্ম্মৰ ৰাজা।
মএনাক বিয়া কৰিল তাৰ নও বুড়ি ভাৰ্য্যা॥
মএনাক বিয়া কৰি ৰাজাৰ পুৰিল মনৰ আশ।
তাৰ পৰ হাৰপুৰৰ পঞ্চকন্যা বিয়া কৰি
পুৰি গল মনৰ হাবিলাস।
আজি কালি কৰি বাৰ বছৰ হৈল।
দেখিবাৰ নাপাৰি মহাৰাজ (মএনাক)
ব্যাগল কৰি দিল।”

পাদটোকাত দিয়া ইয়াৰ পাঠান্তৰ অনুসৰি—

ময়নামতীৰ বিআও হৈল মাণিকচন্দ্ৰেৰ ঘৰে।
সিন্দুৰমতীৰ বিআও হৈল নীলমণি ৰাজাৰ ঘৰে॥
মএনাক বিআও কৰি ৰাজা পঞ্চাশ বিআও কৰে।
বুঢ়া দেখি মএনামতীক ব্যাগল কৰি দিলে॥
মহাৰাজা ৰাজ্য কৰি খায় পাটেৰ উপৰ॥
মএনাক ঘৰ-বন্দ দিলে ফেৰুমাৰ বন্দৰ॥
মহাৰাজা ৰাজ্য কৰি খায় পাটেৰ উপৰ।
মএনামতী চৰ্খা কাটি ভাত খায় বন্দৰেৰ ভিতৰ।”
(অসমীয়া সাহিত্যৰ অধ্যয়ন—নেওগ)

উক্ত গীতসমূহ পোনতে গ্ৰীয়াৰ্চনে ৰংপুৰ অঞ্চলৰপৰা সংগ্ৰহ কৰি ১৮৭৮ খৃঃৰ এচিয়াটিক চচাইটিৰ জাৰ্ণেলত প্ৰকাশ কৰিছিল। পাচত কলিকতা বিশ্ববিদ্যালয়ৰপৰা “গোপীচন্দ্ৰেৰ গান” বুলি একেলগ কৰি ছপাই উলিয়ায়।

আধুনিক বঙলা সাহিত্যত ৰবীন্দ্ৰনাথ ঠাকুৰৰ স্পৰ্শমণি, পণৰক্ষা, সত্যেন দত্তৰ ইনসাফ আদি সাৰ্থক গীতিকা।

পৃথিৱীৰ আন আন ভাষা-সাহিত্যৰ দৰে অসমীয়া সাহিত্যতো মালিতাৰ জন্ম প্ৰাচীন কালত। প্ৰাচীন অসমীয়া মালিতাৰ জনক অজ্ঞাতনামা কবি। অলিখিত সাহিত্যৰ গৌৰৱোজ্জ্বল নিদৰ্শন মালিতাসমূহে লিখিত ৰূপ পালে উনৈশ শতিকাৰ শেষ দশক আৰু কুৰি শতিকাৰ প্ৰাৰম্ভত। মালিতাৰ ৰচক

সম্বন্ধে ডি'ৰ্ম্বৰ মেওপ ভাণ্ডৰীয়াই লিখিছে—"এই গীতবোৰ নিশ্চয় সমূহ ভাবৰ অভিব্যক্তি। ৰচয়িতাজন নিশ্চয় এজন গুটীয়া মানুহ। আৰু কবিতাৰ সৰেই তাকে মুখে মুখে তেওঁ গীত ৰচনা কৰে আৰু তাৰ পাচত সমূহৰ মুখত পৰি কালত ই নানান পৰিবৰ্তন আৰু পৰিবৰ্দ্ধন লাভ কৰি শেষত হয়বা লিখিত অৱস্থালৈ আহে।"

প্ৰাচীন অসমীয়া মালিতাসমূহক প্ৰধানকৈ তিনি শ্ৰেণীত ভাগ কৰিব পাৰি—(১) বুৰঞ্জীমূলক, (২) কিম্বদন্তিমূলক, (৩) কাল্পনিক। প্ৰাচীন অসমীয়া মালিতাৰ ভিতৰত বুৰঞ্জীমূলক মালিতাৰ সংখ্যাই সৰহ। বদন বৰফুকনৰ গীত, হৰদত্ত-বীৰদত্তৰ গীত, মণিৰাম দেৱানৰ গীত, চিকন সৰিয়হৰ গীত, নাহৰৰ গীত, জয়মতী কুঁৱৰীৰ গীত, গৌৰীনাথ সিংহৰ গীত বুৰঞ্জীমূলক মালিতা। জনা গাভৰুৰ গীত, ৰাধিকা শান্তিৰ গীত, ফুলকোঁৱৰৰ গীত, মণিকোঁৱৰৰ গীত, দুবলা শান্তিৰ গীত কিম্বদন্তী বা জনশ্ৰুতিমূলক মালিতা। জনা গাভৰুৰ গীত, ফুলকোঁৱৰৰ গীত আৰু মণিকোঁৱৰৰ গীতৰ বিষয়বস্তু প্ৰাক্-আহোম যুগৰ। এই গীতবোৰত আহোমযুগৰ পৰিবেশ পৰিলক্ষিত হয় যদিও এই গীত জনশ্ৰুতিমূলক। কন্যাবাৰমাহীৰ গীত, জয়ধন বনিয়াৰ গীত, মধুমতীৰ গীত কাল্পনিক।

জুনাবিলাককো কাহিনী গীতৰ অন্তৰ্ভুক্ত কৰিব পাৰি। সৰহভাগ জুনাতে একোটি মনোৰম কাহিনী আছে। পকৰাৰ জুনা, কপাহৰ জুনা, নাওসৰ জুনা আখ্যানমূলক আৰু মনোগ্ৰাহী।

সৰহভাগ মালিতাই বনগীত সুৰীয়া। আগৰ কালত এক শ্ৰেণীৰ বৰাগীয়ে কাহিনী গীত গাই গাই মানুহক মুগ্ধ কৰিছিল। বুৰঞ্জীমূলক কাহিনী গীতবোৰ এহাতে দেশৰ বুৰঞ্জীৰ চলন্ত টিপ্পনী; আনহাতে প্ৰেৰণাৰ উৎস। এনে তৰহৰ কাহিনী গীতৰ ভাষা নিমজ অথচ প্ৰাণস্পৰ্শী।

অসমীয়া মালিতাৰ ভিতৰত জনা-গাভৰুৰ গীত, ফুলকোঁৱৰৰ গীত, মণি কোঁৱৰৰ গীত প্ৰাচীন। উক্ত মালিতাবাজি প্ৰাচীন হ'লেও ৰচনাবাজিত আধুনিক ভাব-ভাষা বিদ্যমান। হয়তো যুগ যুগ ধৰি পৰম্পৰা হিচাপে চলি আহি আধুনিক ভাব-ভাষা সোমাব পাৰিছে।

মণিধৰ কিমানৰ পাচ (মণিকোঁৱৰ গীত), পৰিল আথৰতে চকু (ফুলকোঁৱৰৰ গীত), পিন্ধামহি বেচেমী সাজ, নীৰলত বাজিলে ঘড়ী, যোৰাই যোৰা কাপোৰত চেকা (জনাগাভৰুৰ গীত) আদিৰ ভাব-ভাষা আৰু কল্পচিত্ৰসমূহ যে আধুনিক সেই বিষয়ে সন্দেহ নাই।

দুই এফাকি গীতৰ লগত বিহুগীতৰ সাদৃশ্য মন কৰিবলগীয়া। ফুলকোঁৱৰৰ গীতৰ—

হাঁহ হৈ পৰিমগৈ তোমাৰে পুখুৰীত
পাৰ হৈ পৰিম গৈ চালত,
মাছ হৈ লোমাগৈ তোমাৰে শৰীলত
মাখি হৈ চুমা দিম গালত।

এই ফাকি ফুলকোঁৱৰৰ গীত বিহুগীতৰৰপা লোৱা যেন লাগে।

সাধাৰণতে প্ৰাচীন কাব্য বা মালিতাৰ বিষয়বস্তু প্ৰবেশৰ আগৰ ভূমিকা দীঘল। মণিকোঁৱৰৰ গীতত কোনো ভূমিকা নকৰাকৈয়ে আৰম্ভ কৰিছে—

শঙ্খদেউ ৰজাৰ পুতেক মণিকোঁৱৰ
কোলাত থতি থুন নাই,
এবেলা দোলাতে এবেলা ঘোঁৰাতে
এবেলা সেনৰ বং চায়।

বিহুগীত-বনগীত প্ৰমুখ্যে প্ৰাচীন অসমীয়া গীত-মাতৰ আৰম্ভণি সৰস্বতীৰ তুতি মিনতিৰে। বিহুগীতৰ দৰে মালিতাৰ তুতি মিনতি অনাড়ম্বৰ।

আই সৰেস্বতী দেৱী পাৰ্বেৰতী
তোমালৈ বঢ়াই যাওঁ মাহ
পাহৰা গীতকে সোঁৱৰাই দি যাবা
গীতৰ ভাঙি যাবা আঁহ। (বিহুগীত)

আই সৰেস্বতী দেৱী পাৰ্বেৰতী
তোমালৈ বঢ়াই যাওঁ শৰাই
পাহৰা পদকে সোঁৱৰাই দি যাবা
যেনে ৰবা ধানৰ কৰাই।
(বৰফুকনৰ গীত)

আই সৰেস্বতী বংফুল মালতী
তোমালৈ মানি যাওঁ পাৰ
পাহৰা নামকে সোঁৱৰণ কৰিবা
যেন উজনীয়া নাৱ।
(জনা গাভৰুৰ গীত)

জনা গাভৰুৰ গীতৰ বিষয়-বস্তুত প্ৰৱেশৰ আগৰ ভূমিকা দীঘল। মালিতাৰ ভিতৰত জনা গাভৰুৰ গীতৰ কাহিনী ভাগেই বেছি আকৰ্ষণীয় আৰু পূৰ্ণাঙ্গ।

মালিতাৰ কোনো অংশৰ পুনৰুক্তি মন কৰিবলগীয়া। এনে পুনৰুক্তিৰ উদ্দেশ্য হৈছে সাধাৰণ পাঠকৰ মনত কাহিনী ভাগ বহাল কৰি তোলা। এই পুনৰুক্তি পদক ধুৰা কোৱা হয়। ইংৰাজীত ইয়াক Refrain বুলি কোৱা হয়। ধুৰা অংশক ধ্ৰুৱপদো আখ্যা দিয়া হয়। ধ্ৰুৱপদ মাত্ৰ এফাকি পদত থাকে। কিন্তু ইংৰাজী Refrain-ত একাধিক পদ থাকে আৰু ই গীতৰ অন্তৰ্ভুক্ত। আমাৰ ধুৰা বা ধ্ৰুৱপদ ৰচনাৰ মূলতে যিদৰে এক বিশেষ উদ্দেশ্য নিহিত আছে ইংৰাজী Refrain-ত তেনেভাৱে বিশেষ উদ্দেশ্য থকা বুলি ক'ব নোৱাৰি।

মালিতাত সংযোজিত কিছুমান উপমা বা খণ্ডবাক্যৰ লগত কাহিনীৰ বিশেষ একো সম্বন্ধ নাই। কেৱল আগৰ বা পিচৰ পদৰ পৰিপূৰক হিচাপেহে ব্যৱহাৰ কৰা হয়। কি মাছ মাৰিবৰ তোৰা, হাই দি মাৰিবৰ হাই (জনা গাভৰুৰ গীত), মাছৰ কুমলীয়া মন, লাটিম বৰুৱাৰ চাটিম (মণিকোঁৱৰ), কাউৰী কৰিবৰ কা, এ দেউ ব'ল (বদন বৰফুকন) আদিৰ বিষয়বস্তুৰ লগত কোনো সম্বন্ধ নাই।

বুৰঞ্জীমূলক মালিতাৰ ভিতৰত বদন বৰফুকনৰ মালিতা আৰু মণিৰাম দেৱানৰ মালিতাই অসমৰ দুৰ্যোগপূৰ্ণ কালছোৱাৰ সাক্ষ্য বহন কৰিব পাৰিছে। ইতিহাস প্ৰসিদ্ধ ব্যক্তিসকলৰ জীৱনৰ করুণ কাহিনী সৰহভাগ মালিতাৰ উপজীব্য।

আধুনিক অসমীয়া মালিতাৰ সৃষ্টিৰ মূলতে ইংৰাজী ৰোমাণ্টিক বেলাড আৰু প্ৰাচীন অসমীয়া মালিতা। জোনাকী যুগত গল্প উপন্যাসৰ আগে আগে কাব্য সাহিত্যত নৱজাগৰণৰ সূচনা হয়। ইংৰাজী ৰোমাণ্টিক কবিতাৰ আৰ্হিত অসমীয়া কাব্য সাহিত্যতো নৱন্যাস ধৰ্মী কবিতাই বিকাশ লাভ কৰে। প্ৰাক্-জোনাকী যুগৰ কবিতাতো এক পৰিবৰ্তনৰ ধাৰাই প্ৰাণ সঞ্চাৰ কৰিছিল যদিও প্ৰাক্-জোনাকী যুগৰ কবিতাত প্ৰাচীন কবিতাৰ ঠাচ বিদ্যমান।

জোনাকী যুগতেই অসমীয়া সাহিত্যত নৱন্যাস আন্দোলনৰ সূচনা হয়। চন্দ্ৰকুমাৰ আগৰৱালা প্ৰথম অসমীয়া ৰোমাণ্টিক কবি আৰু 'বনকুঁৱৰী' প্ৰথম ৰোমাণ্টিক কবিতা। বনকুঁৱৰী এহাতে প্ৰথম অসমীয়া ৰোমাণ্টিক কবিতা, আনহাতে প্ৰথম মালিতা। আগৰৱালাৰ তেজীমলা আৰু জলকুঁৱৰী আন দুটি মালিতা। 'বনকুঁৱৰী' কবি আগৰৱালাৰ নিজৰাৰ পাৰত টুকটুক্ চাপৰি বাই মুকলিমূৰীয়া আপোন পাহৰা হোৱা ছোৱালীৰ চিত্ৰৰূপ। তেজীমলা মানুহৰ মুখে মুখে চলি অহা সৰ্বজনবিদিত সাধু এটিৰ সাৰ্থক কাব্যৰূপ। মানুহৰ মুখে

মুখে প্রচলিত সাধুটিক আগৰৱালাই যথাযথ ৰূপ দিয়া নাই। কবিতাটোৰ মাধ্যমেৰে মানুহৰ হৃদয়হীনতা নিষ্ঠুৰতাৰ সমালোচনা কৰিছে।

লক্ষ্মীনাথ বেজবৰুৱাৰ ধনবৰ-ৰতনী ৰতনীৰ বেজাৰ আৰু তিনকা তিনিটা সাৰ্থক মালিতা। ধনবৰ ৰতনী, ৰতনীৰ বেজাৰ কবি বেজবৰুৱাৰ চহা জীৱনৰ প্ৰেম-প্ৰীতিৰ নিখুঁত চিত্ৰৰূপ। বেজবৰুৱাৰ মালিতা বনগীত সুৰীয়া। আনন্দচন্দ্ৰ আগৰৱালাৰ 'পানেশৈ' 'ফুলকোঁৱৰ' আদি মালিতাত চহা সুৰ শুনা যায়।

দুৰ্গেশ্বৰ শৰ্মাৰ 'বল্লিলা' 'জলকুঁৱৰী' উল্লেখযোগ্য মালিতা। বল্লিলা ভাতৃ স্নেহৰ নিদৰ্শন। সিংহদত্ত দেৱ অধিকাৰীৰ শাবো কন্যা টুনুকী' এটি সাৰ্থক মালিতা।

শৈলধৰ ৰাজখোৱাৰ 'পাষাণ প্ৰতিমা'কো কৃত্ৰিম মালিতা আখ্যা দিব পাৰি। বিনন্দচন্দ্ৰ বৰুৱাৰ 'নজনা বীৰৰ সুৰ' 'আগিয়াঠুৰিৰ বীৰ' 'বণ্ডামুৱা বীৰ' আদি সাৰ্থক মালিতা। শৈলধৰ ৰাজখোৱা আৰু বিনন্দচন্দ্ৰ বৰুৱাৰ মালিতাই আমাৰ চকুত দাঙি ধৰে এখন অতীত অসমৰ গৌৰৱোজ্জ্বল চিত্ৰ।

দ্বিতীয় মহাযুদ্ধৰ পাচৰ কুশলকোঁৱৰ, কনকলতাক লৈ মালিতা সৃষ্টি হৈছে। কুশলকোঁৱৰ, কনকলতাৰ শোকাবহ পৰিণতিৰ অন্তৰালত নিহিত হৈ আছে জাতিৰ বেদনাৰ ইতিহাস।

সাম্প্ৰতিক কালত মহেন্দ্ৰ বৰা, কেশৱ মহন্ত, বীৰেন বৰকটকী আৰু নিৰ্মলপ্ৰভা বৰদলৈৰ লিখনিত কেইটিমান কৃত্ৰিম মালিতাৰ সৃষ্টি হৈছে। মহেন্দ্ৰ বৰাৰ 'চামুৰাই' কেশৱ মহন্তৰ 'সোণজিৰা মাহীৰ নাড়ী' জীৱনৰ জৈৱিক দিশ সমূহৰ প্ৰতি সজাগ। নৱকান্ত বৰুৱাৰ 'কবি' কেশৱ মহন্তৰ 'গজেন কলিতা' নিৰ্মল-প্ৰভা বৰদলৈৰ 'আইতা' কৃত্ৰিম মালিতা। 'আইতা' নিঃসন্তান নাৰী জীৱনৰ বেদনা মধুৰ জীৱনৰ কৰুণ চিত্ৰ। নৱকান্ত বৰুৱাৰ 'কবি'ৰ কাহিনীও প্ৰাণস্পৰ্শী।

মালিতাই প্ৰাচীন, ৰোমাণ্টিক আৰু সাম্প্ৰতিক কালত সমানে সমাদৰ লাভ কৰাৰ মূলতে বিষয়বস্তুৰ অন্তৰালত সংবেদনশীল আবেদন।



# হাস্যৰস

অসমীয়া সাহিত্যত হাস্যৰসৰ অভাৱ নাই। শ্রীমন্তশঙ্কৰ মাধৱৰ অঙ্কীয়া নাট আৰু প্রাচীন মহাকাব্যসমূহতো হাস্যৰসৰ নিদর্শন পোৱা যায়। শ্রীধৰ কন্দলীৰ কাণখোৱা পুথিত যশোদাই শ্রীকৃষ্ণক কাণখোৱাৰ ভয় দেখুৱাই নিচুকোৱা আৰু চতুৰ শ্রীকৃষ্ণই মাকৰ লগত ফেৰ পাতি কথা কটা-কটি কৰাৰ মাজেৰে হাস্যৰস প্রকাশ পাইছে। হাস্যৰসৰ উমান পোৱা গৈছে ৰামসৰস্বতীৰ ভীম চৰিত্রত। ভীমে গৰু মাৰি নিজে সাৰিবলৈ গৰু মৰা অপবাদ দিছে ঋষি বিশ্বামিত্রক :

ভীমে বোলে ঋষি তোৰ কাকে খাইলে আখি
মই গৰু মাৰিলোহো কহ হৱা সাখী,
তোৰ সহমাঝে গৰু আছয় মৰিয়া,
শহ খাইলে বুজি তই মাৰিলি কোবায়া।
হাতত আছয় তোৰ দণ্ডধৰ বাৰি।
আৰে ঋষি বোলাই হাতে মোচৰস ডাঢ়ি।

হাস্যৰসৰ অঙ্কুৰন্ত নিজৰাটি প্রাক বৈষ্ণৱ, বৈষ্ণৱ যুগৰে পৰা প্রবাহিত হৈ আহি আধুনিক যুগত সজীৱ হৈ পৰা দেখা গৈছে। প্রাচীন অঙ্কীয়া নাট আৰু কাব্যসমূহত হাস্যৰস বহু পৰিমাণে আনন্দবিনোদনৰ আহিলা। বহু সময়ত হাস্যৰস উদ্দেশ্য ধর্মী আৰু পৰিকল্পিত পথেৰে নির্দিষ্ট বিন্দুলৈ অগ্রসৰ হৈ ধর্মৰ জয়ঢোল বজায়। আধুনিক সাহিত্যৰ বিশেষকৈ কুৰি শতিকাৰ দ্বিতীয় দশকত হাস্যৰসো পুৰামাত্রাই উদ্দেশ্য ধর্মী। আধুনিক সাহিত্যত হাস্যৰসৰ মাজেৰে প্রকাশ পায় ব্যক্তি তথা সমাজ জীৱনৰ অন্ধ গোড়ামি, আভিজাত্যৰ প্রতি ব্যংগোক্তি আৰু কটু সমালোচনা। সমাজ সংশোধন ইয়াৰ মুখ্য উদ্দেশ্য।

আধুনিক সাহিত্যৰ হাস্যৰস প্রকাশ পায় বিশেষকৈ ব্যঙ্গ কবিতাসমূহৰ মাজেৰে। ইংৰাজীত ব্যঙ্গ কবিতা সমূহক 'চেটায়াৰ' বোলা হয়। 'চেটায়াৰ'ৰ উৎপত্তি প্রাচীন গ্রীচ দেশ। প্রাচীন কালত বর্ষাৰ আৰম্ভণিতে গ্রীক দেৱীক

পূজা কৰাৰ প্ৰচলন আছিল। এই পূজাৰ পদ্ধতিও আছিল স্বকীয়া। চেটায়াৰ লেন্‌স্ক নামেৰে এখন কাঁহী নানা ৰকম ফল মূলেৰে ভৰাই দৈ গ্ৰীক দেৱীক পূজা কৰিছিল। তেতিয়াৰে পৰা গদ্য পদ্য সমন্বিত তীব্ৰ ব্যঙ্গাত্মক কবিতাক চেটায়াৰ বোলা হয়। সময়ৰ সোঁতত চেটায়াৰ ৰচনা পদ্ধতিও স্বকীয়া হয়। সমাজৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি আৰু ব্যক্তি বিশেষৰ মানৱ চৰিত্ৰ সংশোধনৰ বাবে কবিতা ৰচনা কৰিবলৈ ধৰে। এই কবিতাবোৰৰ শেষত নীতিমূলক উদ্দেশ্য এটি প্ৰকাশ পায়। কিন্তু আধুনিক ব্যঙ্গ কবিতাৰ অন্তৰালত নীতিমূলক উদ্দেশ্য পৰিস্ফুট হৈ নপৰে। মাথোন কবিয়ে চকুত আঙুলি দি বুজাই দিবলৈ বিচাৰে সমাজ তথা ব্যক্তি বিশেষৰ অৱনতি নৈতিকতাৰ অৱনতি, অন্ধ গোড়ামি আৰু ভণ্ডামিৰ কথা

হাস্যৰস অকল যে কবিতাৰ মাজতে পোৱা হয় এনে নহয়, গদ্য-পদ্য সমন্বিতেই এখন বহল ঠাই অধিকাৰ কৰি আছে। ব্যঙ্গ কবিতাসমূহ বিভিন্ন উদ্দেশ্যেৰে ৰচনা কৰা হয়। কিছুমানে বিচাৰে সমাজৰ অৱনতিৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰিবলৈ, কিছুমানে বিচাৰে ৰাষ্ট্ৰীয় তথা ধৰ্ম সংক্ৰান্ত বিপৰ্যয়ৰ ফালে আঙু-লিয়াবলৈ আৰু কিছুমানে বিচাৰে ব্যক্তি মানসৰ চৰিত্ৰ সংশোধনৰ কথা চকুত আঙুলি দি বুজাই দিবলৈ।

অসমীয়া কবিতাত হাস্যৰসৰ নিদৰ্শন পোৱা হয় অৰুনোদই যুগৰ হেমচন্দ্ৰ বৰুৱাৰ লিখনিৰপৰাই। হেমচন্দ্ৰ বৰুৱাই পিচৰ অনুগামী লিখকসকলৰ দৰে হাস্যৰস যোগান ধৰিবলৈ এলানি কবিতাৰ সৃষ্টি কৰা নাছিল। 'বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী'ত কোৰথনীয়া গোবৰ্দ্ধন আতৈৰ চৰিত্ৰ সৃষ্টি কৰি তাৰ দ্বাৰাই বিচাৰিছিল চলিত সমাজ ব্যৱস্থাৰ ব্যঙ্গচিত্ৰ এখনি উদঙাই দিবলৈ। কিন্তু কোৱাভাতুৰীৰ গদ্য ৰচনাৰ মাজত যি দুফাঁকি কবিতা সন্নিবিষ্ট কৰিছে তাৰ মাজেৰেই ফুটি উঠিছে হাস্যৰসৰ অকণি বেঙনি :

কেৰলীয়া মহাজন ধৰমীৰ বেশ,<br>
শিষ্যক ভবায় দি ধৰম উপদেশ।<br>
মুখত ধৰমকথা অন্তৰত আন।<br>
ধিক তাৰ পৰমাৰ্থ, ধিক তাৰ জ্ঞান।<br>
বাহিৰত তাৰ ৰং চং, নাই কোনো মলি,<br>
ভিতৰৰ কাম, কিন্তু ছাইশিপা কলি।

হেমচন্দ্ৰ বৰুৱাৰ কবিতা গভৰ দৰে হাস্যৰস সৃষ্টি কৰাত সফল হ'ব পৰা

নাছিল। আৰু ই হৈ পৰিছিল প্ৰত্যক্ষ আক্ৰমণ। কবিতাৰ ক্ষেত্ৰত হেমচন্দ্ৰ বৰুৱাতকৈ কিছু সফল হোৱা দেখা গৈছে সত্যনাথ বৰাক। সত্যনাথ বৰাই হাস্যৰসৰ লগতে ব্যঙ্গোক্তি প্ৰকাশ কৰিব পাৰিছে 'কেন্দ্ৰসভাত' সন্নিবিষ্ট ভকতীয়া ব্যাকৰণৰ কাবত্য কাকিৰে—

ভুনা ভুনা ভুনা শিশু ভুনা পুতি মন।
থিৰ মনে ভুনা কাক বোলে ব্যাকৰণ॥
ব্যা শব্দৰ অৰ্থ বিয়া কৰাই কৰণ।
বিয়া কৰালেই শিক্ষা হয় ব্যাকৰণ॥
পণ্ডিতে উচ্চাৰে ব্যা, অপণ্ডিতে বিয়া।
আচলতে ভেদাভেদ, একো নাইকিয়া॥
ব্যাকৰণ আদিতে বৰ্ণ বগা নে কলীয়া।
ওৰণি গুচালে দেখি নিকা নে মলীয়া॥

সত্যনাথ বৰাৰ কবিতাফাকিৰ শেষছোৱাত হাস্যৰসৰ লগতে সমাজ বন্ধনৰ প্ৰতি আনুগত্য প্ৰকাশ পাইছে।

হাস্যৰসৰ ক্ষীণ সুতিটো প্ৰবলতৰ হৈ উঠে লক্ষ্মীনাথ বেজবৰুৱাৰ কবিতাৰাজিত। বেজবৰুৱাৰ কৃপাবৰী হাস্যৰসে অসমীয়া সাহিত্যত এখন স্বকীয়া আসন লব পাৰিছে। গদ্য পদ্য সকলোতে যাদুকৰী পৰশেৰে হাস্যৰস সৃষ্টি কৰাৰ উপৰিও বেজবৰুৱাৰ কবিতাত দেখা যায় সুস্থ আশাবাদ। কদমকলিৰ কবিতাৰাজি তাৰেই মূৰ্ত প্ৰতীক। জীৱন যুদ্ধত ভাগৰি নপৰি বা থকা-সৰকা নহৈ বেজবৰুৱাই অকণমান শান্তিৰ শীতল পৰশ লাভ কৰিবলৈ বিচাৰিছিল হাস্যৰসৰ মাজেৰে। হাস্যৰসক তেওঁ গ্ৰহণ কৰিছিল চিৰ আপোন ৰূপে, বয়সৰ হেঙাৰ তাত নাই।

বাহিৰত মোৰ পকা চুলি
ভিতৰত বাজে মৌ সুতুলি
ল'ৰাৰ কিৰিলি খলকত
মোৰ বঙৰ ওৰ নাই।

বেজবৰুৱাই কৃপাবৰী ৰূপে যে অকল হাস্যৰসে যোগান ধৰিছিল এনে নহয়। আশাবাদী বেজবৰুৱাই ইহিক জীৱনৰ আশীৰ্বাদ ৰূপে গ্ৰহণ কৰিছিল। বেজবৰুৱাৰ জীৱনদৰ্শনৰো আভাস পোৱা হয় হাস্যৰসৰ মাজেৰেই।

আন্ধাৰ পোহৰ যুঁজে ৰণ
শেষত জয় পোহৰৰ।

অন্তৰৰ প্ৰবল উৎসাহ আৰু আগ্ৰহে যে জীৱনৰ সকলো বাধা-বিঘিনিকে আঁতৰাব পাৰিছিল ; বেজবৰুৱাৰ জীৱনেই তাৰ উজ্জ্বল সাক্ষ্য।

বাঁহীৰ মাহাত্ম্য প্ৰকাশ কৰি বেজবৰুৱাৰ কবি অন্তৰ ভক্তিত গদগদ হৈ পৰিছে :

ত্ৰিভুৱন মাজে যত বস্তু মধুময়
সি সবৰ সাৰ ভাগ কৰি একে ঠাই
পূৰালি উদৰ তোৰ হে বাঁহী অমিয়া!
প্ৰেমিকে মাগিছে কণা পূৰ্ণ কৰ হিয়া।

বেজবৰুৱাৰ কৃপাবৰী স্বভাৱে বাঁহীৰ এই গুণ-গৰিমা কীৰ্তন কৰিয়ে ক্ষান্ত হব নোৱাৰিলে। আন এটি কবিতাত বাঁহীক লৈয়ে হাস্যৰস সৃষ্টি কৰিছে। পিচৰ কবিতাটিত ত্ৰিভুৱন মোহিত কৰা বাঁহী ফুটা দিয়া বাঁহৰ চুঙা।

ধপাত ভৰাব পাৰি
পিঠা পুৰি খাব পাৰি
কুকুৰ মৰা মাৰি সেই ভাল ঠিক হব পাৰে।

*　　*　　*

কৃষ্ণই কৈলে আৱিষ্কাৰ
গোপীক দিলে সমাচাৰ
(দেখোন) টেলিফোনে সেই কাম সহজতে কৰে।

'ধোঁৱাখোৱা' 'টোপনি ভাঙনী' 'অসমীয়া ডেকাৰ প্ৰতি উপদেশ' আদি কবিতাত অসমীয়া সমাজৰ উৰণীয়া মন, পৰশ্ৰীকাতৰ আৰু কৰ্ম বিমুখ, এলেহুৱা অৱস্থাৰ প্ৰতি তীব্ৰ কটূক্তি প্ৰকাশ পাইছে। অসমীয়া সমাজৰ অৱনতিসমূহে তেওঁৰ অন্তৰত হাস্যৰসৰ ছিটিকনি পৰি অগ্নিৰূপ লৈছে।

নহয় নে মোৰ হাঁহি উঠা
হাঁহি হাঁহি হাঁহি উঠা
নহয় নে বাৰু হাঁহি উঠা।

চন্দ্ৰাবৃন্দাৱলী সংবাদত অসমীয়া ইংৰাজী খিচিৰি শব্দ প্ৰয়োগেৰে হাস্যৰস আৰু তীব্ৰ কৰি তুলিছে। বেজবৰুৱাৰ 'মোৰ দেশ' কবিতাৰ শেষতো কৃপাবৰী হাস্যৰস প্ৰকাশ পাইছে।

ধা তা তা, ধা তা তা
তা তা তা, ধা তা তা
অ' মোৰ মৰমৰ দেশ।

শেষৰ ফাকিয়ে সেই হাস্যৰসৰ চিনাকি দিয়ে। পিচত 'মোৰ দেশৰ' জাতীয় সঙ্গীত ৰূপে গ্ৰহণ কৰা হয়।

অসমীয়া সাহিত্যত 'পেৰেডি' কবিতাৰো সূচনা হয় বেজবৰুৱাৰ লিখনীতে। কোনো জনৰ গহীন কবিতাৰ ৰচনা ৰীতিৰে লঘু ধৰণৰ উপলুঙা সুৰৰ কবিতা ৰচিলে পেৰেডি আখ্যা পায়। বেজবৰুৱাৰ দ্বিজেন্দ্ৰ লালৰ 'জন্মভূমি'ৰ আহিৰে 'আমাৰ জন্মভূমি' পেৰেডি কবিতা ৰচনা কৰিছিল। দ্বিজেন্দ্ৰলাল কবিতাৰ মাজেৰে দেশপ্ৰেমৰ চানেকি দাঙি ধৰিছিল আৰু বেজবৰুৱাই তাৰ ব্যঙ্গ ৰূপেৰে অসমীয়াৰ স্বভাৱটো প্ৰকাশ কৰিছিল সজাগ কৰি দিবলৈ।

ক'ত আছে এনে চাউল পানীত দিলে ভাত
ক'ত এনে কুঁজি থেকেৰা টেঙাই যায় দাঁত
ক'ত পোৱা পকা খৰিচা ক'ত ঢেকীয়া শাক
এঠা দৈ ক'ত এনে নেৰাই থুলে যাক
হেৰা আমাৰ জন্মভূমি।

পিছৰ যুগৰ অনুগামী হাস্যৰস সৃষ্টি কৰোঁতাসকলৰ মাজত বেজবৰুৱাৰ দৰে সাৰ্বজনীনতাৰ অভাৱ। বেজবৰুৱাই সাৰ্বজনীনতা ফুটাই তুলিব পাৰিছিল। বেজবৰুৱাই লিখনিৰ যি চুম্বকত্ব সেই প্ৰতিভা পিচৰ লিখকসকলৰ দেখা নাযায়। বেজবৰুৱাৰ শব্দ চয়নে অফুৰন্ত হাস্যৰসৰ যোগান ধৰিব পৰিছিল। পিচৰ লিখকসকলে একোটি কাহিনীৰ গাত ভেজা দি হাস্যৰসৰ সৃষ্টি কৰিছে আৰু ইয়াৰ শেষ পৰিণতিও শোকাবহ। বেজবৰুৱাৰ দৰে সুস্থ আশাবাদক জীণ দিব পৰা নাই। স্বভাৱসিদ্ধ প্ৰতিভাৰে বিজুলীৰ দৰে মানুহৰ অন্তৰত তীব্ৰ হাস্যৰসৰ সোঁত বোৱাই দিব পাৰিছিল বেজবৰুৱাইহে।

চন্দ্ৰধৰ বৰুৱাৰ কাহিনীপ্ৰধান হাস্যৰসযুক্ত কবিতাবাজি একোটি বিশেষ সময়ৰ আৰু মুহূৰ্ত বিশেষৰ প্ৰতিনিধিস্বৰূপ। কাহিনীপ্ৰধান হাস্যৰসযুক্ত কবিতাবাজিৰ অন্তৰালত প্ৰকাশ পাইছে ব্যক্তি বিশেষৰ প্ৰতি তীব্ৰ ব্যঙ্গোক্তি। তেওঁৰ কবিতাত উচ্চ মধ্যবিত্ত সমাজৰ সমস্যাৰ কথাই চিত্ৰিত হৈছে। অসহযোগ আন্দোলনৰ পটভূমিত অসমীয়া ডেকাৰ অন্তৰত ধ্বনিত হোৱা জাতীয় ভাবৰ ছবি একোখনিও দেখা যায়। ইংৰাজী শিক্ষাৰ নামত শিক্ষিত ডেকাৰ মাজত প্ৰতিফলিত হোৱা মানসিক চিত্ৰসমূহ সুন্দৰভাৱে ফুটি উঠিছে। বি-এ পাছ কবি পদুমে ভাবিছে—

শঙ্কৰ মাধৱ বাবজৰতী
মদুমণি দামোদৰ

ইংৰাজী নেজানে বেতিয়া কিৰূপে
যোৰ মাৰে পত্নুমব।

মাজে মাজে ইংৰাজী সংস্কৃত ভাষাৰে খিচিৰি কৰি হাস্যৰসৰ যোগান ধৰিবলৈ বিচাৰিছে।

শুনা শুনা মোৰ বচনং
কাব্য বিশাৰদ মই, ( এই ) মস্ত খবৰং
পণ্ডিতৰ ধূমকেতু
ভাষা সংস্কৃতৰ হেতু
ধৰিছোচি পৃথিৱীত নৰজনমং
অহো কাব্য বিশ্যাৰদোহহং।

আকৌ—

Dame অসমীয়া নোৱাৰি লিখিব
Go to devil হক
ইংৰাজী idea express নহয়
নাই Wordৰ stock
Quarter hour brain খটালো
মিছাতে কৰিলো Try
কটা কটি কৰি এপিঠি কাগজ
Spoil কৰিলো হায়।

বৰুৱাৰ কবিতাৰাজিত হাস্যৰস সৃষ্টি কৰাৰ উপৰিও শিক্ষিত, অৰ্দ্ধ-শিক্ষিতৰ প্ৰতি প্ৰকাশ পাইছে তীব্ৰ ব্যঙ্গোক্তি। বেজবৰুৱাৰ দৰে বলিষ্ঠ প্ৰকাশভঙ্গীৰ জীপ দি সবল নেতৃত্ব দিব পৰা পৰিবেশ এটা চন্দ্ৰধৰ বৰুৱাই গঢ়ি তুলিব পৰা নাছিল। সমাজৰ অনাচাৰ, অন্ধ আভিজাত্য, ভণ্ডামিৰ প্ৰতি চকু মুকলি কৰি দিবলৈ বৰুৱাই একোটি আখ্যানৰ গাত ভেজা দিব লগা হৈছিল।

'বগৰ', 'বহুৰবা' আৰু 'বহুৰূপী' এই তিনিখন কবিতা পুথি দণ্ডিনাথ কলিতাৰ হাস্যৰস প্ৰকাশৰ মাধ্যম। কলিতাৰ কবিতাৰাজিয়ে হাস্যৰস যোগান ধৰাৰ উপৰিও সমাজৰ অৱনতিৰ বিভিন্ন স্তৰলৈ দৃষ্টি নিক্ষেপ কৰিব পাৰিছে। আধুনিক যুগৰ সমাজ ব্যৱহাৰ প্ৰতি লক্ষ্য ৰাখি ধৰ্ম আৰু আচাৰ নীতিৰ নামত সোমোৱা কুসংস্কাৰৰ প্ৰতি কলিতাৰ হাস্যৰসিক কবিতাই উদাৰ দৃষ্টি নিক্ষেপ কৰা দেখা যায়।

বামুণৰ লবাই ডাক্তাৰী পঢ়ে
মৎস কৃষিবো ব্যৱসায় কৰে
আৰ্য বংশ একেবাৰেই
ৰসাতললৈ গ'ল।
হে হৰি কি কৰিলা দেশ তললৈ গ'ল।

তিৰোতাৰ অধিকাৰ আৰু ভাণ্ডৰীয়ানী কোমলাঙ্গী নাৰী চৰিত্ৰৰ ব্যঙ্গ কৌতুক প্ৰতিলিপি। তিৰোতাৰ অধিকাৰৰ শেষত ফুটাই তুলিছে স্ত্ৰী পুৰুষৰ বৈষম্যৰ চিত্ৰ এখনি।

তিৰোতা হলে নহয় স্বাধীন শাস্ত্ৰকাৰৰ বচন।
খৰিৰ লগত জাপিব লাগিব ঘটিলে স্বামীৰ মৰণ॥
নমৰে মানে কৰিব মতাই ন ন ঘৈণীয়েক।
নোৱাৰে লব ফুলতে বাৰী কন্যায়ো দ্বিতীয় বৰ॥

ইংৰাজী শিক্ষা আৰু পাশ্চাত্য আদৰ-কায়দাৰ বাবে শিক্ষিতসকলৰ চকুত দেশীয় আচাৰ-নীতি হৈ পৰিল কুসংস্কাৰ। 'আমি হিন্দুস্থানৰ প্ৰথম শ্ৰেণীৰ সভ্য' কবিতাত তেওঁ তাৰেই এটি ব্যঙ্গৰূপ প্ৰকাশ কৰিছে। তেওঁৰ 'মেধী তীৰ্থলৈ যায়' কবিতাৰ বিষয়বস্তু হাস্যস্পদ হ'লেও পৰিণতি শোকাবহ। তীৰ্থ ভ্ৰমণ কৰি পুণ্য অৰ্জন কৰিবলৈ গৈ মেধীয়ে শেষত জাত ৰক্ষা কৰিব নোৱাৰা হ'ল।

নিজকে ভুষি মুৰটো দোঁৱাই
চিন্তাত অবস কায়
পাৱনে নেপায় জাতটো ভাবি
মেধী তীৰ্থলৈ যায়।

কলিতাৰ কবিতাবাজিত হাস্যৰসৰ যোগান ধৰাৰ উপৰিও সমাজৰ অৱনতি কুসংস্কাৰ আদি বিভিন্ন দিশলৈ দৃষ্টি নিক্ষেপ কৰা দেখা যায়। কলিতাই কাহিনীৰ আশ্ৰয় লৈ উদ্দেশ্যত অগ্ৰসৰ হব পাৰিছে। বেজবৰুৱাৰ দৰে চুৰুকত তেওঁৰ লিখনিত নাই। বহু সময়ত কথন-ভঙ্গী আৰু কথাবস্তুৰ সমতা ৰক্ষা হোৱা নাই। ফলত হাস্যৰস উন্নতৰ কৰিবলৈ অশেষ শ্ৰম কৰিব লগা হৈছে। বেজবৰুৱা, চন্দ্ৰধৰ বৰুৱা আৰু কলিতাই হাস্যৰস সৃষ্টি কৰোঁতে নিৰপেক্ষ দৃষ্টিভঙ্গীৰে চাব পৰা নাই। পক্ষপাতিত্বৰ দোষে আটাই কেইজনকে ছুই গৈছে।

অতুলচন্দ্ৰ হাজৰিকাৰ হাস্যৰসিক কবিতাবাজি উজ্জ্বল ধৰ্মী নহয়।

তেওঁৰ হাস্যৰসৰ অন্তৰালত সমাজ তথা ব্যক্তিজীবনৰ অৱনতিৰ প্ৰতি কোনো দৃষ্টি নাই। কথাবস্তুৰ ওপৰত প্ৰাধান্য দি অসমীয়া শব্দৰ মাজত ইংৰাজী শব্দ ব্যৱহাৰ কৰিছে।

চিষ্টাৰ শূৰ্পনখা লঙ্কাৰ মেইড
মন্দুৰী ঘৰে পৰে
ঘৰৰ পৰা খেদা খাই ভাই
অনাই বনাই ফুৰে।

প্ৰচলিত ধেমেলীয়া কাহিনীসমূহেও তেওঁৰ লিখনিত নতুন ৰূপ লাভ কৰিছে। তেওঁৰ প্ৰকাশ-ভঙ্গী সহজ সৰল।

দেৱকান্ত বৰুৱাৰ 'আমৈৰ নাতি' অকৃত্ৰিম হাস্যৰসৰ প্ৰতীক। আন কবিৰ দৰে কাহিনীৰ গাত ভেজা দিব লগা হ'লেও দেৱকান্ত বৰুৱাৰ প্ৰকাশ-ভঙ্গী স্বকীয়া ঃ

এনেতে আহক মেমেৰা মেধী
কাণেৰে শুনে কম
ভুলতো কলা বোলা যদিহে
দিব তোমাক গম।

নৱকান্ত বৰুৱাৰ হাস্যৰসৰ কবিতাবাজি কোনো উদ্দেশ্যধৰ্মী নহয়। তেওঁ বিচাৰে কথনভঙ্গীৰ মাজেৰে হাস্যৰস সৃষ্টি কৰিবলৈ।

ইউ পিত গৈ ঘিউ পি নাথালে
চাৰে বাৰ টকা ফাইন
হাওবাত বোলে ওৰে বাতি থপি
নেওতা পচাটো আইন।
( ভূগোলৰ ভুল )

তেওঁৰ 'পেহা আৰু পেহী'-ত চাৰিত্ৰিক বিশ্লেষণৰ ক্ষীণ প্ৰতিধ্বনি শুনা যায়। কবিতাটিয়ে 'টাইপ' চৰিত্ৰৰ প্ৰতিনিধিত্ব কৰিব বিচাৰিছে।

পেহা আমাৰ উজনিৰ
মুৰ খালে দুজনীৰ
চাৰিজনীৰ আগৰ জনী সেয়ে আমাৰ পেহ্
পেহীৰ নাম ফুলমতী, পেহাৰ নাম মেহী

অতুলচন্দ্ৰ হাজৰিকা, দেৱকান্ত বৰুৱা আৰু নৱকান্ত বৰুৱাৰ কবিতাৰ হাস্যৰস কেৱল মাত্ৰ আনন্দ বিনোদনৰ আহিলাহে। নাটকীয় সকাহৰ দৰে

তেওঁলোকৰ কবিতাই খাখোন হাঁহিৰ খোৰাক যোগাব পাৰে। পূৰ্ববৰ্তী কবিৰ দৰে জাতীয় বা ব্যক্তি চৰিত্ৰ গঠনত সহায়ক হৈ উঠা নাই। আনহাতে পিচৰ অনুগামী লিখক সকলৰ হাস্যৰস উচ্চস্তৰলৈ যাব পৰা নাই। কাহিনী ভাগহে উক্ত কবিতাবোৰৰ হাস্যৰস সৃষ্টিৰ প্ৰধান উপজীৱ্য।

প্ৰেমনাৰায়ণ দত্ত, মেমেৰা মেধিৰ কবিতাই হাস্যৰসৰ যোগান ধৰিব পাৰিছে। দত্ত আৰু মেধিৰ কবিতাত প্ৰকাশ পাইছে চলিত সমাজ ব্যৱস্থাৰ প্ৰতি তীব্ৰ আক্ষেপ। জাতীয় উৎসৱ আৰু জাতীয় বৈশিষ্ট্য সমূহৰ প্ৰতি অৱনতিৰ কথা প্ৰকাশ কৰাত প্ৰেমনাৰায়ণ দত্ত নিৰ্ভীক।

বেজবৰুৱাৰ হাতত গজালি মেলা পেৰডি কবিতাই অনুগামী লিখক সকলৰ লিখনিত সজীৱতা লাভ কৰিব নোৱাৰিলে। বেজবৰুৱাৰ বহু বছৰৰ পিচত পেৰডি কবিতাৰ সূচনা হোৱা দেখা যায় কুমাৰ শ্ৰীমধুসূদনৰ হাতত। 'কিমাশ্চৰ্যমত' সন্নিবিষ্ট পেৰডি আৰু 'মই যে কৰাম বিয়া' কবিতা সংকলনৰ মাজেৰে কুমাৰ শ্ৰীমধুসূদনে হাস্যৰসৰ যোগান ধৰিব পাৰিছে। বেজবৰুৱাৰ লিখনিৰে গজালি মেলিলেও পেৰডি কবিতাই বিস্তাৰ লাভ কৰিব পৰা নাছিল। জনপ্ৰিয় কবিতা কেইটিমানৰ ওপৰত ভেজা দি পেৰডিৰ প্ৰসাৰতা আনি দিয়ে শ্ৰীমধুসূদনে। তেওঁৰ পেৰডি সমূহ চলিত সমাজ ব্যৱস্থা আৰু ব্যক্তি চৰিত্ৰৰ সুন্দৰ প্ৰতিলিপি। 'কলং পাৰত মাজনিশা'ত মধ্যবিত্ত পৰিয়ালৰ অৰ্থনৈতিক সমস্যাৰ কথা চিত্ৰিত কৰিছে।

ঘৰৰ ভাৰালৈ আৰু কেইদিন বাকী? দুই দিন? মাথো
দুই দিন আছে?
তেন্তে ঠিক কৰা। তুমি যাবা বাৰীৰ পিচেদি, ময়ো যাম
তাৰ পিছে প্ৰিছে।
শহৰ ঘৰত তুমি চেলেঙৰ আচলেৰে গুনাবা যি
চকুপানী মচি।
তাৰ উওৰত দিব জীয়াৰী কালৰ ছয়া, সুদ মূল
কড়া-কড়ি কচি।

শ্ৰীমধুসূদনৰ পেৰডিয়ে বিশেষকৈ ৰোমাণ্টিক পৰিবেশৰ কথা, ডেকা-গাভৰুৰ প্ৰেম-পীৰিতিৰ কথাই ফুটাই তুলিছে।

আজিৰ স্পুটনিকৰ যান্ত্ৰিক কলা-কৌশলৰ অগ্ৰগতিয়ে মানুহৰ অন্তৰৰ হাস্যৰসৰ সুতিটো বন্ধ কৰি তুলিছে। সেইবাবে আজিৰ কবিৰ কবিতাত

হাস্যৰসৰ অভাৱ। সমাজৰ অৱনতি, নৈতিকতাৰ অৱনতিয়ে চৰম সীমাত ভৰি দিয়া সত্বেও বেজবৰুৱা, চন্দ্ৰধৰ বৰুৱা নাইবা দণ্ডিনাথ কলিতাৰ দৰে ব্যঙ্গ কৌতুক দৃষ্টিৰ অভাৱ। দুই এজন কবিয়ে পশীয়া ভৱাৰ দৰে ভুমুকি মাৰিবলৈ বিচাৰিলেও আশাতধীয়া প্ৰচেষ্টা দেখা নাযায়। ফলত আজিৰ কবিৰ কবিতাত হাস্যৰসৰ সমল পাবলৈ নাই। ন-কবি সকলে এই দৈন্যৰ প্ৰতি উদাৰ বিশ্বৱীকাৰে চোৱা উচিত।

# ৭ দেশপ্ৰেম মূলক কবিতা

"যি ঠাইৰ ধূলিকণা ছুটি উৰি দেহাত পৰিলেও পবিত্ৰ অম্বৰ গুণ দিয়ে, য'ত জীৱনৰ শত ধুমুহাৰ মাজতো ধূলিকণা লগে লগে উৰি ফুৰে; য'ত শত স্মৃতিয়ে লগ নেৰাকৈ কাণে কাণে গুমৰে, যি ঠাইৰ বা একোছাটি কোনোবা ঢালে আহি বুকুত লাগিলে প্ৰাণ শীতল কৰে............ সেই পুণ্য-পীঠেই জন্মভূমি।"

"জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী।" এই 'স্বৰ্গাদপি গৰীয়সী' জন্মভূমিৰ প্ৰতি দেশকাল পাত্ৰভেদে কবি-কণ্ঠ মুখৰিত হৈ আহিছে। কোনোজনে বিচাৰিছে 'দেশৰ মহিমামণ্ডিত অতীত কীৰ্তি সুঁৱৰি সেই গৌৰৱ বাখিৰেঁ দেশৰ মুখ উজলাবলৈ—কোনোৱে বিচাৰে বিদেশীৰ অত্যাচাৰ মষিমূৰ কৰি, দাসত্বৰ শিকলি ছিঙি, স্বাধীনতাৰ আলোকেৰে আলোকিত কৰিবলৈ। 'জনমৰ আদিম পুৱাতে প্ৰথমে চকু মেলি' 'পৃথিৱীৰ ক'তো বিচাৰি নোপোৱা' 'শ্যামবৰণীয়া ভাৰতৰ ছুৱলী জী' অসমও যে 'চিৰকাল স্বাধীন' আছিল সেইকথা অসমীয়াই পাহৰিব নোৱাৰে। দেশৰ মাটিৰপৰা নিলগত থাকিলেও জন্মভূমিৰ প্ৰতি মানুহৰ এই আকৰ্ষণ চিৰদিনীয়া। সেয়েহে বিদেশত অপৰিচিত জনগণৰ অলেখ মুখমণ্ডল আৰু সুললিত কণ্ঠ সঙ্গীতৰ মাজত সুৰদি সুৰীয়া মাতৃভাষাৰ মাত এষাৰিয়ে অন্তৰ চমকিত কৰি তোলে। প্ৰাণত এক অজান পুলকৰ শিহৰণ জাগে আৰু অপৰিচিত হৈ পৰে চিৰপৰিচিত বুকুৰ কুটুম।

যি জনৰ অন্তৰত দেশৰ প্ৰতি জন্মভূমিৰ প্ৰতি একেৰি টান নাথাকে ইংৰাজ কবি Walter Scott এ সেই জনৰ বিষয়ে আমাক সাৱধান কৰি দিছে—

From wandering on a
Foreign strand!
If such there breathe,
Go, mark him well.

ইতিহাস মহাকাব্যই চুকি পোৱাৰ আগৰেপৰা ভাৰতৰ বুকুত জলি আছিল

স্বাধীনতাৰ অক্ষয় কিৰীটি। ভাৰতৰ ঐতিহ্য আৰু গুণ-গৰিমাই বিশ্বৰ বুকুত প্ৰতিষ্ঠা কৰিছিল এখনি সুদৃঢ় আসন। কলা-কৃষ্টি-সভ্যতা সকলোতে ভাৰত অদ্বিতীয় আছিল। কিন্তু গৃহ-বিবাদৰ দুৰ্বলতা আৰু শাসন-তন্ত্ৰৰ লোলোক-ঢোলোক অৱস্থাৰ সুযোগ লৈ পোনতে আহি বিদেশী মোগলে ৰাজদণ্ড কাঢ়ি ললে। সেই একেই দুৰ্বলতাৰ সুযোগ লৈ ৰাজদণ্ড পৰিলগৈ সাত সাগৰৰ সিপাৰৰ ইংৰাজৰ হাতত। যুগ যুগ ধৰি স্বৰ্গপুৰীৰ অস্তিত্ব কল্পনা কৰি থকা স্বাধীন ভাৰতীয় জাতি পৰপদানত হ'ল। বিদেশী শাসকে সকলো হৰি নিলে, মানুহৰ মনুষ্যত্বৰো অৱনতি ঘটিল।

সেই সন্ধিক্ষণতো কবিকণ্ঠ নীৰৱ নহ'ল। দেশ-মাতৃকাৰ লাঞ্ছিত মুখে কবিৰ প্ৰাণত তুলিলে এক দুৰ্জয় জোৱাৰ।

বন্দে মাতৰম্
সুজলাং সুফলাং মলয়জ শীতলাং
শস্য-শ্যামলাং মাতৰম্
বন্দে মাতৰম্

(বঙ্কিম চন্দ্ৰ)

ইংৰাজ ৰাজত্বৰ কালছোৱাতে স্বাধীনতাৰ উদ্দেশ্যে ত্ৰিৰঙ্গ পতকা উৰুৱাই দেশবাসীয়ে সমবেত হৈ সমস্বৰে গালে—

"আও প্যাৰে বীৰো আও
দেশ-ধৰ্ম পৰ বলি বলি জাও,
একসাথ সব মিল কৰে গাও;
প্যাৰে ভাৰত দেশ হামাৰা।
ঝাণ্ডা উচা ৰহে হামাৰা॥"

কঁকালত টঙালি বান্ধি ৰঙা বস্তালৰ ৰঙা চকুলৈ কেৰেপ নকৰি একুৰ সাহেৰে থিয় হৈ আকৌ উচ্চৈস্বৰে গালে—

"সাৰে জহাঁসে আচ্ছা হিন্দোস্তান হমাৰা।"

আৰু আন এদলে সৈনিক বেশেৰে "কদম কদম বঢ়ায়ে যা" সমদলীয় সঙ্গীতেৰে আগ বাঢ়িল দিল্লীৰ লালকিল্লাত স্বাধীনতাৰ বিজয় পতাকা উৰাবলৈ।

বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰেও সেই সুৰেৰেই 'ভাৰতৰ সাগৰ তীৰত' থিয় হৈ উভতি চাইছে মহিমামণ্ডিত ভাৰতৰ অতীত কীৰ্ত্তিলৈ।

পৰাধীনতাৰ শিকলি অসমে ভাৰতৰ আন প্ৰদেশতকৈ কিছুকাল পিচত বহন কৰিব লগা হ'ল। ১৮২৬ চনত ইয়াণ্ডাবু সন্ধিৰ চৰ্তত অসমৰ চাৰিশীমা কবিতা—৪

বৃটিচৰ খাচ দখললৈ আহিল। লগে লগে যুগ যুগ ধৰি উজলি থকা স্বাধীনতাৰ সোণৰ কলচী মোলান পৰিল। দাসত্বৰ বন্ধনে অসমীৰ সন্তানৰ কলিজা কঁপোৱা কণ্ঠস্বৰ নিমাত কৰিলে, মৰণৰ ভয়কো তুচ্ছ কৰি এবুকু সাহসেৰে আগবাঢ়ি যুঁজা অন্তৰত কাপুৰুষালিয়ে ঠাই ললে। বগা বঙালৰ গাত ভেজা দি দেশী বঙালৰ অখণ্ড সোঁত বৰলৈ ধৰিলে। অকল সিমানেই নহয়, চিৰচেনেহী ভাষা জননীৰ সুৰীয়া অসমীয়া মাতষাৰিৰ ঠাইত পঢ়াশালিত কণ কণ কণ্টিয়ে বঙালী মাধ্যমেৰে পাঠ শিকিব লগা হ'ল। কিন্তু স্বাধীনচিতীয়া অসমীয়া জাতিয়ে গ্লানিৰ দংশন সৰহ দিন বহন কৰিব নোৱাৰিলে। 'অৰুণোদয়' যুগৰ লগে লগে অসমীয়াৰ জাতীয় চৈতন্যও সজাগ হ'ল। অৰুণোদয় যুগতে অসমীয়া ভাষা সাহিত্যই থাপনাত পুনৰ আসন ললে যদিও জাতীয়তাবাদ আৰু দেশাত্মবোধে অসমীয়া কবিৰ লিখনিত, তীব্ৰ ৰূপ লব পৰা নাছিল। অৱশ্যে এই অৰুণোদয় যুগতে জাতীয় চৈতন্যই গজালি মেলিছিল। জাতীয় চৈতন্য আৰু দেশাত্মবোধৰ প্ৰকৃত পৰিচয় ফুটি উঠিল জোনাকী যুগৰ কবি সকলৰ লিখনিৰ মাজেৰে। এই জোনাকী যুগকেই অসমীয়া সাহিত্যৰ পয়োভৰৰ যুগ বুলি কব পাৰি। এই যুগৰ অসমীয়া সাহিত্যই উন্নতিৰ চৰম সীমাত ভৰি দি বিশ্বৰ জনসভাত অসমীয়া সাহিত্যক এখনি যুগৰ আসন দি যাব পৰা নাই যদিও সাহিত্যৰ দিক নিৰ্ণয় কৰি আন আন আধুনিক সাহিত্যৰ লগত একে শাৰীতে থিয় হ'ব পৰা পথ দেখুৱাই গ'ল।

জোনাকি যুগৰ আগছোৱাত 'বৰফুকনৰ গীত' আৰু 'মণিৰাম দেৱানৰ গীতে'ৰে জাতীয় চৈতন্যত প্ৰাণ সঞ্চাৰ কৰিবলৈ এক ক্ষীণ প্ৰচেষ্টা দেখা যায়। বৰফুকনৰ গীতত এহাতে প্ৰকাশ পাইছে বজাঘৰীয়া খামখেয়ালি আৰু আন হাতে সোঁৱৰাই দিছে এৰি অহা অতীত অসমৰ গুণ-গৰিমাৰ কথা। মণিৰাম দেৱানৰ গীতত মণিৰামৰ কথা সুঁৱৰি চকুত ভাহি উঠিছে অসমৰ অৱনতিৰ ছবি—

'নহবৰ হ'ল
অসম দেশ গুচি
বঙাল দেশ হ'ল।'

এই ফাঁকি গীতৰ অন্তৰালত দেখা যায় অতীতৰ ক্ষীণ সোঁৱৰণি। জনগণৰ অন্তৰত মৃত সঞ্জীৱনী সঞ্চাৰ কৰি জাগৰিত কৰিব পৰা মন্ত্ৰপুত বাণীৰ গন্তীৰ ধ্বনি বাজি উঠা নাই।

প্ৰাক্-জোনাকী যুগৰ পৰা কমলাকান্তৰ লিখনিয়ে জাতীয় চৈতন্য সজাগ

কথাত আগ ভাগ লয়। কমলাকান্তৰ কবিতাৱালিৰ ছটা পাই থাকা দেখা যায়—এচাম কবিতাত ৰূপায়িত হৈছে অতীত ইতিহাসৰ মহিমা-মণ্ডিত কাহিনী। অতীতৰ কাহিনীয়ে কবিৰ প্ৰাণ শীতলালেও অসমীয়াৰ অধঃপতনে অশান্ত কৰি তুলিছে। মানিৰ বংশধৰ নিজে গৰ্ব্বিত হৈ তিৰস্কাৰেৰে বিচাৰিছে অসমীয়াক সজাগ কৰিবলৈ। অসমীয়াৰ জাতীয়ত্বৰ প্ৰতি তীব্ৰ আক্ৰোশ প্ৰকাশ পাইছে 'জাতীয় গৌৰৱ' আৰু পাহৰণি' কবিতাৰ মাজেদি। অসমীয়া জাতিৰ ঠেক মনোবৃত্তি আৰু উদাৰ বিশ্বচিন্তাৰ অভাৱত অসামান্য প্ৰতিভা মৰহি যাব ধৰিছে—

"শঙ্কৰদেৱৰ দেখো জীৱনৰ
চৰিত কেৱল ভকতত সীমা"

আক্ষেপ কৰি কৰি কবিয়ে কৈছে—

"ই অসভ্য দেশ মনুষ্যত্ব লেশ
নাই একেবাৰে ভাৰত মাজে,
উলঙ্গ দেশৰ কাম কি ধোবাৰ ?
নোশোভে লোকক কাপোৰ সাজে।
ঠিক অসমীয়া মানুহ নহয়,
অসম শ্মশান নোহে কোনে কয়।"

ভেলপুৰৰ কছাৰীঘাটত পৰি থকা শিল এছটাকে লিবিকি বিদাৰি তাৰ বুকুত বিচাৰি চাইছে অতীতৰ গৌৰৱৰাজি। অতীতৰ সোঁৱৰণীৰে ভাৰতীয় সন্তানৰ পৰাণ প্ৰতিষ্ঠা কৰাৰ সপোন দেখিছে যদিও মানুহৰ অন্তৰৰ ঠেক ভেদাভেদৰ প্ৰাচীৰে অশান্ত কৰি তুলিছে, সেয়েহে বিচাৰিছে পাহৰণিৰ অতল গৰ্ভত লীন হবলৈ।

অনা-অসমীয়া বাহিৰাগতৰ কূটকৌশলত অসমীয়া জাতিয়ে পৰপদানত হৈ নিজস্বতা হেৰুৱাৰ চানেকিও আন এচাম কবিতাত প্ৰকাশ পাইছে। এইচাম কবিতাত ৰাজদণ্ডৰ বিৰুদ্ধে নিৰ্ভীকভাৱে থিয় দি ফেৰ পতাৰ প্ৰবৃত্তি দেখা নাযায়। কবিয়ে বিচাৰিছে অনা-অসমীয়াৰ শোষণ নিষ্পেষণৰপৰা অসমীয়াক মুক্ত কৰিবলৈ—

"উঠা উঠাহেৰে ভাই অসমীয়া
পোহৰে পূৰত ভাগ্যৰ বেলি
কেনে বঙ্গ মনে অন্য জাতি গণে
সাধিছে উন্নতি চোৰা চকু মেলি।"

কমলাকান্ত ভট্টাচাৰ্য্যৰ উগ্ৰ জাতীয়তাবাদত ফুটি উঠিছিল ভাৰতৰ আন আন জাতিৰ দৰে অসমীয়া জাতিৰো প্ৰাণ সঞ্চাৰ কৰাৰ প্ৰবল হেপাহ। কমলাকান্তৰ প্ৰচেষ্টাই পিচৰ কবি সাহিত্যিকক সজাগ কৰি তুলিছিল। কোনো ৰাজনৈতিক চিন্তাধাৰাই কবিৰ অন্তৰত জাতীয় চৈতন্য জগাই তোলা নাছিল, ই তেওঁৰ অন্তৰৰ অনুভূতি।

লক্ষ্মীনাথ বেজবৰুৱাই জাতীয় ভাবত উদ্বুদ্ধ হৈ আশাবাদী অন্তৰেৰে বিচাৰিছে অসমীয়াৰ প্ৰাণ সঞ্চাৰ কৰিবলৈ। কমলাকান্তৰ দৰে লক্ষ্মীনাথৰ স্বদেশপ্ৰীতিও কোনো ৰাজনৈতিক মতবাদেৰে পৰিপুষ্ট নহয়। অতীত ইতিহাসৰ পাত লুটিয়াই চাই বেজবৰুৱাদেৱে উমান পাইছে 'যশৰাজিৰে গৌৰৱান্বিত' অসমীয়া জাতি নিঃকিন নহয়। জাতীয় গৌৰৱেৰে গৌৰৱান্বিত হৈ কবিয়ে বিচাৰিছে স্বদেশপ্ৰীতি জগাই তুলিবলৈ—

"আমি অসমীয়া নহওঁ দুখীয়া, কিহৰ দুখীয়া হম ?
সকলো আছিল, সকলো আছে, শুগুণো নলওঁ গম।
... .....      .........      .. .. ...
বাজক ডবা, বাজক শঙ্খ, বাজক মৃদং খোল।
অসম আকৌ উন্নতি পথত জয় আই অসম' বোল।"

'বীণ-বৰাগী' কবিতাত কবিয়ে বিচাৰিছে অতীত গৌৰৱৰ কাহিনী শুনিবলৈ। শোকৰ ৰিনিনি আৰু নৈৰাশ্যৰ কাহিনীৰে মাতৃভক্ত বেজবৰুৱাই কোমল অন্তৰ কৰুণ কৰি তুলিবলৈ হাবিয়াস নকৰে—

"এখনি হৃদয়
একেবি সমল
কতনো সহিম খুন্দা"

কবিয়ে বিচাৰিছে—

"শুনাঐ বৰাগী আনন্দ কাহিনী
অসমৰ যশ বাখানি।
হিয়া মোৰ হেৰা বলবন্ত হ'ক
পৰাণ উঠক উলাসি।"

'Old order changeth yeilding place to new'—পুৰণিক আঁতৰাই পাতিছে জগতে নতুনৰ নব আয়োজন; বেজবৰুৱাই বিচাৰে পুৰণি পৃথিৱীৰ বুকুত নতুনৰ জয়গান শুনিবলৈ।

"নতুন প্ৰাণৰ ন চকু জুৰি
দীপিতি ঢালি যে ভাত
পুৰণি পৃথিৱী নকৈ চাই লওঁ
হে বীণ এবাৰি মাত।"

দেৱৰকৰাৰ 'অ' মোৰ আপোনাৰ দেশ' অসমত জাতীয় সঙ্গীতৰূপে গ্ৰহণ কৰিছে। 'God save the King' গীতৰ আৰ্হিত ৰচিত কবিতাটিত প্ৰকাশ পাইছে কবিৰ স্বদেশ-প্ৰীতিৰ পৰিচয়। সুজলা সুফলা চিৰচেনেহী অসমীৰ সুৰম্য সুৰীয়া মাতৰাৰিয়ে হয়তো কবিৰ প্ৰবয়ৰা জীৱনটোত বাৰ্কৈয়ে প্ৰভাৱ পেলাব পাৰিছিল।

চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাৰ উৎস মানবপ্ৰীতি। উগ্ৰ জাতীয়তাবাদ আৰু স্বদেশ-প্ৰীতি চন্দ্ৰকুমাৰৰ লিখনিৰ একমাত্ৰ বৈশিষ্ট্য নহয় যদিও বিচাৰিছে মুকলি মনৰ মানৱী মূৰ্তিৰ অকলঙ্ক মাধুৰীমা—

"মোৰেই মুখেদি মানৱ প্ৰাণৰ
ফুটক আকুল মাত
মোৰ চিন্তাতেই গূঢ় ৰহস্যৰ
সত্য হক প্ৰতিষ্ঠাত।" ( চন্দ্ৰকুমাৰ )

হেমচন্দ্ৰ গোস্বামী আৰু ৰাধানাথ ফুকনৰ গীতি কবিতাৰাজিত স্বদেশপ্ৰীতিৰ চানেকি দেখা যায়।' আত্মগ্লানিৰে অতীতৰ কথা সোঁৱৰাই দি কবিয়ে বিচাৰিছে জাতীয় ভাব সঞ্চাৰ কৰিবলৈ।

"কিয়নো পাহৰা অসমীয়া হেৰা
চিৰকাল তুমি আছিলা স্বাধীন
ভাৰতৰ মাজে তোমাৰ জননী
বীৰ প্ৰসবিনী আছিলে এদিন।"

( ৰাধানাথ ফুকন )

আনন্দচন্দ্ৰ আগৰৱালাৰ 'শুননি আমাৰ গাওঁখনি অতি শুৱনি গছেৰে ভৰা" স্বদেশপ্ৰীতিৰ পৰিচায়ক। কানিখোলাত ৰাতি দাত হাল বাই দিন দুপৰলৈ শোৱা অসমীয়া জাতিক কবিয়ে মৃদু ভৎসনাৰে সজাগ কৰিবলৈ বিচাৰিছে।

"উঠা অসমীয়া চোৱা চকুমেলি
পোহৰে পূৰত ভাগ্যৰ বেলি
অতীত গৌৰব সুঁৱৰি ভাই… …"

ইয়াৰ পিচৰ চাম কবিৰ কবিতাত দেশাত্মবোধৰ অন্তৰালত দেখা যায় ৰাজনৈতিক সচেতনতা। ৰাজনৈতিক সচেতনতাই এই চাম কবিৰ অন্তৰত তীব্ৰ জাতীয় চেতনা জগাই তুলিছিল। এই চাম কবিৰ দলতেই আছিল স্বাধীনতা যুঁজৰ নিৰ্ভীক যুঁজাৰু। বহুজনে কাৰাগাৰৰ চাৰিবেৰৰ মাজতো কলাঘুমুটিয়াই কাল কটাব লগা হৈছিল। জেল জৰিমনা ভোগ কৰা ৰাজনৈতিক কৰ্মীৰ তীব্ৰ জীৱনবোধ বহুতৰে কবিতাত প্ৰকাশ পাইছিল। আনহাতে জোনাকী যুগৰ কবি আৰু বাঁহী-আৱাহন যুগৰ কবিৰ মাজত কিছু পাৰ্থক্য দেখা যায়। জোনাকী যুগৰ কবিৰ দেশাত্মবোধৰ অন্তৰালত ৰাজদণ্ডৰ বিৰুদ্ধে ৰণংদেহি মনোভাব ফুটি উঠা নাছিল। কিন্তু পিচৰ চাম কবিৰ লিখনিত সংগ্ৰামশীল মনোভাবৰ স্পষ্ট ধ্বনি শুনা যায়।

এই ৰাজনৈতিক সচেতনতা আৰু সংগ্ৰামশীল মনোভাৱ পৰিস্ফুট হৈ উঠা দেখা গৈছে কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ কবিতা আৰু গীতিকাত। বৰদলৈ এজন আশাশুধীয়া দেশকৰ্মী। বৰদলৈয়ে আক্ষেপ কৰিছে দেশৰ জনগণৰ অৱনতি দেখি—

শ্যাম বৰণীয়া অসম আই ধুনীয়া।
ভাৰতৰ সুমলী জী,
বীৰ সন্তানকে কোলাত তুলি লৈ,
আজি তোৰ বিলাই কি?"

কবিয়ে অকল শোকৰ শিনিনি গাই আৰু অসমীয়াৰ স্বদেশপ্ৰীতিৰ অভাৱকে গুণি-গাঁথি হাত সাবটি বহি থকা নাই। মানুহৰ দেশাত্মবোধৰ অভাৱে উথাউল কৰি তুলিলেও নৈৰাশ্যৰ কুহেলিকাত কবি মৰহি পৰা নাই। অন্তৰত এবুকু সাহস লৈ আগবাঢ়ি আহিছে দেশৰ জন-সাধাৰণক সজাগ কৰিবলৈ। অসম তথা ভাৰতৰ দাসত্বৰ অৱসান আৰু স্বাধীনতাৰ অম্লান জেউতিৰে দেশমাতৃকাৰ গৌৰৱ ঘোষণা, ৰাজনৈতিক কৰ্মী বৰদলৈৰ লিখনিৰ চৰম লক্ষ্য। তাৰ বাবে বীৰ-বীৰাঙ্গণা, ডেকা-গাভৰুক সাৰৰ আহ্বান জনাই প্ৰচাৰিছে একোফাঁকি মন্ত্ৰপূত বাণী।

"আমাৰ বিষম পণ
পূৰ্ণ স্বাধীনতা লভিম লভিম
আগত হৈ মৰণ।"

নৱগোষ্ঠীৰ ৰাজনৈতিক কৰ্মী দেশভক্ত তৰুণ ৰাম ফুকনৰ দুই এটি

কবিতাতো দেখা গৈছে স্বদেশপ্ৰীতিৰ ক্ষণিক আভাস। গতানুগতিক ৰীতিৰে পুৰণি ইতিহাসৰ কথা সুঁৱৰি বিচাৰিছে দেশবাসীক সজাগ কৰিবলৈ।

পদ্মনাথ গোহাঞিবৰুৱাৰ কবিতাত ৰাজনৈতিক সচেতনতা দেখা নাযায়। কিন্তু জাতীয় ভাবেৰে কবিয়ে দেশোদ্ধাৰৰ মহান মন্ত্ৰ উচ্চাৰিবলৈ পাহৰা নাই। কবিয়ে বিচাৰিছে নৱচেতনা সঞ্চাৰিবলৈ,

"চেতনা উদিছে তোৰা বল বুদ্ধি সাহ লোৱা
দেশৰ দুৰ্গতি
আজি সমস্যাৰ দিনে দূৰ কৰা প্ৰতিজ্ঞাৰে
স্থিৰ কৰা মতি।"

ৰাজনৈতিক দেশকৰ্মীৰ তীব্ৰ বেদনাবোধ প্ৰকাশ পাইছে অম্বিকাগিৰী ৰায়চৌধুৰীৰ কবিতাত। ৰায়চৌধুৰী অকল এজন সমাজ সচেতন কবিয়ে নহয় 'তুমি'ৰ লেখীয়া ওখ থাপৰ আধ্যাত্মিক ভাবেৰে ভৰপূৰ কাব্য ৰচনা কৰি কাব্য আকাশত এখনি আত্মীয়া আসন লব পাৰিছে। 'তুমি' অসমীয়া তথা ভাৰতীয় সাহিত্যতে এখনি ওখ থাপৰ কাব্য। ৰাজনৈতিক সচেতনতাই আনহাতে অম্বিকাগিৰীক মহৎ সাহিত্য সৃষ্টিৰপৰা আঁতৰাই আনিলে। কাৰাগাৰৰ নিৰ্জন কক্ষত কলা ঘুমটিয়াই থকা ৰায়চৌধুৰীক সেয়েহে অসমৰ নষ্ট লৰা বুলি ( Spoil child of Assam ) ডঃ বাণীকান্ত কাকতিয়ে কৈছিল।

জাতীয় চৈতন্যই ৰায়চৌধুৰীক উৰাউল কৰি তুলিলে আৰু অন্তৰৰ তীব্ৰ আক্ষেপ কবিতা ৰূপেৰে ৰূপায়িত কৰিলে। জাতীয় যুঁজত সমবেত হোৱা জনসাধাৰণৰ কণ্ঠ কবিৰ গীতেৰে মুখনিত কৰি তুলিলে—

"আজি বন্দো কি ছন্দেৰে সমাগত বিৰাট
নৰ ন ৰায়ণ ৰূপ
পঙ্কিল পৰাধীন কুণ্ঠিত চিত্ত মন
নাই ফুল চন্দন ধূপ।"

এয়া ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছৰ উদ্বোধনী গীত। পোৱা নোপোৱাৰ হিচাপ নকৰি ৰায়চৌধুৰীয়ে বিচাৰে জাতীয় চেতনা সঞ্চাৰ কৰিবলৈ। অতীত কীৰ্ত্তিৰে গৌৰবান্বিত অসমীয়া জাতি নিজৰ ঘৰতে আলহী হব নোৱাৰে, পূৰ্ণ মানৱতা সঞ্চাৰ হব লাগিব, জীৱন মৃত্যুৰ পণ কৰি আগুৱাই যাব লাগিব।

পৰিপূৰ্ণতাৰ অভাৱত অসমীয়া সাহিত্য তথা জাতীয়ত্বত কোনো অসীম ব্যাপি থকা পৰিপূৰ্ণতাৰ কল্পনা নেদেখি আৰু গঠনমূলক চিন্তাধাৰাৰ অভাৱে কবিক বেচি অভিভূত কৰি তুলিছিল। সেয়েহে মাজে মাজে মৃদু ভৰ্ৎসনা

কবি হলেও কবিয়ে বিচাৰিছে অসমীয়া জাতীয় চৈতন্যক জীপ দিবলৈ। স্বাধীনতাৰ পৰৱৰ্তী লিখনিৰ মাজতো কবিৰ সেই স্বকীয় বৈশিষ্ট্য ফুটি উঠা দেখা যায়।

"তই স্থাপন কৰ স্থাপন কৰ
তোৰ ভাবৰ বাহন, জ্ঞানৰ বাহন,
ধৰ্মাৰ্থ কাম মোক্ষ বাহন
মাতৃ ভাষাৰ সোণৰ আসন
স্থাপন কৰ স্থাপন কৰ।"

বিষয়বস্তুৰ ফালৰপৰা ৰায়চৌধুৰীৰ কবিতা বেচি কাৰ্যকৰী। ৰায়চৌধুৰী অকল কথাৰ মহলা মাৰি বক্তৃতাৰ ফুলজাৰি ছটিওৱা বিধৰ কবি নহয়। তেওঁৰ কবিতাবাজিয়ে গঠনমূলক চিন্তাধাৰা আৰু কৰ্মপদ্ধতিৰ প্ৰকৃত পথ নিৰূপণ কৰিবলৈ সক্ষম হব পাৰিছে। অকল তীব্ৰ ভৰ্ৎসনাতে ৰায়চৌধুৰীৰ ক্ষান্ত থকা নাই, অসমীয়াৰ অধঃপতনৰ প্ৰতি লক্ষ্য ৰাখি চকুত আঙুলি দি বুজাই দিয়া প্ৰচেষ্টা প্ৰশংসনীয়েই নহয় অনুকৰণীয়ও। বিশেষকৈ স্বাধীনতাৰ পূৰ্ববৰ্তী কালছোৱাত এই চাম কবিতা সময়োপযোগী আছিল। আনহাতে নিৰাশাৰ বেদনা বুকুত বান্ধি ভটীয়নি সোঁতত নাও এৰি দিয়া কবিৰ স্বভাৱ নহয়—যিহেতু 'নাইৰ মাজত তোলে আছেৰ পাতনি, কবিৰ জন্মগত স্বভাৱ।

পূজাৰীৰ বেশেৰে মাতৃপূজা মন্দিৰত প্ৰবেশ কৰি পদ্মধৰ চলিহাদেৱে কেউপিনে দেখিছে অসমৰ যশৰাশি। দেশমাতৃকাৰ প্ৰতি ধূলিকণাই কবিৰ অন্তৰত জ্যোতিকণা ৰূপে আলোকপাত কৰিছে। ভেদাভেদৰ প্ৰাচীৰৰ সলনি সেয়েহে কবিয়ে দেখা পাইছে মহামিলনৰ এনাজৰী এধাৰি।

"যদিও নিজান তোমাৰ আকাশ জিলিকে ইয়া'তা তৰা
জিলিকে কতনো মহাকবি সতী
ধৰ্ম-কৰ্ম বীৰ সেনাপতি
উজ্জলাই তব মুখৰ কান্তি উজ্জলালে বসুন্ধৰা॥"

(চলিহা)

জনমৰ আদিম পুৱাৰেপৰা প্ৰথম চকু মেলি দেখা জননী জন্মভূমিৰ শোভাই নলিনীবালা দেৱীৰ অন্তৰত গভীৰ ৰেখাপাত কৰিছে। সেয়েহে কবিয়ে সুখ-দুখে বিচাৰিছে জন্মভূমিৰ বায়ু-পানীৰ লগত মিলিত হৈ থাকিবলৈ—

মৰিলে পুনৰ আহি দুখীয়া দেশতে মোৰ
লওঁ যেন পুনৰ জনম॥"

বিফলতা লৈ ছুচকুৰ নীৰ নিগৰাই জীৱনৰ গীত ৰচনা কৰিলেও সুন্দৰৰ প্ৰতীক জীৱশ্ৰেষ্ঠ মানৱৰ পূৰ্ণ মানৱতাৰ কথা কবিয়ে চিন্তা কৰিছে। মানৱ-জীৱন অসাৰ নহয়, যোগ্যভাৱে থিয় হব পাৰিলে মানৱ-জীৱনৰ সাৰ্থকতা আছি পৰিব। মানুহৰ মাজত ভেদাভেদৰ প্ৰাচীৰ অৰ্থহীন।

"ব্ৰাহ্মণ চণ্ডাল সকলোৰে চোৱা
একটি চেতনা একেটি প্ৰাণ
সাম্য মৈত্ৰী মানুহ ধৰম
বিশ্বপিতাৰ মহান দান।" (নলিনী দেৱী)

মানৱ সমাজত সাম্য-মৈত্ৰী স্বাধীনতাৰ চিন্তাই মহামানৱ মহাত্মাৰ অন্তৰতো অলেখ ভাৱৰ ধলকনি তুলিছে। পুৰণি শাস্ত্ৰৰ পাত লুটিয়াই মানুহৰ সমঅধিকাৰৰ কথা চিন্তা কৰিছে—

মৰ্মহীন যত অলীকতা এৰি
ধৰা অভিনৱ পথ
নতুঠা ফকিৰে ত্যাগ তপেৰে
শিকালে অমৰ ব্ৰত।"

অতীন্দ্ৰিয়বাদী কবি হলেও আধ্যাত্মিক ভাবেৰে ভৰপূৰ অন্তৰথনিৰে শুদ্ধভাৱে অসমৰ যশৰাশি সুঁৱৰি কবিয়ে অসম তথা ভাৰতৰ প্ৰতি অণুপৰমাণুতে সন্ধান পাইছে জাতীয় ভাৱৰ চানেকি, সেই চানেকি অতি পবিত্ৰ আৰু নিৰ্মল। আনহাতে মুক্তি যুজৰ যুঁজাৰু সকলৰ গুণ-গৰিমা আৰু কাৰ্যাৱলীৰ কথাও আলোচনা কৰিছে। অহিংসা মন্ত্ৰেৰ-দীক্ষিত নলিনীবালাই এই গৌৰৱণীৰে বিচাৰিছে অসমীয়া জাতিৰ নিৰ্ভীক সহাৰি। কবিৰ জাতীয়তাবাদ বিদ্ৰোহী নাইবা বিপ্লৱী বেশৰ নহয়—মাথোন মহাত্মাৰ ত্যাগৰ মন্ত্ৰেৰে বিচাৰিছে সাধনাৰ পাঞ্চজন্য বজাবলৈ—

'সৰ্বজাতি সৰ্বধৰ্ম মহা মিলনৰ
মন্দিৰ স্থাপিত হব।
ভাৰতৰ নৱ তীৰ্থ দ্বাপৰৰ যমুনা তীৰত
জলিব তোমাৰ জ্যোতিশিখা ভাৰতৰ প্ৰাণ মন্দিৰত
তুমি ভগীৰথ। পাপদগ্ধ পৃথিবীলৈ
ভাগীৰথী আনিলা নমাই
ভাৰত প্লাবিত কৰি মানৱৰ মন্দাকিনী

বই গ'ল হিংসা জুই নুমাই চৌৱাই
মুক্ত যোগাসন পাতি আকাশ তলত
সুন্দৰৰ আৰাধনা শিকালা বিশ্বক।"

কবিৰ কবিতা দেশাত্মবোধৰ পূৰ্ণ প্ৰতীক। কবিয়ে হাবিয়াস কৰিছে ডেকাদলৰ যোগেদি দেশৰ গৌৰৱ ঘূৰাই আনিবলৈ। তৰুণ ডেকাদলৰ ওপৰত কবিৰ গভীৰ আশ্বাস প্ৰকাশ পাইছে—

"ভাৰতীয়ে বিচাৰিছে
শতাব্দীৰ সঞ্চিত পাপৰ
গ্লানিময় দাসত্বৰ শাপৰ মুকুতি
... ... ...
বিচাৰিছে তৰুণৰ
জীৱনৰ শ্ৰেষ্ঠ অৱদান।" (নলিনীবালা দেৱী)

'নিজৰা'ৰ কবি শৈলধৰ ৰাজখোৱাই 'পাষাণ প্ৰতিমা' নামৰ কবিতাত ইতিহাসৰ পাতত ভেজা দি আত্মোৎসৰ্গৰ মধুৰ কাহিনী এটি ৰূপায়িত কৰিছে। বুৰঞ্জীপ্ৰসিদ্ধ হাদিৰাচকীৰ ওচৰৰ ফুলবা চন্দ্ৰলা নামৰ সৰু পাহাৰ দুটিয়ে যেন শাপভ্ৰষ্টা কন্যাৰূপে স্বাধীনতা হেৰুৱাৰ কাহিনী বহন কৰি আছে। কবি কল্পনাই ফুলবা-চন্দ্ৰলাত প্ৰাণ সঞ্চাৰ কৰি শতেক বছৰ দাসত্বৰ শিকলি বহন কৰা অসমীয়া জাতিক জগাই তুলিবলৈ এটি ক্ষীণ প্ৰচেষ্টা কৰিছে।

"সিদিনা পুৱাতে চকুপানী টুকি
উদিলে পূবত ৰাঙলী বেলি
ধৰে তৰোৱাল শিখ অসমীয়া
মোগল পাঠান সকলো মিলি।"

সৌ সিদিনা সহস্ৰ পিশাচ মানৰ বিপক্ষে এমুঠি কামৰূপী সেনাই ফেৰপাতি যুঁজিলে। মৰিও নমৰা বাণ ভগদত্তৰ বংশধৰ সকলে সিদিনা গৃহ-বিবাদৰ ফলতে অলা-কলা হ'ব লগা হ'ল। অতীত গৌৰৱৰ কথা সোঁৱৰাই দি কবিয়ে পুনৰ উদগাই দিবৰ চেষ্টা কৰিছে—

"উঠাহে ফুলবা উঠাহে চন্দ্ৰলা
উঠা দেৱবালা স্বৰূপ ধৰি।
পূৰ্ণ হ'ল আজি শতেক বছৰ
আৰু কতকাল থাকিবা পৰি।"

কবিৰ এই আহ্বান আন আন জাতীয়তাবাদী কবিৰ দৰে মুক্ত আৰু স্পষ্ট নহয়। চৰকাৰী চাকৰিৰ দায়িত্ব হয়তো তেওঁৰ সমুখত বাধাৰ প্ৰাচীৰ ৰূপে থিয় দিছিল।

বলিষ্ঠ মনৰ মুক্ত আৰু নিৰ্ভীক কণ্ঠস্বৰ শুনা গৈছে ডিম্বেশ্বৰ নেওগৰ কবিতাৰ মাজত। বিশেষকৈ 'অসমী'ৰ কবিতাবাজিৰ মাজত কবিৰ বন্দী আত্মাৰ চিৰন্তন হা-হুমুনিয়া ফুটি উঠিছে। কবিৰ স্বদেশ-প্ৰেমৰ অন্তৰালত দেখা গৈছে বৰ্ণ-বিভেদ, ধৰ্ম-বিভেদৰ প্ৰাচীৰ ভঙা উদাৰ মানৱতাবোধ। ইয়াতে কবিৰ বিশ্বপ্ৰেমৰ পৰিচয় প্ৰকাশ পাইছে।

'বুৰঞ্জী লেখক' কবিতাত আকৌ নতুন কৌশলেৰে জাগৰিত কৰিবলৈ চেষ্টা কৰিছে। ইতিহাসৰ পাত লিৰিক বিদাৰি দেখিছে অতীত কীৰ্তিৰ পুঞ্জীভূত কাহিনী—ই কবিক পুলকিত কৰিছে। আনহাতে ঘৰ বিভীষণ বদনৰ কথাই নিৰানন্দ কৰি তুলিছে। এই যোগ-বিয়োগৰ মাজতে শেষত আশাৰ সুৰ টানি নিজকে প্ৰবোধ দিব পাৰিছে।

"এক শতাব্দীৰ এলাহৰ পৰা
উঠিছে অসম দাণ্ডিছে মুৰ,
বিশ্বৰ বীণাত শুনা কি বাজিছে—
নৱ জীৱনৰ নবীন সুৰ।
দাসত্ব মলিন নাছিল অসম,
আজিও নহয় দাসত্ব অন্ধ,
লুইতৰ দৰে স্বাধীনতা সোঁত
বয় সিৰে সিৰে অপ্ৰতিবন্ধ।"

মাজে মাজে দুই এটি আখ্যানৰ গাত ভেজা দি জাতীয় ভাবত উদ্বুদ্ধ কৰাৰ প্ৰচেষ্টা এটা দেখা গৈছে। অভিশাপৰ বোজা বৈ পৰি থকা উৰ্বশীয়ে এদিন শাপমুক্ত হৈ দাসত্বৰ শিকলি সোলোকোৱাৰ দৰে অসমীও এদিন মুক্ত হ'ব লাগিব, অসমীও এদিন জাগিব. সেই কথাকে কবিয়ে ৰূপকৰ মাজেদি কৈছে।

ডিম্বেশ্বৰ নেওগৰ দেশাত্মবোধৰ অন্তৰালত বুদ্ধিসত্তাৰ পৰিচয় ফুটি উঠিছে। নেওগে বিচাৰিছে সিৰে সিৰে স্বদেশপ্ৰীতিৰ ভাব জাগৰিত কৰিবলৈ। কবিৰ কবিতা সস্তীয়া শ্লোগানধৰ্মী নহয়। নেওগৰ কবিতাত উপলব্ধিৰ ঠাই অধিক।

আমি জানো গণেশ গগৈ এজন প্ৰেমৰ কবি, ৰূপৰ পূজাৰী, সৌন্দৰ্যৰ উপাসক। কোনোবা চিনাকি কণ্ঠৰ 'বিলত ভিবেৰিবাই' গানৰ ধ্বনিয়ে কবিক

উত্তলা কৰেছি, সেয়েহে কবিৰ চকুৱে বিচাৰে অপৰূপ ৰূপৰেখা, পৰাণে বিচাৰে জীৱনৰ মোহ আৰু বুকুৱে আপোন সুৰে বিচাৰি বিচাৰি ফুৰে যৌৱনা চেনেহৰ কুমলীয়া কোঁহ। কিন্তু ইয়াতে গগৈৰ প্ৰকৃত পৰিচয় বুলি ভাবিলে ভুল কৰা হ'ব। দৰদী কবিৰ অন্তৰালতো শুনা গৈছিল দেশ-মাতৃকাৰ প্ৰতি আকুল আহ্বান। কবিয়ে অকল কলঙৰ নিজান পাৰত লখিমীৰ পূজা আয়োজন কৰিয়ে ব্যস্ত থকা নাছিল. কলঙৰ ইপাৰে সিপাৰে চকুমেলি চাই ত্ৰয়োদশ শতিকাৰ অসমথনৰ কথা সুঁৱৰি চাইছিল। অতীত ইতিহাসৰ কথা যিমানেই সুঁৱৰি চাইছে, গৌৰৱত কবিৰ বুকু সিমানেই ফুলি উঠিছে। আনন্দাশ্ৰু পেলাই কবিয়ে ভেকাদলক আহ্বান জনাইছে সেই অতীত তেজৰ ধমনীৰে জাগি উঠিবলৈ —"স্বদেশ তাণ্ডৱ মোৰ, নহয় যোৱাই" মন্ত্ৰেৰে দীক্ষিত হবলৈ।

"ক্ষুদ্ৰ স্বাৰ্থ ত্যাগ কৰি ত্যাজি মান অভিমান
প্ৰেম ক্ষমা আগ কৰো প্ৰাপ্য বিচাৰত
জাতিত মানুহ আমি নহওঁ অধীন কাৰো
'দাস' বুলি ভাষা নাই মানৱ ভাষাত।"

চেনেহৰ শেলে বুকু ভেদি ভালপোৱাৰ চলনাৰে তেজ পিব পৰা বুলি কবিতাৰ শেষ মালা গঁথাৰ চিন্তা কৰিলেও কবিৰ কণ্ঠই শ্ৰীমন্ত শঙ্কৰ জয়া, কৰ্মবীৰৰ গুণ-গৰিমাৰ কথা নতুন সুৰেৰে অনুৰণিত কৰিব পাৰিছে। বিফলতাক জীৱনৰ শেষ লগৰীয়া বুলি ভাবি অবিনাশী প্ৰাণৰ বিনাশ নিবিচৰা গগৈয়ে জগতৰ অচা যোৱা ছুটি বাটকো বৰ সহজ ভাৱে লব পাৰিছে। ধৰ্মেশ্বৰী দেৱী বৰুৱাণীৰ কবিতাৰ মাজতো জাতীয় ভাবৰ উমান পোৱা যায়। গণেশ গগৈ আৰু বৰুৱাণী কোনো ৰাজনৈতিক মতবাদেৰে পৰিপুষ্ট নাছিল। বৰুৱাণীৰ পৰাণে মানুহৰ মুক্তিৰ লগতে মাটিৰ বুকুত বিচাৰিছিল পৃথিৱীৰ মানুহৰ বাবে সৰগৰ কৰুণা একেৰি। অসমীৰ বুকুত ওপজা সৎপুৰুষসকলৰ গুণ গৰিমাৰ কথা সুঁৱৰি তৰুণ প্ৰাণত চেতনা সঞ্চাৰ কৰিব বিচাৰিছে। কবিৰ জাতীয়তাবাদো উগ্ৰ নহয়, জাতীয় চৈতন্যৰ অন্তৰালত আৰতি ধ্বনি বাজি আছে।

দেৱকান্ত বৰুৱা অসমীয়া সাহিত্যত এটা বিস্ময়। বৰুৱাৰ কবিতা সংখ্যা সাপেক্ষ নহয়। সৰহভাগ কবিতাত ফুটি উঠিছে কল্পনা-প্ৰৱণতাৰ বিকাশেৰে সুন্দৰৰ সৈতে অদ্ভুতৰ সমন্বয়। ব্যক্তিকেন্দ্ৰিক তৰুণ কবিক কোনোৱা উৰ্বশীৰ অচিনাকি মায়াময়ী চঞ্চল চাৱনিৰে উন্মাদ কৰি অগ্নিবীণাৰ সুৰ সৃষ্টি কৰাৰপৰা আঁতৰাই আনি যোৱাই দিলে যেনৰ ইন্দ্ৰজাল এখনি। আৰু কবিয়ে

বিচাৰিলে মাটিৰ বুকুত জোনাকৰ জেউতিৰে যৌৱনৰ আগমনি অনুভূতিৰ স্বতঃস্ফূৰ্ত প্ৰকাশ। 'লাচিত বৰফুকন' কবিৰ কবিতা শ্ৰেণীৰ ব্যতিক্ৰম। আদৰ্শবাদী লাচিতৰ বীৰত্বৰ কথা ভাবি ভাবি অভিভূত হব পৰা নাই—দেশৰ বাতৰি লাচিতক দিবলৈ অন্তৰ শোকত উঠলি উঠিছে। আজিৰ অসমত আৰু লাচিতৰ বীৰত্বৰ চানেকি অকণো পাবলৈ নাই। দেখিছে কেৱল চাৰিওপিনে অৱনতি—

"শাস্ত্ৰৰ তলি উদি হৈ গ'ল নেলাগিল মাখো খিত
মৰ আউলীত হাল বালে লাগে কেই ধেনু পৰাচিত।
ত্ৰিশ দিন আৰু এঘাৰ দিনৰ গচকত পৰি
দুখুনী অসম জননীৰ দেহি কোঙা হ'ল হাত ভৰি।"

আমাৰ সংস্কৃতি সভ্যতাও তেনেদৰে বিজতৰীয়া হৈ পৰিল। অন্তৰৰ আধ্যাত্মিক ভাব নোহোৱা হ'ল। আনহাতে স্বাৰ্থপৰ দুৰ্বল নেতৃত্বত অস্তিত্ব লোপ হবৰ উপক্ৰম হ'ল। কিন্তু কবিৰ আশাবাদী অন্তৰ ইয়াৰ মাজতো নিৰাশ হৈ পৰা নাই। অন্তৰত আশাৰ হেন্দোলনি জাগি উঠিছে। অতীতৰ ঐতিহ্যই অন্তৰত এক দৃঢ় বিশ্বাস আনি দিছে। ডেকা তেজৰ ধমনীৰে নিশ্চয় আজিও কেৰ পাতি থিয় দিব পৰা ক্ষমতা অসমীয়া ডেকাৰ আছে—তাৰ বাবে লাগিব লাচিতৰ দৰে আদৰ্শ বীৰৰ প্ৰাণ উতলাব পৰা ৰণভেৰীৰ আহ্বান—

"দেশৰ কাৰণে আজিও বিনায় হেজাৰ ডেকাৰ হিয়া।
দেশৰ সেনানী। আকৌ মাথোন এবাৰ হুকুম দিয়া
আকউ এবাৰ শুনোৱা তোমাৰ ৰণ-হুঙ্কাৰ বাণী
আকউ এবাৰ ৰঙা কৰি মাৰোঁ লুইতৰ বগা পানী।"

জ্যোতিপ্ৰসাদ আগৰৱালাৰ গীত আৰু কবিতাবাজিত নতুন সুৰৰ ধ্বনি বাজি উঠিছে। কবিৰ 'আজিৰ কবিতা' 'মোৰ কবিতা' আবেগ-মধুৰ ভাবোচ্ছ্বাসৰ কল্পলোকৰ মোহ মদিৰাৰপৰা সমস্যাবহুল বাস্তৱ পৃথিৱীলৈ নামি আহিবলৈ আয়োজন কৰা পদযাত্ৰা। কল্পনাৰ ফুলনিত সোণালী সপোন দেখি কবিয়ে যন্ত্ৰযুগৰ যান্ত্ৰিক সভ্যতাৰ নিষ্পেষণ সহিব নোৱাৰি চিৰসুন্দৰৰ ৰাজ্যখন কলুষ কালিমা আৰু গ্লানিৰে ভৰিপৰা দেখি কঁকালত টঙালি বান্ধি ওলাই আহিছে নতুন পথ ৰচনা কৰাৰ মানসেৰে। জাতিভেদ পাহৰি একতা মন্ত্ৰত দীক্ষিত হৈ পৰপদানতা দেশমাতৃকাৰ অৱনত শিৰ উজলাই তুলিবলৈ বীৰ সন্তানৰ শকতি বিলীন হোৱা হোৱা নাই। 'ভাৰত জননী' ভাবেই স্বতঃস্ফূৰ্ত

প্ৰকাশ। অসমীয়াই পূৰ্বপুৰুষৰ গৌৰৱৰ কথা পাহৰিব নোৱাৰে—আৰু নোৱাৰে কাপুৰুষৰ দৰে দেশমাতৃকাৰ লাঞ্ছনা সহিব। কবিয়ে অতীত কীৰ্তিৰ কথা সোঁৱৰাই দি মাতৃপূজাৰ দুৱাৰ মুকলি কৰিবলৈ অসমীয়া সন্তানক আহ্বান জনাইছে।

'আন্ধাৰত শুই থাকিবি কিয়নো জগত পোহৰ হ'ল।"

'চিৰবিদ্ৰোহী' কবিৰ বিপ্লৱী মনৰ প্ৰতীক। ৰাজনৈতিক কৰ্মী আগৰৱালাৰ বিপ্লৱী চিন্তাধাৰা ইয়াৰ মাজেৰে ফুটি উঠিছে।

"ৰূপান্তৰে মাথো
জাগত ধুনীয়া কৰে
এয়ে মোৰ গায়ত্ৰী মন্ত্ৰ।"

'মোৰ সোণৰ গাওঁ' 'গাওঁ মোৰ মৰমৰ' কবিতাত প্ৰকৃতিৰ শ্যামল সৌন্দৰ্যৰে ভৰপুৰ গাঁৱলীয়া জীৱনৰ গুণ গৰিমা বখানি ডেকাদলক' আহ্বান জনাইছে—

"দেশৰ হকে মৰিব পৰা
আমাৰ গাঁৱৰ ডেকা ল'ৰা
ডেকেৰীও নহয় পিচপৰা
অ' আমাৰ গাওঁ।"

বিশ্ববিজয়ী নব জোৱান' গীতত শক্তিশালী ভাৰতৰ বিপ্লৱী সন্তান সকলক সম্মুখ সমৰত যুজি যুঁজি স্বাধীনতাৰ দুৱাৰ মুকলি কৰিবলৈ আকুল আহ্বান জনাইছে। আগৰৱালাৰ লুইতপাৰ গীতত কল্পনাৰ মোহন আবেশৰ সলনি ধূলি ধুসৰিত বাস্তৱ জগতৰ জয়গান বাজি উঠিছে। দেশৰ বাবে লুইতপৰীয়া ডেকাল'ৰাৰ সম্মুখত মৃত্যুভয় তুচ্ছ—সেই মন্ত্ৰপুত বাণীৰে দীক্ষিত কৰিব পাৰিছে আগৰৱালাদেৱে—

'লুইতৰ পাৰৰে আমি ডেকা ল'ৰা
মৰিবলৈ ভয় নাই।"

বিনন্দ বৰুৱাৰ কবিতাৰাজি অতীত কীৰ্তিৰ একোটি জয়দৌল শিৱদৌল। গড়গাঁও, ৰংপুৰ, বড়ামূৰা বীৰ, আগীয়াঠুটিৰ বীৰ, নজনা বীৰৰ মুৰ-ৰ ছন্দৰ তালে তালে মানুহৰ মনত জাতীয় চৈতন্য সঞ্চাৰ কৰিবলৈ সক্ষম হব পাৰিছে। ৰাজনৈতিক কৰ্মীৰ দৰে শ্লোগান বাজি উঠা নাই যদিও বৰুৱাৰ কবিতাই সহজতে মানুহৰ মন জয় কৰিব পাৰিছে। জন্মভূমিৰ প্ৰতি সহজাত প্ৰণতি কবিৰ কণ্ঠত বাজি উঠিছে।

স্বৰ্গতো অধিক কৰি প্ৰজিলা যেতিয়া
প্ৰভু মোৰ প্ৰিয় জন্মভূমি
জনমে জনমে যেন ইয়াতেই থাকোঁ
তোমাৰ অভয় পদ চুমি।"

বীণক কেন্দ্ৰ কৰি হাঁহি কান্দোনৰ একোফাঁকি গীত গোৱা পুৰণি কৌশল এটা বিনন্দ বৰুৱাৰ কবিতাতো দেখা গৈছে। কবিৰ 'বাজ বীণ'ত কিন্তু যশ-ৰাশিৰেই কীৰ্ত্তন পৰিস্ফুট।

"বাজ বীণ বাজ সুদিন আহিছে
পূবত পোহৰ সৌ।"

উমেশচন্দ্ৰ চৌধাৰীৰ গীতি-কবিতা ভাগতো জাতীয় চৈতন্য মুখৰিত হৈ উঠিছে। মাজে মাজে নিৰলা আৰু অকলশৰীয়া মনোভাৱৰ চানেকি দেখা গ'লেও কবিৰ কণ্ঠই মুক্তি সংগ্ৰামৰ আহ্বান জনাব পাৰিছে। স্বাধীনতা সংগ্ৰামৰ অগ্ৰগতিত আৰু জাতীয় চৈতন্য জগাই তোলা প্ৰচেষ্টাত কবিৰ কণ্ঠস্বৰ সজীৱ আৰু সতেজ।

"আজিও তোৰ বীণাৰ ধ্বনিত দিগ-দিগন্ত উল্লাসিত
তীৰ্থ আই মোৰ, ধিয়ান আই মোৰ
স্বপ্ন আই মোৰ উদ্ভাসিত।"

সেই স্বপ্নময় তীৰ্থপুৰীত হোৱা কবিৰ ধ্যান-ধাৰণাই মাতৃপূজা মন্দিৰৰ সজিয়াৰ আৰতি।

দেশ আৰু সমাজৰ বৈষম্যই প্ৰসন্নলাল চৌধুৰীক উৰাউল কৰি তুলিছিল। সেই গভীৰ উপলব্ধি আৰু অনুভূতিয়েই কবিৰ কবিতাৰ উৎস। বন্দী প্ৰমিথিউচৰ দৰে পৰাধীনতাৰ ফুৰঁলী আঁৰত চৌধুৰীৰ চকুত জলি আছিল বিদ্ৰোহৰ বহ্নি। সেই আক্ৰোশ অকল বিদেশী শাসকৰ বিৰুদ্ধেই নাছিল। সমাজৰ হীন-দেঢ়িবোৰেও কবিক অশান্ত কৰি তুলিছিল। 'শক্তি জাগ' কবিতাৰ মাজেৰে অতীত কীৰ্ত্তিৰ কথা সুঁৱৰি দেশৰ ডেকাদলক সজাগ কৰিবলৈ বিচাৰিছে। বিশ্বৰ জনসভাৰ এখনি আসন অধিকাৰ কৰাৰ লক্ষ্য অসমীয়া ডেকাৰ চকুত থাকিব লাগিব।

"সিন্ধুৰ দৰে গম্ভীৰ হৈ সূৰ্য্যৰ দৰে জলি
বজ্ৰৰ দৰে দুৰ্বাৰ হৈ উঠা আজি মহাবলী
মহাজীৱনৰ লক্ষ্য আমাৰ, বিশ্বভুবন মাজে
ধূৰ্জ্জতি আজি গৰ্জি হিয়াত দুৰ্জয় বীৰ তেজে।"

পুৰণি আবৰ্জনা ধ্বংস কৰি নতুন সৃষ্টিৰ পাতনি মেলা প্ৰচেষ্টা চৌধুৰীৰ লিখনিত দেখা যায়। কবিৰ লিখনিৰ মাজেৰে সংস্কাৰকামী অন্তৰৰ পৰিচয় পোৱা যায়। প্ৰজ্বলিত অগ্নিস্ফুলিঙ্গৰ দৰে তৰুণ তেজৰ বলত বিদ্ৰোহী বেশেৰ নিৰ্যাতিতৰ বুকুৰ বেদনাৰ সন্ধান লৈ ৰক্তলোহিত পতাকা উৰাই মানৱৰ জয়গান গোৱাৰ অভিযান কবিৰ লিখনিৰ বৈশিষ্ট্য। ধূমকেতুৰ দৰে মৰণৰ আৰ্তনাদৰ মাজতো ধ্বংসৰ জয়গান গাই আকৌ হাৰিয়াল কৰিছে সৃষ্টিৰ নৱ নৱ বীজমন্ত্ৰ ছটিয়াবলৈ। পাশ্চাত্য জগতৰ উদাৰ নৈতিকতাৰ প্ৰতিও দৃষ্টি নিক্ষেপ কৰা দেখা যায়। মানৱতাৰ মূল্যবোধ কৰা আন্তৰিকতা লিখনিৰ উৎস। ৰাজনৈতিক কৰ্মীৰ তীব্ৰ জীৱনবোধ প্ৰসন্নলালৰ কবিতাত প্ৰকাশ পাইছে।

কুৰি শতিকাৰ চতুৰ্থ দশকৰ আগছোৱাত তৰুণ কবি অমূল্য বৰুৱাৰ কবিতাত জাতীয় চৈতন্যৰ অন্তৰালত ফুটি উঠিছিল চলিত সমাজ ব্যৱস্থাৰ প্ৰতি সংগ্ৰামশীল মনোভাব। শোষণ, নৈতিকতাৰ অৱনতিৰ প্ৰতি তীব্ৰ আক্ষেপ-প্ৰকাশ পাইছে বৰুৱাৰ 'বেশ্যা', বিপ্লৱী,' 'কুকুৰ', 'আজি আমাৰ বিহু' আদি কবিতাৰ ভিতৰেদি। কবিয়ে নেদেখা সৰগৰ নন্দন কাননত মৃত্যুঞ্জয়ী অমৃতৰ গোপন ভাণ্ডাৰৰ কল্পনা কৰা নাই।

"মোক লাগে এই গীতৰ সুৰে সুৰে
নাচোনৰ ছেৱে ছেৱে
এক হৈ যোৱা বিশ্ব জনতাৰ প্ৰাণৰ বান্ধনলৈ
জীয়া জীৱনৰ হাঁহি উলাহৰ বাস্তৱ আলিঙ্গনে
পৃথিৱীৰ অনৈক্যৰ বিৰুদ্ধে
বিংশ শতাব্দীৰ মানুহৰ
বিপুল ঐক্যৰ অৰ্থপূৰ্ণ সংগ্ৰাম "

আঙ্গিকৰ ফালৰপৰা বিচাৰ কৰিবলৈ গলে অমূল্য বৰুৱাৰ কবিতাবাজি ওখ থাপৰ হোৱা নাই যদিও তাৰ মাজতে নিহিত হৈ আছে তৰুণ কবিৰ চেতনাৰ আৰু প্ৰতিভাৰ নিৰ্জন শাক্তৰৰ জীয়া কঁপনি এটি।

জোনাকী যুগৰ আগছোৱাৰপৰা জয়ন্তী যুগৰ শেষলৈকে অসমীয়া কবিসকলে এনেদৰে দেশাত্মবোধৰ পৰিচয় দি আহিছে। স্বাধীনতাৰ পূৰ্বৱৰ্তী কালছোৱাত বিশেষকৈ কংগ্ৰেছৰ আন্দোলনৰ সময়ত, এই কবিতাবাজিয়ে মানুহৰ মনত জাতীয় চৈতন্য জগাই তুলিছিল। দণ্ডিনাথ কলিতা আৰু

চন্দ্ৰধৰ বৰুৱাৰ ব্যঙ্গ কবিতা বাজিত সমাজৰ প্ৰতি তীব্ৰ কটুক্তি প্ৰকাশ পাইছিল। ইয়ে সংস্কাৰৰ পথত ইন্ধন যোগাইছিল। আমাৰ অন্ধ নৈতিকতাই যে সমাজ তথা দেশৰ কি অবনতি আনিছে সেই কথা দণ্ডিনাথ কলিতাৰ ব্যঙ্গ কবিতা সমূহত পোৱা যায়।

১৯৬২ খৃঃৰ চীনা আক্ৰমণৰ পটভূমিত ভালেমান দেশপ্ৰেমমূলক গীত ৰচনা কৰিছিল। গীতৰাজিৰ মাধ্যমেৰে জনগণৰ অন্তৰত স্বদেশ প্ৰেমৰ ভাব জগাই তোলাটোৱেই যাই উদ্দেশ্য।

# ৮ গীতি-সাহিত্য

অসমৰ সামাজিক জীৱন, জাতীয় জীৱন আৰু সাহিত্যত গীতি-সাহিত্যই এখনি বহল ঠাই অধিকাৰ কৰি আছে। যেতিয়া মানুহৰ আখৰবোধ নাছিল তেতিয়াৰেপৰা গীতি-সাহিত্যই মানুহৰ অন্তৰ জয় কৰি আহিছে, অনাখৰী জীৱনত গীতি-সাহিত্যৰ প্ৰচলনেই আছিল সৰহ। সমাজ আৰু জাতীয় জীৱনৰ স্তৰে স্তৰে থলুৱা গীত-মাতৰ বিভিন্ন সুৰ সিঁচৰতি হৈ আছে। বিয়া সবাহত প্ৰতি খোজে খোজে আয়তীসকলৰ কণ্ঠত বাজি উঠে নানা তৰহৰ গীত-মাত। পুৱাৰ ফেঁহুজালিৰ পুৱতি কুকুৰাৰ ডাকৰেপৰা ৰাতি দুপৰ নিশালৈকে সময়ৰ সতে মিলাকৈ অজ্ঞাতনামা কবিসকলে ৰচনা কৰি গৈছে গীত মাতৰ এখনি ফুলাম থনীয়া।

অসমৰ গীত-মাত আজিৰ যুগৰেই সৃষ্টি নহয়। পুৰাণ ভাগৱত, তন্ত্ৰ-মন্ত্ৰৰ পুথিৰ পাত মেলিলেই সন্ধান পাওঁ নৃত্য-পটিয়সী চিত্ৰলেখাৰ বাই-ভনী সকলৰ নূপুৰৰ কণু-জুনু সুৰ। বুৰঞ্জীয়ে চুকি পোৱা কালছোৱাতো ওজাপালী, খিয়নাম, আইনামৰ বুকুত লুকাই আছে অজ্ঞাতনামা কবিসকলৰ বুহুৰ সুৰ।

অসমৰ গীত-মাতত প্ৰাণ প্ৰতিষ্ঠা কৰিলে পোন্ধৰ শতিকাত শ্ৰীমন্ত শঙ্কৰ-মাধৱে। শঙ্কৰ-মাধৱৰ বৰগীত অসমৰেই নহয় পৃথিৱীৰ গীতি-সাহিত্যৰ বুৰঞ্জীত এটি উজ্জ্বল স্বাক্ষৰ। বৰগীতৰ ৰাগ-ৰাগিণী আৰু সুৰৰ মাজত মহাপুৰুষ দুগৰাকীৰ সৃষ্টিশীল মনীষাৰ নিদৰ্শন প্ৰকাশ পাইছে। আজি পাঁচ-শ বছৰে অসমৰ বুকুৰেদি বহুতো ধুমুহা আৰু বিজতৰীয়া সংস্কৃতিৰ বা ব'লেও সংস্কৃতিৰ বুৰঞ্জীত বৰগীত 'স্বে মহিম্নী' ৰূপে উজলি আছে। পিচৰ কালছোৱাত অসমৰ সত্ৰসমূহৰ যোগেৰে অলেখ গীত-মাতৰ সৃষ্টি হ'লেও বিশেষ ভাবে গা কৰি উঠিছিল বুলিব নোৱাৰি। ইংৰাজৰ আমোলৰ আদিছোৱাত অসমীয়া গীত মাতক আলাই-আথানি অনুপেক্ষণীয়। বিজতৰীয়া সংস্কৃতিয়ে অসমীয়া গীত-মাতক নিৰ্বাসন দি ৰবপীৰা পাৰি বহিল। অসমীয়া লিখকে বঙলুৱা আৰ্হিত নাটক ৰচনা কৰাৰ লগে লগে সেই আৰ্হিতে গীত মাতো ৰচনা কৰিবলৈ ধৰিলে।

বঙলা গীতৰ প্ৰভাৱ কমাবলৈ আধুনিক ধৰণেৰে গীত ৰচনা কৰি সত্যনাথ বৰাই 'গীতাৱলী' নামৰ এখন পুথি ৰচনা কৰিছিল।

এই গীতবোৰৰ সৰহ ভাগেই প্ৰণয়াত্মক যদিও তাৰ মাজেৰে প্ৰকাশ পাইছে জাতীয় চৰিত্ৰৰ পৰিচয়। অসমীয়া গীতৰ জনপ্ৰিয়তা বঢ়াবলৈ "কামৰূপী গীত" নাম দি আন এখন খুহুটীয়া ধৰণৰ পুথি ৰচনা কৰিছিল।

'মজাচে পেটুৱা পেট ভৰি খা
আলু ভজা খাব মজা পকা খৰিচা'
'শুনচা না আপীপিলা খাজনা বঢ়াইচি
দিবা নল্লি নিবোক ধৰি প্যাদা লগেইদি।'

হায়ৰে মোৰ কপাল খান
বল্লা ভাতনো কিমান খাম।'

ইত্যাদি ৰবা ভাঙৰীয়াৰ জনপ্ৰিয় গীত। সত্যনাথ বৰাৰ 'গীতাৱলী'খনেই প্ৰথম অসমীয়া আধুনিক গীতৰ পুথি।

উনৈশ শতিকাৰ শেষছোৱাত অসমীয়া গীত-মাতে নতুন চেতনা পালে স্বৰ্গীয় লক্ষ্মীৰাম বৰুৱাৰ হাতত। 'সঙ্গীত-কোষ' আৰু 'সঙ্গীত-সাধনা' নামৰ গীতৰ পুথি ৰচনা কৰি অসমীয়া গীত মাত জন-সমাজত সমাদৃত কৰিবলৈ তেওঁ উঠি পৰি লাগিছিল। তেওঁৰ উদ্গনিতে ৰাধানাথ ফুকনে লিখা "কিয়নো পাহৰা অসমীয়া হেৰা, চিৰকাল তুমি আছিলা স্বাধীন"—গীতটি জনপ্ৰিয় হৈ পৰিছিল।

কুৰি শতিকাৰ আগছোৱাৰেপৰা অসমীয়া গীত-মাতৰ জনপ্ৰিয়তা বাঢি আহিবলৈ ধৰিলে। ৰাজনৈতিক নিৰ্যাতনত কাৰাগাৰত কলাধুমুটিয়াই থাকিও নবীনচন্দ্ৰ বৰদলৈ আৰু অম্বিকাগিৰী ৰায়চৌধুৰীয়ে গীত মাতৰ বৰ শৰাইত একোপাহি ফুল ছটিয়াবলৈ নাপাহৰিলে। নবীনচন্দ্ৰ বৰদলৈৰ 'শ্যাম বৰণীয়া অসম আই ধুনীয়া ভাৰতৰ সুমলী জী, বীৰ সন্তানকে কোলাত তুলিলৈ, আজি তোৰ বিলাই কি', আৰু অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'আজি বন্দো কি ছন্দেৰে সমাগত বিৰাট নৰনাৰায়ণ ৰূপ'—গীতৰ মাজেৰে জনপ্ৰিয়তা অৰ্জন কৰিছিল। লক্ষ্মীনাথ বেজবৰুৱাৰ 'আমি অসমীয়া, নহওঁ দুখীয়া কিহৰ দুখীয়া হ'ম' গীতৰ মাজেৰে অতীত অসমৰ গুণ-গৰিমাৰ কথা সুঁৱৰি চোৱাৰ ওপৰিও 'অ' মোৰ আপোনাৰ দেশ' জাতীয় সঙ্গীত ৰূপে স্বীকৃত হ'ল। তেতিয়াৰেপৰা উমেশচন্দ্ৰ চৌধাৰী, কীৰ্তিনাথ শৰ্মা বৰদলৈ, পদ্মধৰ চলিহা

পাৰ্বতিপ্ৰসাদ বৰুৱা, মিত্ৰদেৱ মহন্ত, কমলানন্দ ভট্টাচাৰ্য্য আদিয়ে গীতি-সাহিত্যাত অলেখ ৰবঙলি যোগাই আছিছে।

কীৰ্ত্তিনাথ শৰ্মা বৰদলৈয়ে থলুৱা গীত-মাতক আদৰি আনি সেই সুৰেৰে নতুন গীত-মাত ৰচনা কৰি গীতি-সাহিত্যৰ বুৰঞ্জীত এক নতুন অধ্যায়ৰ সূচনা কৰিলে। দুৰ্গাবৰী ভাটীয়ালী সুৰত ৰচিত 'আই সোণৰ অসম হে, গীতৰ মাজেৰে তেখেতে অধিক জনপ্ৰিয়তা অৰ্জন কৰে।

স্বাধীনোত্তৰ যুগৰ গীত-মাতৰ প্ৰতি চকু ফুৰালে দেখা যায়—অতীত অসমৰ মহিমামণ্ডিত গৌৰৱৰ কথা সোঁৱৰাই দি দেশোদ্ধাৰৰ মহান মন্ত্ৰত দীক্ষিত কৰা প্ৰচেষ্টা এটা। অসমীৰ বুকুত স্বাধীনতাৰ ৰবি উজলাই তুলিবলৈ জনগণৰ প্ৰাণ প্ৰতিষ্ঠা কৰাটোৱেই সেইচাম লিখকৰ মূখ্য উদ্দেশ্য। পাৰ্বতি প্ৰসাদ বৰুৱাৰ ' নোবোলো তোক সোণৰ অসম, মাটিৰ অসম আই" গীতৰ মাজেৰেও তেনে প্ৰচেষ্টা এটা দেখা গৈছে। প্ৰসন্নলাল চৌধুৰীৰ "শিকলি মুকলি হ'ল' আৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ "অ' অসমীয়া ডেকাদল। আজি তোৰ তেজাল বদন মলিন কিয় হ'ল" গীতৰ মাজেৰেও বিয়পাই দিলে দেশোদ্ধাৰৰ মন্ত্ৰ একোফাঁকি! এইচাম লেখকৰ গীত-মাতেই জন-সমাজত সমাদৃত হে ৱাৰ উপৰিও ডেকা চামক অনুপ্ৰাণিত কৰিছিল।

অসমীয়া গীতি সাহিত্য আৰু সংস্কৃতিৰ বুৰঞ্জীত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰবালাৰ বৈপ্লৱিক অৱদান অতুলনীয়। চোঙপীয়া বয়সত কল্পনাৰ মোহন আৱেশত বিভোৰ হৈ থকা জ্যোতিপ্ৰসাদে ডেকা বয়সত ধুলি-ধুসৰিত বাস্তৱ জগতৰ জয়গান গাই গাই জাতীয় জীৱনত এক নব চেতনা সঞ্চাৰ কৰি গ'ল। জ্যোতিপ্ৰসাদৰ যি বিপ্লৱ সি অকল বিদেশী শাসকৰ বিৰুদ্ধেই নহয়, সমাজৰ অন্ধতা আৰু আভিজাত্যৰ বিৰুদ্ধে তেওঁ মূৰ দাঙি থিয় দিছিল। বিহুগীত, বনগীত, আইনাম আদি থলুৱা গীত মাতৰ সুৰেৰে আধুনিক গীত-মাত ৰচনা কৰি তাৰ সতে ইংৰাজী অৰ্কেষ্ট্ৰা আৰু সুৰ সংযোজনা কৰি এখনি সুৰৰ ইন্দ্ৰজাল সৃষ্টি কৰি দিলে। বিয়ানামৰ সুৰেৰে "গছে গছে পাতি দিলে ফুলেৰে শৰাই ( ৰাম ৰাম )" গীতটি অসম সাহিত্য সভাৰ সপ্তদশ অধিবেশনত উদ্বোধনী গীত ৰূপে গাই থলুৱা গীত-মাতক আদৰণি জনালে। "জয়মতী" কথাছবিৰ গীতসমূহো তেনেদৰে বিভিন্ন সুৰেৰে জনসমাজত সমাদৃত কৰিলে। জ্যোতিপ্ৰসাদৰ আপ্ৰাণ চেষ্টাতেই থলুৱা গীতমাতৰ সুৰে আধুনিক সঙ্গীতত প্ৰাণ প্ৰতিষ্ঠা কৰিলে।

"জয়মতী" কথাছবিৰ পিচৰ প্ৰায় দহ বাৰ বছৰ কাল অসমীয়া গীতি-সাহিত্যত নতুন জোৱাৰৰ অভাৱ। এই সময়খিনিত গীতি-সাহিত্যৰ সৃষ্টি হ'লেও জনপ্ৰিয়তা অৰ্জন কৰিব পৰা নাছিল। স্বাধীনতাৰ পিচত চিলং-গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ যোগেৰে অসমীয়া গীতি-সাহিত্যই এক নতুন চেতনা পালে। অসমীয়া গীত-মাতৰ মাধ্যমেৰে যে সঙ্গীতত প্ৰাণ প্ৰতিষ্ঠা কৰিব পাৰি আৰু জনপ্ৰিয়তা অৰ্জন কৰিব পাৰি সেই কথাৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিলে।

জ্যোতিপ্ৰসাদৰ পিচতেই খলুৱা গীত-মাতক সাহসেৰে সমাদৰ জনাব পাৰিছে বিষ্ণুৰাভা আৰু ডঃ ভূপেন হাজৰিকাই। আধুনিক কালছোৱাত গীত-ৰচক, গায়ক আৰু সুৰ-শিল্পী তিনি-শ্ৰেণীক বিভিন্ন ৰূপত দেখা যায়। ডঃ হাজৰিকা এই আটাই-কেইটি গুণৰে অধিকাৰী। হাজৰিকাৰ গীত-সমূহে জনপ্ৰিয়তা অৰ্জন কৰাৰ আন এটা কাৰণ প্ৰকাশভঙ্গী। আজিৰ সমাজৰ শোষণ নিষ্পেষণৰ কথা হাজৰিকাই সুৰ আৰু কথাৰে ৰূপায়িত কৰিব পাৰিছে। 'দোলা হে দোলা,' 'ঝাক ঝাক ৰেল চলে,' 'ভাঙ ভাঙ শিল ভাঙোতা' তাৰেই মূৰ্ত্ত প্ৰতীক। আনহাতে লুইতৰ পাৰ জিলিকাই পিশাচী অন্ধাৰক বাধা দিবলৈ সুন্দৰৰ শিল্পী দলক জনাইছে সাদৰ আহ্বান—

"নামি আহা সুন্দৰৰে সেনা শিল্পী দল
এৰা সপোন ধেমালি।"

সাগৰ সঙ্গমত সাঁতুৰি নাহৰি ফুৰা কৰিব অবিশ্ৰান্ত মনটোৰ ৰুদ্ধ কাৰাৰ দুৱাৰ ভাঙি জ্বলাবলৈ বিচাৰে মহাজীৱনৰ দীপাৱলী। মানুহৰ অন্তৰত মুক্তিৰ বীজ বিয়পাবলৈ ভূপেন হাজৰিকাৰ আছে এবুকু সাহস—

'সময়ৰ সাহেৰে লিখি যাম আজি মই
মানুহৰ মুকুতিৰ 'কথা'।

পানেইৰ পোণাকণ' 'বঙমন মাছলৈ গ'ল 'এটি কলি দুটি পাতা' গল্প-গীতিৰ মাধ্যমেৰে মানুহৰ অন্তৰ জয় কৰিবলৈ কৰা প্ৰচেষ্টা প্ৰশংসনীয় আৰু অনুকৰণীয়। অকণি অকণিৰ আলফুলীয়া অন্তৰ কেইখনি 'বীৰ লাচিত' 'শিশু শঙ্কৰ'ৰ কথাৰে উজলাই তুলিবলৈও শিল্পীয়ে পাহৰা নাই।

পুৰাৰ স্বৰূপৰ নতুন সৃষ্টি তুলি
উজলাই তোলা ধৰণীৰ
তুমি ৰুদ্ৰ মূৰ্তি ধৰি নাশিব লাগিব
অবিচাৰ শোষণকাৰীৰ।

সাগৰ সংগমত সাঁতুৰি নাছৰি ফুৰা মৰম আকলুৱা অন্তৰে বিচাৰে মানুহৰ মৰম।

'আকাশী গঙ্গা বিচৰা নাই
নাই বিচৰা স্বৰ্ণ অলঙ্কাৰ
নিষ্ঠুৰ জীৱনৰ সংগ্ৰামত
বিচাৰোঁ মৰমৰ মাত এষাৰ।'

সঙ্গীতৰ তুলাচনীৰে বিচাৰ কৰিবলৈ গ'লে হাজৰিকাৰ গীত-বাজিয়ে জনাব পাৰিছে সময়ৰ সঁহাৰি। থলুৱা গীত-মাতৰ সুৰ ঠায়ে ঠায়ে যথাযত ব্যৱহাৰ নোহোৱা যেন লাগে। পুৰণি 'মহখেদা গীত' বা 'ভাওল দিয়া গীত'ৰ আৰ্হিত ৰচিত 'আহো হো মহোহো দেশৰ হকে মৰোহো' গীতৰ পৰিবেশ একে নহয়। এফাঁকিত চেঙেলীয়া ডেকাৰ জয়োল্লাস প্ৰতিধ্বনি আৰু আন ফাঁকিত দেশোদ্ধাৰৰ মন্ত্ৰপুত বাণী।

কম্ সংখ্যক গীতৰ মাজেৰে কেশৱ মহন্ত দেৱেও গীতি-সাহিত্যত এখনি স্বকীয়া স্থান অধিকাৰ কৰিব পাৰিছে। আধুনিক গীতিকাৰসকলৰ ভিতৰত নৱকান্ত বৰুৱা, নিৰ্মলপ্ৰভা বৰদলৈ আৰু কেশৱ মহন্ত সম্পূৰ্ণৰূপে পৰমুখাপেক্ষী। সঙ্গীতৰ ভাব-ভাষা আৰু কথন ভঙ্গীতকৈও বেচি নিৰ্ভৰ কৰে তাল, মান আৰু সুৰৰ ওপৰত। উক্ত গীতিকাৰ এই ক্ষেত্ৰত পৰনিৰ্ভৰশীল। কিন্তু তাৰ মাজেৰেও কেশৱ মহন্তই অধিক জনপ্ৰিয়তা অৰ্জন কৰিব পাৰিছে। মহন্তৰ 'জেউতি তোলৈ মনত পৰে' তিৰবিৰ পুৰত্তিৰ তৰা' 'অ' আই শিপিনী কেঁচা ব'দৰ বেঙণি' আদি জনপ্ৰিয় গীতসমূহৰ শব্দ বাছনি আৰু প্ৰকাশভঙ্গী মন কৰিবলগীয়া। মিঠা মিঠা কথাৰ মাজেৰে দুখ-বেদনা নিজৰি পৰি মহন্তৰ গীতৰ মাজেৰে অন্তঃসলিলা ফল্গুৰ ধাৰা প্ৰবাহিত হৈ থাকে। মাজে মাজে ভূপেন হাজৰিকা আৰু কেশৱ মহন্তৰ ভাবৰ মিল দেখা যায়। শ্ৰেণী সংগ্ৰামৰ কথা হাজৰিকাৰ গীতৰ মূল লক্ষ্য, সেই ভাব মহন্তৰ ৰচনাতো দেখা যায়।

"বলিয়া হাতীকো বলাব লাগিব
পিছলি নেৰিবা মাটি
কাকতি কৰিছো হবাব পাৰিবা
মন যে শিলৰে খুটি।"

(কেশৱ মহন্ত)

আকৌ—

"ঐৰাৱত গোসাইকে মতলীয়া কৰি
খেদিলা বাইজৰ ফালে
বলিয়া হাতীকো বলাব পাৰিব
বাইজে একগোট হ'লে।"
(ভূপেন হাজৰিকা)

'আইতাৰ ৰঙা সেন্দুৰৰ ফোঁট', 'আঘোণৰ সোণালী ধাননি', 'কাতিৰ কুঁৱলী', 'তাঁত-শালৰ শিপিনী' আদি অসমৰ চাৰিসীমাৰ লগত মহন্তৰ পৰিচয় বেচি। নোপোৱাৰ বেদনাৰ হা-হুমুনিয়াৰ সলনি তেখেতৰ ৰচনাৰাজি আশাবাদী মনৰ পৰিচায়ক। গতিৰ দীঘ, শান্তিৰ বাণী আৰু প্ৰীতিৰ ফুলেৰে পুৰণি শিপিনীৰ হতুৱাই নতুন খনীয়া বই নগ্ন জগতৰ লাজ ঢাকিবলৈ কৰিব আপ্ৰাণ চেষ্টা।

'মন পাৱন পাৱন হৰি এ', 'কৃপাসিন্ধু এ হৰি তুমি দেব নাৰায়ণ', 'পাৰ কৰি দে বান্ধে', 'হৰি তুমি বিনে গতি নাই' আদি গীতৰ মাজেৰে মহন্তদেৱৰ আধ্যাত্মিক ভাব ফুটি উঠিছে।

ৰ'দ কাঁচলিত বহি বহি পাহাৰ ভৈয়ামৰ শিপিনীৰ হতুৱাই একেখন খনীয়াৰে প্ৰীতিৰ ডোল ৰচাৰ হেঁপাহ কেবাজনো গীতিকাৰৰ কণ্ঠত বাজি উঠিছে। ডঃ হাজৰিকাদেৱৰ কণ্ঠত শুনা গৈছে—

"ৰ'দ কাঁচলিত বহি বহি ৰ তোলাই ৰ তোলে
বাতি কৰাই কৰে,
আমাৰ দেশৰ চেলেং খনিৰ নতুন বৰণ চৰে,
সজাবলৈ হেজাৰ জনতাক"

মহন্তদেৱেও দেখিছে একেই সপোন—

"শিপিনী আজিয়ে শালতে আঁৰা
সমাজ সজাবলৈ মাকোটি ধৰা"....

রুদ্ৰ বৰুৱাই তাঁতৰ শালতেই বিচাৰিছে সৰগৰ সপোন ৰচিবলৈ—

"তাঁতৰ দোবেপতি চলায় ঘনে পতি
পলকত তোলোখা ঘূৰে।'

নৱকান্ত বৰুৱাৰ গীতৰাজিৰ মাজত Art for art's sake কথাষাৰি ফুটি উঠিছে। বৰুৱাৰ গীত-মাজত ৰাজনীতিৰ গোন্ধ নাই। "আকাশ আমাক

অকণি আকাশ দিয়া", "মনত পৰেনে অৰুন্ধতী" জনপ্ৰিয় গীত। বৰুৱাৰ গীতৰ কথন-ভঙ্গী মন কৰিব লগীয়া।

"ব'হাগৰ দুপৰীয়া নিমাত নিজম
যেন ব'দালিৰে ভৰা ৰাতি
ৰুণ দি অমনি লগা এযুৰি পৰাই মোক
খিৰিকিৰ কাষলৈ আনে মাতি।"

কথন ভঙ্গীৰ মাধ্যমেৰে পৰিবেশ গভীৰভাৱে ফুটাই তুলিব পাৰিছে। গীতসমূহৰ মাজত নিছিগা সুৰৰ ঢউ নিজৰি পৰিছে। উচ্চ ভাব, গভীৰ বেদনাবোধ নাথাকিলে গীতসমূত আছে চুটি চুটি ভাবোচ্ছ্বাসৰ ক্ষণিক উচ্ছ্বাস। নৰকান্ত বৰুৱা আৰু কেশৱ মহন্তৰ গীতৰ মাজত ভৱিষ্যতৰ সম্ভাৱনা দেখা গৈছে।

গীতি-সাহিত্যত আনন্দিৰাম দাসৰ বৰঙণি উল্লেখযোগ্য। বনগীত আৰু আধ্যাত্মিক গীতৰ জৰিয়তে দাসে পুৰণি আৰু নতুনৰ এক সামঞ্জস্য ৰক্ষা কৰিব প্যাৰিছে। দাসৰ আধুনিক গীতসমূহতো বনগীতৰ গোন্ধ পোৱা যায়। ৰুদ্ৰ বৰুৱাই বনগীতৰ সুৰেৰে জনপ্ৰিয়তা অৰ্জন কৰিব পাৰিছে। ৰুদ্ৰ বৰুৱাৰ গীতত ৰচনা আৰু সুৰৰ এক সহজ মিল পোৱা যায়, সেই বুলি বিলাসী মনৰ চিত্ৰ দেখা নাযায়।

পুৰুষোত্তম দাসেও দীৰ্ঘ দিন ধৰি গীতি-সাহিত্যত অৰিহণা যোগাই আহিছে। ব্যক্তি মানসৰ সৌৰৱণী আৰতিৰ জয়গান দাসৰ গীতৰ প্ৰধান বিষয়বস্তু। দাস ভাওৰীয়া অসমৰ চাৰিবেৰৰ লগত বেচি পৰিচিত। পুৰোযোত্তম দাসৰ গীত-মাতৰ অন্তৰালত বৰগীত আৰু সত্ৰীয়া সুৰৰ ঢউ চকা-মকাকৈ দেখা যায়। কমল চৌধুৰীৰ গীতৰ অন্তৰালত শুনা যায় নতুনৰ পুজাৰ আয়োজন। অৱশ্যে গীত হিচাপে সৌন্দৰ্য আৰু মধুৰতা থাকিলেও সময়ৰ সঁহাৰি নোহোৱা বাবে সিমান জনপ্ৰিয় হোৱা দেখা নাযায়।

প্ৰাচীন কামৰূপী সুৰত ৰচনা কৰা কমল চৌধুৰীৰ কিছুমান গীত জনপ্ৰিয়।

ৰাতি পুৱাইলোৰে কুকুৰাই পাৰে ৰাৱ,
প্ৰাগজ্যোতিষে পোহৰ ভৈলা মেলি দিলোঁ নাৱ।
চলি গৈলা উৰা জাহাজ আকাশৰ মাজে,
বৰঝাৰ বিমান কোঠত গুম গুমনি বাজে॥

অৱডেকা বয়সতে কম যোগত প্ৰাণহেৰুৱা শিৱ ভট্টাচাৰ্য্য আছিলে এগৰাকী ভবিষ্যতৰ সম্ভাবনা থকা শিল্পী আৰু গীতিকাৰ। শিৱ ভট্টাচাৰ্য্যৰ স্বৰচিত 'আৰু নবজাবি বীণ বাটৰুৱা, আৰু নবজাবি বীণ'ৰ সুৰৰ মূৰ্ছনা আজিও মাৰ যোৱা নাই। 'নতুন অসমৰ অ শিল্পীৰ দল' 'স্মৃতিৰ বুকুত ৰাখি যাম মই প্ৰীতিৰ বক্তৰেখা' তেওঁৰ জনপ্ৰিয় গীত। ভট্টাচাৰ্য্যই গীতত কথা আৰু সুৰৰ সমন্বয় ৰক্ষা কৰিব পাৰিছিল।

প্ৰবীণসকলৰ মাজত জনপ্ৰিয় গীতিকাৰ দৰ্পনাথ শৰ্মা। 'কৰবী শৰ্মা ডাঙৰীয়াৰ গীতৰ সংকলন। শৰ্মা ডাঙৰীয়াই গীতৰ মাধ্যমেৰে সুঁৰৰি চাইছে হাতত সুৰাৰ পিয়লা ল'ই কাষতে বহি থকা ওমৰ আৰু চাকীৰ এখনি চিত্ৰ।

সেইদিনা নিৰলাৰ মধু জোছনাত
কাষত দৰদী চাকী ওমৰৰ মৰমী প্ৰিয়া।
মৃদু মৃদু পপিয়াৰ মধুৰ তানে—
ৰচি দিলে সপোন মায়া।

নলিনীবালা দেবী আৰু অতুলচন্দ্ৰ হাজৰিকা দুগৰাকী প্ৰবীণ গীতিকাৰ। দুয়োগৰাকী গীতিকাৰৰে দেশপ্ৰেম মূলক গীতবাজি জনপ্ৰিয়। ভাব ভাষাও উচ্চ পৰ্যায়ৰ।

সাম্প্ৰতিক কালৰ এগৰাকী উল্লেখযোগ্য গীতিকাৰ ফণী তালুকদাৰ। ফণী তালুকদাৰৰ কিছুমান গীত দেশপ্ৰেমমূলক। তালুকদাৰৰ এটি জনপ্ৰিয় গীত 'চম্পা জাগা ফুলনি শুৱাই, ফাগুন বনত পলাশে অগনি জলায়।"

সাম্প্ৰতিক যুগৰ এগৰাকী জনপ্ৰিয় গীতিকাৰ নিৰ্মলপ্ৰভা বৰদলৈ। বৰদলৈক একেষাৰতে অকল এগৰাকী জনপ্ৰিয় গীতিকাৰ বুলি ক'লে ভুল কোৱা হব, তেওঁৰ গীতবাজিৰ ৰচনাশৈলী উচ্চ পৰ্যায়ৰ। বিশেষকৈ তেওঁৰ গীতৰ কল্পচিত্ৰ (image) সমূহ হৃদয়-স্পৰ্শী আৰু সজীৱ। নাৰী জীৱনৰ সূক্ষ্ম অনুভূতিৰ প্ৰকাশ তেওঁৰ গীতবাজিৰ আন এটি বৈশিষ্ট্য। 'ফাগুন মাহৰ নিজম ৰাতি অ' কাৰ বিয়া যায়' 'আই মই শুনিছো আঘোণতে বোলে পাতিছ তই মোৰ বিয়া' 'সোণোৱালী বুটাবছা অসমীয়া পাট' আদি গীত অকল জনপ্ৰিয়েই নহয় গীতবাজিৰ মাজত অসমীয়া কলা-কৃষ্টি আৰু জাতীয় বৈশিষ্ট্য ফুটি উঠিছে।

দুগদুগী গাম খাৰু থুৰীয়া চমকে
মেখেলাৰ পাটজিতে ময়ূৰ জিলিকে।

বৰদলৈৰ কিছুমান গীত গভীৰ অৰ্থব্যঞ্জক। মানৱ জীৱনৰ পোৱা-নোপোৱাৰ খতিয়ান প্ৰকাশ পোৱা গীতবাজিৰ শব্দচয়ন আৰু প্ৰকাশ ভঙ্গীও মনোৰম।

সীমাৰ সিপাৰে তৃপ্তি আমাৰ
মাজত তৃষাৰ নৈ
সাগৰ তীৰত পৰি ৰলো আমি
শামুকৰ খোলা হই।
.. ... . ... ...
আকাশলে আমাৰ বুকুৰ মৰম
গোপনে গোপনে থই
হেপাহ আমাৰ মাটিত লুগুচে
পোৱাকে সহজে লই।

নিৰ্মল প্ৰভা বৰদলৈৰ গীতবাজিত ভৱিষ্যতৰ সম্ভাৱনা দেখা গৈছে। বিজ্ঞানৰ অগ্ৰগতিয়ে মানুহৰ মনবিলাকো বৈজ্ঞানিক দৃষ্টি-ভঙ্গীৰ প্ৰতি সজাগ কৰি তুলিছে। সেয়েহে গীতি-সাহিত্যয়ো বিচাৰে বিজ্ঞানৰ অগ্ৰ-গতি আৰু ধুলি-ধূসৰিত বাস্তৱ পৃথিৱীৰ ৰাজনৈতিক সচেতনতাৰ ক্ষণিক আভাষ। ডঃ হাজৰিকাৰ গীত-সাহিত্যৰ কথন ভঙ্গীত তাৰ আভাষ ফুটি উঠে। এই কথা বেচি পৰিস্ফুট হৈ পৰিছে পদ্ম বৰকটকীৰ গীত-মাতৰ মাজত।

"আকাশৰ নিজা ৰং নাই
সূৰুযৰ নীলাৰে নিজকে সজায়
... ... ...
সূৰুযৰ প্ৰেমে ৰঙা গোলাপ পাহিক
পখিলাই চুমা যাচি যায়
মোৰেই প্ৰেমেৰে ৰঙা তোমাৰ হিয়াক
কোনোবাই যায় নে জোকাই?"

তফজুল আলিৰ গীত-মাততো সেই সুৰ বিনিকি বিনিকি শুনা যায়।

"শেৱালিৰ সতে উমলি জামলি
জোনাক ভাগৰি পৰিব।"

বৰকটকীৰ গীত-কবিতাৰ আন এটি বৈশিষ্ট্য সাহস আৰু বলিষ্ঠ কণ্ঠস্বৰ।

তাজমহলৰ কাষত সহানুভূতিৰ চকুলো টোকা বিলাসী মনোভাৱ এটা বৰকটকীৰ গীত-কবিতাৰ মাজত দেখা নাযায়।

"জগতত আজি শত মমতাজ
নীৰৱে মৰহি যায়
... ... ...
সিহঁতেহে তোৰ বিচাৰে কৰুণা
তোৰ শকতিৰ অমৰ ৰচনা"

বৰকটকীৰ এই প্ৰচেষ্টা প্ৰশংসনীয়ই নহয় অনুকৰণীয়ও। ক্ষণিকৰ বাবে হ'লেও মৰণৰ শেষ চুমাৰ আগে আগে কবিয়ে বিচাৰে প্ৰেম বঙা আঙুৰৰ ৰসেৰে অধৰৰ তৃষা পলুৱাবলৈ। গীত-মাতৰ মাজত কবি কল্পনাই মূৰ্ত হৈ উঠিলেও আদিম মানৱৰ মিলন বাসনাৰ গৌৰৱণীয়ে উৰাউল কৰি নোতোলে। অনুভূতিশীল পৰাণে মুহূৰ্তৰ বাবে হ'লেও বিচাৰে সঁচা বাস্তৱৰ বুকুতে ধূলি ধূসৰিত পৃথিৱীত নতুনৰ জয়গান গাবলৈ। নিষ্ঠুৰ মৰণৰ সতে যুঁজি যুঁজি আৰতিৰ জয়গান গাব পৰা ক্ষমতা মানুহৰ নাথাকিলেও বুকুৰ তেজৰ উমেৰে বৰনৈক ভেটা দিব পৰা ক্ষমতা মানুহৰ হাতৰ মুঠিত,—বৰকটকীৰ গীত-সমূহৰ কাব্যিক সৌন্দৰ্য, প্ৰকাশ ভংগী আৰু ৰচনা কৌশল উচ্চ পৰ্য্যায়ৰ।

গীতি-সাহিত্যৰ বিভিন্ন স্তৰত লক্ষহীৰা দাসৰ বৰঙণি উল্লেখযোগ্য। জীৱনৰ দোকমোকালিতে আজানৰ বাণীয়ে মধু সপোনৰ অৱসান ঘটোৱা চমকনি দাসৰ গীতি-সাহিত্যত ৰিণিকি ৰিণিকি দেখা গলেও ৰূপৰ ৰেদীত হিয়াৰ শোভা সুকুমাৰ ঢালি নীল আকাশৰ প্ৰতি উদাস দৃষ্টিৰে চাই কবিয়ে কব পাৰিছে—

"আন্ধাৰ পথত তুমি হবা দীপ
বীণৰ সুৰদি তান,
মৰহা মনত জগাবা নতুন প্ৰাণ।"

লক্ষহীৰা দাসৰ ৰচনাৰাজিতো কথনভংগীতকৈ বিষয়বস্তুৰ গভীৰতাৰ মাজত নিজস্ব বৈশিষ্ট্য ফুটি উঠিছে। নীল আকাশত জোনাকীৰ জুই দেখি দেখি বিজন পৰত নীৰৱে নিৰলে গাবলৈ কবিৰ হাবিয়াস। ভাটিয়ালী সুৰৰ গীতৰাজি আৰু দৈত-সঙ্গীতসমূহ সন্ধানী দৃষ্টিৰ পৰিচায়ক; 'মৰি কলঙৰ পাৰ', 'অ' অসম দেশৰ অকণি দল', 'শিয়ালীয়ে নাহিবি বাতি'—প্ৰভৃতিমধুৰ গয় গীত।

লক্ষহীৰা দাসৰ গীত ৰাজিত উপভোগতকৈ উপলব্ধিৰ থল অধিক। বিজন

পৰত, হিয়াৰ শোভা সুকুমাৰেৰে বৰ্ণিত কৰা মনৰ বাতৰি লবলৈ কবিৰ বিলাসী হাবিয়াস দেখা নাযায়। ৰাগ-সংগীতৰ প্ৰতি গীতিকাৰৰ ক্ষীণ প্ৰচেষ্টা এটা দেখা যায়।

তফজুল আলিৰ গীতবাজি কবি কল্পনাৰ চকামকা ছাঁয়াচিত্ৰ। গীতি-কাৰৰ কল্পনাই আকাশৰ ৰামধনু আৰু আৰু মাটিৰ পৃথিৱীৰ মাজত বিচৰণ কৰিলেও—পুৱা সুৰুযৰ সোণালী কিৰণত—নিশাৰ সাধুকথা কবলৈ আহৰি উলিয়াব পাৰে—

"মধু মালতী টোপনি যোৱা
ৰূপ অভিসাৰ ৰূপালী নিশাৰ
কাৰ বাবে বাট চোৱা।"

বেদনা-মধুৰ অন্তৰত তফৰ্জ্জুল আলি আৰু লক্ষহীৰা দাসৰ গীত-মাত এচলু শান্তি পানী। তফজ্জুল আলিৰ কথনভংগীত বাক চাতুৰ্য নাই, আছে মিঠা মিঠা সুৰ। নোপোৱাৰ বেদনাত চিৰ ব্যৰ্থ অন্তৰৰ হা-হুমুনীয়া কাঢ়ি কৰিয়ে আমন জিমনকৈ বহি নাথাকি দুখে ভৰা পৃথিৱীক আশা ভৰা বাণী শুনাব পাৰে—

"আমাৰ পৃথিৱীখনি হাঁহি আৰু চকুলোৰে
সঁচা আৰু সপোনেৰে সুন্দৰ।"

'চিত্ৰলেখাৰ গীত', 'মনোমতীৰ গীত', 'চম্পাৱতীৰ গীত' আৰু 'চিলনীৰ জীয়েকৰ গীত'ৰ মাজেৰে কবিয়ে পুৰণি কাহিনী গীতৰ সতে এটি যোগসূত্ৰ স্থাপন কৰিবলৈ বিচাৰিছে। কবিয়ে অমৰী ককাইদেউৰ বেশেৰে দূৰ-বিদেশৰ অকণিহঁতৰ মৰমখিনি বোকোচাত বৈ আনি বিলাই দিছে অকণিহঁতৰ মাজত —মাখোন অন্তৰৰ মৰমৰ বিনিময়ত—

"বিনা পইচাৰ বেহানি মোৰ
বিলাওঁ যাকে তাকে
(মোক) ধন নালাগে সোণ নালাগে
মৰম মাখোন লাগে।"

ডঃ হাজাৰিকায়ো দেশ-বিদেশৰ মূৰৈৰ বেহাখনিৰপৰা অকণমান ৰঙৰ সমল লৈ কণ-কণহঁতৰ মাজত বিলাবলৈ হাবিয়াস কৰিছে। তাৰ বিনিময়ত বিচাৰিছে মৰা পৃথিৱীৰ বুকুত সেই ৰঙৰ জেউতিৰে বোলোৱা ৰাঙলী ছবি এখনি।

"লোৱা লোৱা ৰঙ লোৱা আনা সবাকে মাতি
ৰঙৰ বাৰে নালাগে মোক পইচা পাতি।"

(ডঃ হাজৰিকা)

আলিমুম্বিচা পিয়াৰৰ গীতবাজিৰ অন্তৰালত আছে মিঠা জোনাকৰ বোকোচাত নীল আকাশৰ থুপি থুপি তৰাৰ ক্ষণিক উচ্ছ্বাস। সূৰ্য্যবৰাৰ গীত-মাততো দেখা যায় আজলি সোণপাহিক বাস্তৱ জগতৰ সমস্যা ব্যাজিৰ আভাস দিয়াৰ ক্ষীণ প্ৰচেষ্টা এটা।

অনিল ৰায়চৌধুৰী, জয়ন্ত বৰুৱা, হিৰেণ ভট্ট, মজিন বৰা, লীলা গগৈ, ভৱগিৰী ৰায়চৌধুৰী, নগেন বৰা দ্বিজেন্দ্ৰ মোহন শৰ্মা, পৰেশমল্ল বৰুৱা, সতীশ দাস আৰু ক্ষিৰোদা বিষয়াৰ বচনাৰ মাজতো ফুটি উঠিছে গীতি সাহিত্যৰ প্ৰতি নিৰ্জন স্বাক্ষৰ। এই সকল গীতিকাৰৰ ৰচনা বাজিত ভৱিষ্যতৰ সম্ভাৱনাৰ যথেষ্ট থল আছে।

আধুনিক গীত-সাহিত্যৰ জনপ্ৰিয়তাৰ পম খেদি গলে ৰচনাৰ মাজতো পোৱা যায় সময়ৰ সঁহাৰি, বৈজ্ঞানিক দৃষ্টিভঙ্গী, ৰাজনৈতিক সচেতনতা আৰু শব্দ গাঁথনি আৰু বিষয় বস্তুৰ চাতুৰ্য। উক্ত মাধ্যমৰ জৰিয়তে আধুনিক গীতিকাৰ সকলে জনপ্ৰিয়তা অৰ্জন কৰিব পাৰিছে। সেই বুলি 'ৰক্ এণ্ড ৰোল'ৰ জনপ্ৰিয়তাৰে আধুনিক গীতি-সাহিত্যৰ মূল্যাংকন কৰিবলৈ হ'লে আমি হাতৰ কুঠাৰ ভৰিত মাৰিব লাগিব। আজিৰ চাম গীতিকাৰে সময়ৰ সঁহাৰি জনাব পাৰিছে—সি প্ৰশংসনীয়। সমস্যাবহুল আজিৰ পৃথিৱীত দুখেভৰা সুৰৰ সহায়েৰে আশাভৰা কাহিনী শুনাবই লাগিব। জনপ্ৰিয়তাৰ শীৰ্ষবিন্দুত উপনীত হ'লেও যে যুগান্তকাৰী গীতি-সাহিত্যৰ সৃষ্টি হোৱা নাই সি অনস্বীকাৰ্য। 'বৰগীত' স্বে মহিম্নী ৰূপে জিলিকি আছে আৰু থাকিব। সেই আদৰ্শ আগত ৰাখি গীতিকাৰ সকলে বৰঙণি যোগাব বুলি আজিৰ অসমে আশা কৰে।



# অসমীয়া কবিতাত শৰৎ

ঋতুৰাজ বসন্ত আৰু ঋতুৰাণী শৰৎ। বসন্তৰ আগমনে প্ৰকৃতিৰ বুকুত এক নৱ চেতনাৰ সঞ্চাৰ কৰে। কুলি-কেতেকীৰ সুললিত সুৰ, বন সখী বিহংগৰৰ কোকিল কণ্ঠ, নানা তৰহৰ ফুল আৰু বিতপী লতিকাৰ নতুন ৰহণে পৃথিৱীক যৌৱনসম্পন্না গাভৰু কৰি তোলে বসন্ত কালতেই। পূৰ্ণপয়োভৰা বসন্ত ঋতুই পৃথিৱীলৈ আদৰি আনে বিহু বেলা ৰূপী নতুনৰ পূজা। বসন্ত সেয়েহে ঋতুৰাজ।

ঋতুৰাণী শৰত আৰু শৰত কালত পৃথিৱীৰ ৰূপ শান্ত-স্নিগ্ধ। শেৱালিৰ কোমল সুবাসে, নিৰ্মল আৰু নীলা আকাশৰ সতে শৰত ঋতুক কৰি তোলে মধুময়। শৰতৰ নিৰ্মল আকাশৰ জোনবাইৰ এমুখ হাঁহি আৰু প্ৰকৃতিৰ বুকুৰ শ্যামলী গহীন সাজে সদ্যস্নাতা নাৰীৰ দৰে পৃথিৱীৰ ৰূপত ৰহণ চৰে। সেইবাবেই আমি শৰতক অভিহিত কৰোঁ ঋতুৰাণী বুলি।

ইংৰাজ কবি কিটছৰ মতে শৰত কাল:

> "Season of mists and mellow fruitfulness
> Close bosom-friend of maturing sun."

ভাৰতীয় কবিৰ দৃষ্টিভংগীত শৰত ঋতু তেনে নহয়। ৰবীন্দ্ৰৰ চকুত ধৰা দিছে শৰতৰ এটি মনোমোহা ৰূপ:

> "শৰৎ তোমাৰ অৰুণ আলোৰ অঞ্জলি
> ছড়িয়ে গেল ছাপিয়ে মোহন অঙ্গুলি।
> শৰৎ তোমাৰ শিশিৰ ধোওয়া কুন্তলে—
> বনেৰ পথে লুটিয়ে পড়া অঞ্চলে
> আজ প্ৰভাতেৰ হৃদয় উঠে চঞ্চলি॥"

ভাৰতীয় কবিয়ে শৰতৰ মনোমোহা সৌন্দৰ্য উপভোগ কৰি আপোন পাহৰা হব পাৰে। যিহেতু ভাৰতীয় প্ৰাণত বাৰিষাৰ ঘনঘোৰ কদৰ্যৰ অন্তত শৰত ঋতু শান্তিৰ অকণি এজামুৰি। কিন্তু ইংৰাজ কবিয়ে দেখা পায় শৰতৰ কুঁৱলীৰ আঁৰে আঁৰে হাড় কঁপোৱা হিমচেঁচা শীতৰ পদক্ষেপ।

শৰতৰ আকাশৰ জোনৰ স্নিগ্ধ কিৰণ অকল মানুহৰ বাবেই নহয়, ভগবানৰো প্ৰিয়। "সিদিনা শৰতৰ বিতোপন চন্দ্ৰাৱলী ৰাতি। বিমল ৰূপালী কিৰণ ঢালি জোনায়ে পূৰত দেখা দিছে। দৃশ্য বৃন্দাবন; কাষেদি যমুনা নৈ বৈ গৈছে। বন বনান্ত আৰু যমুনাৰ বালি অপূৰ্ব ৰশ্মিৰে ৰঞ্জিত হৈ উঠিছে। এই অপূৰ্ব শোভাত বিশ্বধনিকৰৰ চিত্ত বিনোদিত হ'ল, মুখত বাঁহীটি লৈ তেওঁ সেই বিনন্দীয়া দৃশ্যৰ ফালে চাই তাত আঙুলি বুলাবলৈ ধৰিলে।', (ডিম্বেশ্বৰ নেওগ)

নবৰূপী ভগবান শ্ৰীকৃষ্ণই এই অপূৰ্ব দৃশ্যত মোহিত হৈ বৃন্দাবনত ব্ৰজবাসিনী গোকুলৰ গোপিকা সকলৰ লগত শৰতৰ চন্দ্ৰাৱলী নিশা কৰা আনন্দ মহোৎসৱতেই ৰাসক্ৰীড়াৰ জন্ম।

শ্ৰীমন্ত শঙ্কৰদেৱেও সৌ তাহানিতে শৰতৰ বিতোপন দৃশ্যৰাজিৰ গৰিমা কীৰ্তন কৰি তাৰ প্ৰতীকেৰে ব্যক্ত কৰিছে ভাগৱতী ধৰ্মৰ কথা। কবিয়ে অপৰূপ বৰ্ণনাৰে সকলো ঋতুৰ মাজতে প্ৰথম স্থান দিছে শৰত ঋতুকেই।

'শৰত সমান নাই সুখ কাল
হৰে দুখ অনুক্ৰমে।

শৰতৰ নিৰ্মল আকাশ, সুৰভি শীতল বায়ু, বিকশিত পুষ্পৰ সৌন্দৰ্যই কবিক আপোন পাহৰা কৰিছে। পশু-পক্ষী, জীৱ-জন্তুৰ বিপদ-বিঘিনি, কদৰ্যতা নাশ হৈ প্ৰবাহিত হয় এটি সবল জীৱনৰ গতিধাৰা।

পৃথিবীৰ সব কৰ্দম শুচিল
ভৈ গ'ল পথ স্বচ্ছল।
যত জল মানে সব স্বচ্ছ ভৈল
শৰতে হৰিল মল।'

শেষত কবিয়ে শৰতৰ বৰ্ণনাৰ মাজেৰেই প্ৰকাশ কৰিছে ভাগৱতী ধৰ্মৰ মাহাত্ম্যৰ কথা। শৰত কালৰ শান্ত সমাহিত পৰিবেশে সৌৰবাই দিয়ে ভাগৱতী ধৰ্মৰ নিজস্ব বৈশিষ্ট্যৰ স্বৰূপ। শ্ৰীমন্ত শঙ্কৰৰ শৰতৰ বৰ্ণনা আধ্যাত্মিক ভাবৰ বাহন।

আধুনিক যুগতো বিশেষকৈ নৱন্যাসৰ পয়োত্তৰৰ কালছোৱাত শৰত ঋতু অনাদৃত হোৱা নাই। যতীন্দ্ৰনাথ দুৱৰাই নৱ ৰৱৰৱ গান গাইছে শৰত ঋতুতেই। শৰত কালৰ শান্ত পৰিবেশৰ মাজেৰেই সুখ-শান্তি লাভ কৰিবলৈ পৰম হেপাহ।

'দেখিম চকুৰে শতেকে শৰত
সুখেৰে উপচা ধৰা
কটাম ৰঙেৰে শতেক শৰত
পৰাণ উলাহ ভৰা
কাণেৰে শুনিম শত শৰতৰ
শুবলা অমৃত ধ্বনি
স্পন্দিত হওক শতেক শৰত
শুনি তেজোময় বাণী।'

শৰতৰ শুবলা অমৃত ধ্বনিৰে স্পন্দিত কৰিব কবিৰ অন্তৰখনি। শৰতৰ শুভ্ৰ মেঘমালা আৰু জোনাকৰ জেউতি কবিৰ চিৰকাম্য। শেষত দুৰ্বা কবিয়ে পৰাণ সঞ্জীৱিত কৰিব বিচাৰিছে শৰতৰ পৰশেৰে :

'অদীন আত্মা শতেক শৰতে
কৰিব বীৰ্যবান
শত শৰতৰ শেহতো পুনৰ
থাকিব পূৰ্ণ প্ৰাণ।'

দুৰ্বাৰ কবিতাত শৰতৰ জয়গান শুনা গলেও গভীৰ উপলব্ধি দেখা নাযায়। সমকালীন অসমীয়া কবিতাত শৰতৰ খণ্ড-চিত্ৰ অনেক পোৱা যায় কিন্তু শঙ্কৰদেৱৰ দৰে গভীৰ উপলব্ধিৰ অভাব।

ৰঘুনাথ চৌধাৰীয়ে প্ৰকৃতিৰ কাম্যবন বশিষ্ঠাশ্ৰমৰ অপৰূপ দৃশ্য উপভোগ কৰিব পাৰিছে শৰতৰ ৰূপোৱালী জোনৰ ক্ষীণ জেউতিৰ পোহৰতহে :

'শৰতৰ ক্ষীণ জ্যোতি পুৰতি জোনৰ
বিৰিঙে যেতিয়া আহি ফুলৰ থোপাত
কিযে মনোমোহা দৃশ্য কুঞ্জ কাননৰ
পৰাণ বিভোল হয় পৱিত্ৰ ভাবত।'

কবিৰ অন্তৰ ভাগি যোৱা বিষাদ বেদনাতো শৰত আৰু শেৱালিৰ মধুৰ সুবাসে এচেৰেঙা স্নিগ্ধ হাঁহি বিৰিঙাব পাৰিছে :

'আকৌ এদিন আহিব শৰত
হাঁহিব শেৱালি পাহি
ঢৌ ধৰি ধৰি কৰিব নৰ্তন,
খঞ্জনী পখীটি আহি।' (বিষাদ)

চৌধুৰীৰ কবিতাত শৰতৰ খণ্ড চিত্ৰ বহু ঠাইত ব্যৱহৃত হৈছে প্ৰতীকী অৰ্থতহে।

শৰতৰ খণ্ড চিত্ৰ দেখা যায় নিজবাৰ কবি শৈলধৰ ৰাজখোৱাৰ কবিতাতো।

'তৃতীয়া পঁজাত বন্তি জ্বলিব
ভোটা তৰাটিয়ে দেখাব পথ
শত শৰতৰ জোনায়ে হাঁহিব
দেৱতা সকলে চলাব ৰথ।' (হোমৰ কাৰত)

ৰাজখোৱা কবিয়ে মাজে মাজে শৰত আৰু শেৱালিৰ সতে সুঁৱৰি চাইছে অতীত জীৱনৰ মহিমাময় মুহূৰ্তৰ কথা।

'আজি শৰতৰ সন্ধিয়া পৰত
বাজিছে প্ৰাণত হেৰোৱা সুৰ
জোনটি জ্বলিছে নীল আকাশত,
তৰাটি জ্বলিছে বুকুত মোৰ।' (হেৰোৱা সপোন)

অতীতৰ সোঁৱৰণীয়ে কবিৰ মনত অজানিতে আনি দিছে শৰতৰো এখনি চকামকা ছবি।

শৰতৰ জোনাকৰ মধুৰ সোঁৱৰণী নলিনীবালা দেৱীৰ কবিতাতো প্ৰকাশ নোপোৱাকৈ থকা নাই।

'মুফুটে বীণত আজি
বসন্তৰ গুঞ্জন মধুৰ
শৰতৰ জোনাকৰ
দুৰণিৰ মোহ লগা সুৰ।' (কিনো গান)

বিনন্দ বৰুৱাৰ 'শৰতৰ আগমন'ত প্ৰকৃতিৰ শান্ত সমাহিত ৰূপৰ কথাই চিত্ৰিত কৰিছে। কবিয়ে বিচাৰিছে শৰত ঋতুৰ মাজেৰে জগতৰ সাম্য সুন্দৰৰ প্ৰতিচ্ছবি এখনি।

'তোৰ আগমনে আহক শান্তি
পশু শকতিৰ গুচক ভ্ৰান্তি
উঠক উজলি মুখৰ কান্তি
নৱৰূপী দেৱতাৰ।'

বিনন্দ বৰুৱাই শৰতৰ ঋতু-স্বভাবেৰে চিন্তা কৰিছে সৰ্বমানৱৰ সৰ্বমঙ্গলৰ

কথা। উদ্দেশ্যধৰ্মী হলেও বিনন্দ বৰুৱাৰ কবিতাই সমকালীন কাব্য সাহিত্যত এখন স্বকীয়া আসন লাভ কৰিব।

আন এচাম কবিয়ে শৰতৰ শেৱালিৰ সৌৰভ আৰু জোনৰ ৰূপালী কিৰণত আপোন পাহৰা হৈ জীৱন-তৰী এৰি দিছে প্ৰেম সাগৰৰ ভটীয়নি সোঁতত। গণেশ গগৈৰ মৰমী অন্তৰখনি সঞ্জীৱিত হৈ পৰিছিল শৰতৰ নিৰ্মল আকাশৰ ৰূপালী জোনৰ ৰূপ চাই চাই।

'আজি শৰতৰ এই শাৰদী জোনাক ৰাতি
নেলেখি অশেষ তৰা ৰূপোৱালী জোন
কোন গালে একে ৰাহে কৰুণ কাতৰ সুৰে,
হিয়াত জিলিকে লি মনোহৰ কোন।'

(পাপৰি)

শেৱালিৰ পাহিত শৰতৰ সুধাকৰৰ চুমাই কবিৰ অন্তৰ কঁপাই তুলিছিল। জীৱনৰ মৰমন্তৰ জয়গান গাই কবি হৈ পৰিছিল আপোন পাহৰা :

'আজি শৰতৰ এই মধুৰ মাধৰী নিশা
টানি নিছে প্ৰাণ মোৰ নাজানো কলই
হোৱা তুমি যেয়ে হোৱা নিয়া টানি টানি নিয়া
যোৱাতো মাধুৰী আছে লক্ষ্যহীন হৈ।'

(পাপৰি)

সৰি পৰা শুভ্ৰ শেৱালিৰ কোমল সুবাসে দেৱকান্ত বৰুৱাকো উতলা কৰিছিল এই শৰত কালতেই। কবিয়ে সেইবাবে লাহৰী সাদৰীক আহ্বান কৰিছে শৰতৰ আকাশৰ বগলী উৰণৰ দৰে আহিবলৈ।

'মনে মনে আহিবা লাহৰি যিদৰে সন্ধ্যাৰ ছাঁই
মনে মনে পৃথিৱী আৱৰে
লয়লাসে আহিবা সাদৰী শৰতৰ আকাশত
বগলীৰ উৰণৰ দৰে।

দেৱকান্ত বৰুৱাই কেৱল শৰত আৰু শেৱালিৰ মাজতে আপোন পাহৰা হব বিচৰা নাই। শৰতৰ জোনৰ হাঁহিয়ে বহু কবিৰ প্ৰাণ সঞ্জীৱিত কৰিলেও শৰতৰ প্ৰভাতৰ অপূৰ্ব কিৰণৰ ছবি চকুত জিলিকি পৰিছে একমাত্ৰ দেৱকান্ত বৰুৱাৰ কবিতাতহে :

শৰতৰ প্ৰভাতৰ অপূৰ্ব কিৰণ
ৰূপৰ বৰণ ঢালি ৰৰণে বৰণে

উজলোৱা নাই যাৰ বিশ্বজয়ী স্বৰ্ণধ্বজ ৰথ
অৰ্থ তাৰ ক'ত ?

কাব্য সাহিত্যৰ নিচিনাকৈ গীতি সাহিত্যতো শৰত আৰু শেৱালিয়ে আসন লাভ কৰিব পাৰিছে। আধুনিক গীতিকাৰ সকলৰ ৰচনাত শৰত আৰু শেৱালিৰ উল্লেখ পোৱা যায়। ইয়াৰ সৰহ ভাগেই একোটি খণ্ড-চিত্ৰ আৰু ব্যৱহাৰ কৰা হয় প্ৰতীকী অৰ্থত। কিন্তু শৰত ঋতুক সন্ধানী দৃষ্টিৰে চাই গভীৰ উপলব্ধি কৰা দেখা নাযায়। অকল গীতিকাৰেই নহয় আধুনিক কবিৰ লিখনিতো গভীৰ উপলব্ধিৰ অভাৱ। সেই বুলি শৰতৰ সৌন্দৰ্য্য উপভোগ কৰোতে কাৰ্পণ্য নকৰে। নতুন কবিৰ ( মুক্তক ছন্দৰ কবি ) কবিতাতো শৰতৰ উল্লেখ থাকিলেও অন্তৰপৰশা অনুভূতিৰ অভাৱ। আধ্যাত্মিক ভাবেৰে উপলব্ধি কৰি শৰতৰ এটি মনোমোহা ৰূপ অঙ্কন কৰিছে একমাত্ৰ শঙ্কৰদেৱে। সেয়েহে শঙ্কৰদেৱৰ শৰতৰ বৰ্ণনা আজিও 'স্বে মহিম্নি' ৰূপে প্ৰকাশি আছে।

# ১০ কবিৰ দৃষ্টিত বিহু

সাহিত্যৰ লগত সমাজ জীৱনৰ ওতঃপ্ৰোতঃ সম্বন্ধ। সাহিত্যৰ মাজেদি সমাজ জীৱনৰ সামূহিক জীৱনৰ চিত্ৰ প্ৰতিফলিত হয়। বিশ্বৰ বিভিন্ন সাহিত্যৰ মাজেদি এনেদৰে সমাজ জীৱনৰ চিত্ৰ প্ৰতিফলিত হোৱা দেখা যায়।

বিশ্বৰ বিভিন্ন উৎসৱৰ লগত জনসাধাৰণৰ সম্বন্ধ। নিবিড় বিহু মেলারূপী নতুনক আদৰা উৎসৱৰ চিত্ৰও পৃথিৱীৰ বিভিন্ন ভাষা সাহিত্যত প্ৰতিফলিত হোৱা দেখা যায়। বিহু বা নতুনক আদৰা উৎসৱৰ বিষয়ে বিভিন্ন ভাষা সাহিত্যত পোৱা যায়।

বহাগ বিহু বাঙালী বিহু নতুনক উৎসৱ। বসন্তৰ কুঁহিপাত আৰু নতুন ফুলেৰে আৱিষ্কাৰ হোৱা প্ৰকৃতিৰ জেনিবা এয়া গাভৰুকাল। কুলি, কেতেকী, বনসখী বিহঙ্গমৰ সুললিত সঙ্গীতেৰে মুখৰিত প্ৰকৃতিৰ অভিনৱ ৰূপে মানুহৰ চিন্তাস্ৰোতত নতুন প্লাৱন আনে। বিহু মেলারূপী আনন্দমুখৰ পৰিৱেশত মন-প্ৰাণ ঢালি অসমীয়া ডেকা-গাভৰুৱে মুকলি পথাৰত বিহু মাৰি আপোন পহৰা হয়। ফাগুনৰ পচোৱাৰ বা লাগি মনপ্ৰাণ যেন কমোৱা তুলাৰ দৰে উৰণীয়া হয়।

বিহুমেলারূপী নতুনৰ পূজাৰ আয়োজনৰ লগতে মুকলি মনেৰে বিহুগীত বিহুনাচৰ লগত নিজেকে বিলীন কৰি দি মানসিক পৰিতৃপ্তি বিচাৰে। বিহুগীত বিহুনাচ কেৱল ডেকাগাভৰুৰ প্ৰেম বিনিময়ৰ পাৰপত্ৰই নহয়। জাতি ধৰ্ম নিৰ্বিশেষে পালন কৰা বিহু উৎসৱত হেঙাৰ নাই। ল'ৰা বুঢ়া ডেকা সকলোটিৰে বাবে বিহু উৎসৱ চিৰ আপোন চিৰচেনেহৰ।

আমাৰ দেশ কৃষি প্ৰধান দেশ। কৃষিজীৱী জীৱনৰ লগত বিহু উৎসৱৰ নিবিড় সম্বন্ধ। বসন্তৰ লগেলগে উৰ্বৰা পৃথিৱীত নতুন অঙ্কুৰে দেখা দিয়ে। আৰু তেতিয়াই বিৰিঙি উঠে কৃষিজীৱী জীৱনত এমোকোৰা হাঁহি, ভবিষ্যতৰ মধুৰ সপোন। কৃষকসকল উৰ্বৰা পৃথিৱীত কৰ্মনিষ্ঠ পূজাৰী। বিহু উৎসৱে ডেকা-গাভৰুৰ জীৱনলৈ আনে নতুন জীৱনৰ সপোন, সৃষ্টিৰ স্পৃহাৰ অঙ্কুৰ।

ভৌগালিক পৰিৱেশৰ দৰে সামাজিক পৰিৱেশৰ লগতো মানৱ জীৱনৰ ওতঃপ্ৰোতঃ সম্বন্ধ। ভৌগোলিক পৰিৱেশ কবি-সাহিত্যিকসকলৰ লিখনিত

সুস্পষ্ট। ভৌগোলিক পৰিবেশৰ দৰে সামাজিক পৰিবেশো সাহিত্যৰ বিভিন্ন স্তৰত প্ৰতিফলিত হোৱা দেখা গৈছে, যিহেতু কবি-সাহিত্যিকৰ লিখনিত যুগধৰ্মৰ প্ৰভাৱৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। সমাজ সচেতন কবি-সাহিত্যিক বিহুক অকল ডেকা-গাভৰুৰ প্ৰেম বিনিময়ৰ কঠীয়তলী নাইবা কৃষিজীৱী জীৱনৰ নতুনক সাদৰা উৎসৱ এনেবোৰ ভাৱতে সীমাবদ্ধ কৰি নলয়। বিভিন্ন লিখকৰ লিখনিত বিহুৰ ৰূপ স্বকীয়া। বহু সময়ত ইজনৰ লগত সিজনৰ দৃষ্টিভঙ্গীৰো মিল দেখা নাযায়। সাহিত্যৰ একোটা যুগৰ প্ৰভাৱ এইবোৰ লিখনিৰ মাজত বিদ্যমান।

সাহিত্যৰ মাজত নৱন্যাস যুগৰ লিখকৰ দৃষ্টিভঙ্গীৰ লগত আধুনিক যুগৰ লিখকৰ বহুত পৰিবৰ্তৰ দেখা যায়। যুগ পৰিবৰ্তনৰ লগে লগে সমস্যাবহুল পৃথিৱীখনত মানুহৰ ভাবৰ পৰিবৰ্তন, দৃষ্টিভঙ্গীৰো পৰিবৰ্তন। বহুসময়ত ইয়াৰ ওপৰত সামাজিক প্ৰভাৱৰ দৰে ৰাজনৈতিক আৰু অৰ্থনৈতিক প্ৰভাৱৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। ৰাজনৈতিক আৰু অৰ্থনৈতিক প্ৰভাৱৰ দ্বাৰা প্ৰভাৱান্বিত হোৱাটো স্বাভাৱিক।

বিহু সামাজিক অনুষ্ঠান। সামাজিক অনুষ্ঠান হিচাপে বিহুৰ লগত সাহিত্যৰ সম্বন্ধ। সেয়েহে নৱন্যাস যুগৰেপৰা সাহিত্যৰ বিভিন্ন বিভাগৰ ওপৰত বিহু আৰু বিহুগীতৰ প্ৰভাৱ সুস্পষ্ট। বিহুক ভিন ভিন দৃষ্টিভংগীৰে চোৱা দেখা গৈছে।

নৱন্যাস যুগৰ অন্যতম গুৰিয়াল "প্ৰতিমাৰ খনিকৰ" চন্দ্ৰকুমাৰ আগৰৱালাৰ 'নতুন বছৰ' এটি সৰু চাৰি শাৰীৰ কবিতা। কবি আগৰৱালাই 'নতুন বছৰৰ' শুভাৰম্ভৰে এৰি অহা অতীত বছৰ এটিৰ অন্তত ভৱিষ্যতৰ বুকুলৈ খোজ পেলাব বিচাৰিছে। আগৰৱালাৰ কবিতাত বিহু বা বিহুগীতৰ কোনো চিত্ৰ নাই যদিও আছে নতুনক ওলগনি জনাব পৰা এটি সমুজ্জ্বল মন। পুৰণি বছৰক বিদায় দি নতুনৰ ভৱিষ্যতত খোজ পেলাই কবিয়ে উপলব্ধি কৰিব পাৰিছে নদ-নদী পৰ্বত আকাশ পৰিবেষ্টিত পৃথিৱীৰ পৰিবৰ্তনৰ কথা। নতুন বছৰতে নদী বন পৰ্বত-আকাশে যেন বহন কৰিছে এক আশাৰ বাতৰি—

'ভৱিষ্যৰ এপিটি মুকলি
আজি হ'ল তোমাৰ স্বাগত
নদী বন পৰ্বত আকাশে
আশাৰ বাতৰি। (আগৰৱালা)

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ কবিতাত—নতুন বছৰটি নতুন কইনাৰ সেথীয়া। নতুন কইনাক যেনেকৈ শাহু আয়ে আদৰী আনে, নতুন বছৰকো তেনেদৰে আদৰণি জনায়। বিহুমেলাৰূপী উৎসৱেই নতুনক আদৰণি জনোৱা আৱাহনি তোৰণ।

'শৰতক জোনে হেমন্তক ধানে
বাৰিষাক ম'বায়ে যেনে
আদৰি তেনেকৈ নতুন বছৰটিক
বিহু ভাওৰীয়াই আনে।
ল'ৰাই জুমুকা লৰীয়ে ভুৰুকা
বোৱাৰী খুলিছে চিৰা।' (বেজবৰুৱা)

যেনেকৈ নতুন কইনা এজনীৰ মাধ্যমেৰে এখনি নতুন সুখৰ সংসাৰৰ কামনা কৰা হয়, তেনেকৈ ৰত্নগৰ্ভা পৃথিৱীৰ পূৰ্ণৰূপ এটি কামনা কৰা হয়—বাঙালী বিহুৰ মাধ্যমেৰে। নতুন বছৰটিক সন্তাষণ জনাবলৈ বিহু জেনিবা আদৰণি তোৰণ।' বেজবৰুৱাৰ মন সদায় আশাবাদী। পুৰণিৰ মাজতে নতুনৰ সন্ধান বিচৰা বেজবৰুৱাৰ চিৰন্তনী ধৰ্মস্বৰূপ। সেয়েহে পুৰণি পৃথিবীৰ বুকুত বিচাৰে নতুনৰ সন্ধান। নতুন প্ৰাণৰ নচকু যুৰিবে দীপ্তি ঢালি দি পুৰণি পৃথিৱীৰ ৰহণ চাবলৈ বিচাৰে। তেওঁৰ মতে বসন্ত সৰগৰ বাৰ্তাবাহী দূত—

'সৰগৰ বসন্ত আহাহে আহাহে
আমাৰ পৃথিৱীলৈ বুলি।'

'বহাগীৰ বিয়া' বিহগী কবি ৰঘুনাথ চৌধাৰীৰ বসন্তকালৰ নব সাজেৰে সজ্জিত হোৱা প্ৰকৃতিৰ অভিনৱ ৰূপ। গাভৰু জীয়াৰী বহাগীৰ বিয়াৰ ৰহণ চৰাবলৈ প্ৰকৃতি জগত সজোন কাচোনত ব্যস্ত। ন সাজোন কাচোনেৰে সাজি-কাচি প্ৰকৃতি জগতৰ গছগছনি চৰাই চিৰিকতি উলাহত উতলা।

'জড় জগতত জীৱ জগতত
পাওঁ সকলোতে দেখা
মহাবিশ্ব জুৰি বিৰিঙিছে যেন,
আনন্দৰ পূৰ্ণ ৰেখা।'

দাৰ্শনিক কবি দুৰ্গেশ্বৰ শৰ্মাৰ 'বিহু', 'বসন্ত' গাভৰু পৃথিৱীৰ নতুন ৰহণেৰে সজাই পৰাই তুলিবলৈ বসন্তৰাণীক জনোৱা মধুৰ আহ্বান। ন সাজোন কাচোনেৰে সজাই তুলি সুগন্ধি ফুলৰ সৌৰভেৰে জগত বুৰিবৰ বাবে কবিয়ে চিন্তা কৰিছে বসন্তৰাণীৰ আগমনিৰে পৰ্বত ভৈয়ামে সুমধুৰ সঙ্গীত সৃষ্টি

কৰাৰ কথা। অতীন্দ্ৰিয়বাদী কবি নলিনীবালা দেৱী অকল প্ৰকৃতি জগতত্তে সীমাবদ্ধ নহয়। ৰঙালী বিহুৰ ন শুকৰৰ পোহৰত মনোৰম অসমীৰ বুকুত গছে-বনে ফুটি উঠা সৌন্দৰ্য্যৰ মাজেদি উপলব্ধি কৰিব পাৰিছে আন্তৰিক প্ৰীতি শ্ৰদ্ধা ভক্তিৰে ভৰা পৰিপূৰ্ণ মানৱ জীৱনৰ কথা।

'তুমিৰ' কবি অম্বিকাগিৰী ৰায়চৌধুৰীৰ বিহুৰ প্ৰতি দৃষ্টিভঙ্গী সম্পূৰ্ণ স্বকীয়া। ৰায়চৌধুৰীৰ তুমি কাব্যৰ প্ৰেম জীৱনৰ বিশৃংখল গতিৰ উদভ্ৰান্ত প্ৰেমেই নতুন ৰূপৰ ছায়াবাদী প্ৰেম অৰ্থাৎ ভগৱৎ প্ৰেম। 'তুমি' আৰু 'বীণা' কবিৰ প্ৰথম স্তৰৰ কবিতা। কবিৰ দ্বিতীয় স্তৰৰ কবিতা সম্পূৰ্ণৰূপে স্বকীয়া। কবিয়ে ভগৱৎ প্ৰেমৰ মোহন মন্দিৰৰপৰা ওলাই আহিছে সমস্যা বাস্তৱ জগতখনিলৈ। সমাজ সচেতনতা আৰু মানৱতাবাদ এই চাম কবিতাৰ অন্যতম বৈশিষ্ট্য। কিন্তু নতুনক আদৰা উছৱ যদিও কবিৰ দৃষ্টিত অন্তৰৰ ধুলি-মাকতি ধুই নিকা কৰাৰহে পূত সন্ধিক্ষণ। এনে সন্ধিক্ষণত কবিয়ে জনগণক আহ্বান জনাইছে কৰ্মমুখৰ জীৱন ধাৰণাৰ বাবে। কৰ্মবাদ কবিৰ পিচৰ চাম কবিতাৰ প্ৰধান উপজীব্য। বিহুৰ উল্লাসিত জনসাধাৰণক কবিয়ে সকীয়াই দিবলৈ বিচাৰিছে কৰ্মবাদৰ প্ৰতি।

দুৰ্গা, গগৈ আৰু দেৱকান্ত বৰুৱা মুখ্যতঃ প্ৰেমৰ কবি। বিষাদৰ করুণ সুৰ, মৃদু গুঞ্জনা, নোপোৱাৰ বেদনা, পাই হেৰুৱাৰ আকুল বিৰিনি বনফুলৰ কবি দুৰ্গাৰ কবিতাৰ অন্যতম লক্ষণ। এনে এটি মুহূৰ্তত দুৰ্গাৰ মনফাগুনত উঠিছে হাজাৰ জোৱাৰ। গছপাত সৰা আৰৰ কুঁৱলী ঠেলি মলয়াৰ বুকুত উপচি অহা উতলা ফাগুনৰ বলিয়া বতাহে কবিকো কৰি তুলিছে আত্মহাৰা।

'সুখৰ কণিকা উৰিছে উজলি
গোটেই জগত সুখেৰে ভৰা
মুকলি মনেৰে মধুৰ হাঁহিৰে
ফাগুন সপোন আপোন কৰা।' (দুৰ্গা)

দুৰ্গাৰ দৰে গগৈয়ে উপলব্ধি কৰিব পাৰিছে বিহুৰ উল্লাসৰ কথা। বসন্তৰ পৰশত ফুলেৰেই তৰী সাজি ফুলৰ মালাৰে ফুল কুঁৱৰীক ফাগুনীয়ে পিন্ধাই দিয়ে উতলা সাজ। কুলিৰ উৰুলিয়ে হয়তো দৰদী কবি গণেশ গগৈৰ দৰে বহুতকে মধুৰ সপোনৰ মোহ-আবেশৰপৰা ধুলি ধুসৰিত বাস্তৱ পৃথিবীলৈ নমাই আনে। কবি কিন্তু স্তম্ভিত হৈ পৰিছে। হাতত জেতুকাৰ বোল, ওঁঠত মিচিকি হাঁহি, কাণত মিনাকৰা কেৰু, খোপাত মালতী পিন্ধি লৰণু দেহটিৰে সাজি-কাচি ওলাই অহা গাভৰুৰ মুখত এযাৰো বিহুগীত শুনানি।

'বঙালী বিহুত সাজি
　　বঙতে খাওলী হ'লা
কিয় তেনে পাহৰিলা
　　সেই বিহুগীত,
কিশোৰ কালতে গোৱা
　　যি গীতৰ ঢৌ লাগি
বালিমাহী নাচিছিল
　　শালি ধাননিত।'

বিহুৰ পেঁপাৰ বোলে "সাগৰ দেখিছা"ৰ কবি দেৱকান্ত বৰুৱাক নাচি নচুৱায়। বুকুৰ সুৰেৰে বজোৱা বাঁহীটিয়ে সৰগৰ বাৰ্তা বহন কৰি সৃষ্টি তত্ত্বত নতুন সুৰৰ কঁপনি তুলিলেও বিহুৰ উলহ-মালহতে কবিয়ে উপলব্ধি কৰিব পাৰিছে জীৱনৰ ভুল যাত্ৰা পথৰ কথা।

'কঁপিছে কঁহুৱা বন
কঁপিছে কবিৰ মন
　　ফুলনিত নাচি উঠে ফুল
আজিৰ ই উছৱত
　　হিয়া ভৰা উলাহত
　　দেখা দিয়ে জীৱনৰ ভুল।'

ডিম্বেশ্বৰ নেওগ, ধৰ্মেশ্বৰী দেৱী বৰুৱাণী, ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা, বিনন্দচন্দ্ৰ বৰুৱা আৰু অতুলচন্দ্ৰ হাজৰিকা আদিৰ লিখনিত এহাতে বিহুৰ প্ৰতি প্ৰীতি সম্ভাষণ আৰু আনহাতে একোটি নিৰ্জৰ দৃষ্টিভঙ্গী প্ৰকাশ পাইছে। বিহুক প্ৰত্যেকজন কবিয়ে স্বকীয়া দৃষ্টিৰে নিৰীক্ষণ কৰিছে।

সময়ত সাহিত্যত নৱন্যাসৰ ৰবি ম্লান হৈ পৰাত নতুন সাহিত্যৰ ধল বাগৰিল। নতুন বা আধুনিক যুগৰ কবি-সাহিত্যিকৰ দৃষ্টিভঙ্গী সম্পূৰ্ণ স্বকীয়া। এই যুগৰ কবি সাহিত্যিকৰ লক্ষ্য কল্পনাৰ মোহন আবেশৰপৰা ধূলি ধূসৰিত বাস্তৱ পৃথিৱীৰ কাষ চপা। নতুন কবিৰ দৃষ্টিত বিহুৰ স্বৰূপো স্বকীয়া। ৰোমাণ্টিক যুগৰ অন্যতম শ্ৰেষ্ঠ কবি অম্বিকাগিৰী ৰায়চৌধুৰী কবিতাত্ত পৰিবৰ্তনৰ ধাৰাৰ সূচনা হয়। অম্বিকাগিৰী ৰায় চৌধুৰী বিহু সুৰীয়া কবিতাৰ সুৰ ৰোমাণ্টিক কবিৰ সমগোত্ৰীয় নহয়। নতুন কবিৰ কবিতাৰ অন্তৰ্নিহিত ভাবৰ যোগসূত্ৰ বহুসময়ত বিচ্ছিন্ন। বাস্তৱ সংঘাতৰ দৃষ্টিৰে মচা

দুই এজন কবিৰ কবিতাৰ গঢ়ও বাস্তৱবাদী। বাস্তৱ সংঘাত আধুনিক কবিতাৰ উপজীব্য।

আধুনিক কবিৰ দৃষ্টিত বিহুৰ ৰূপ সুকীয়া। আধুনিক যুগৰ অন্যতম শ্ৰেষ্ঠ আৰু প্ৰবীণ কবি হেমবৰুৱাৰ 'বিহুৰ দিনৰ গান' বিক্ষিপ্ত জীৱনৰ চলন্ত টিপ্পনী। বিহু বলিয়া কবিয়ে বিহুৰ ৰং-বহইচত উতলা হৈ বিহুৰ দিনৰ গান জুৰিলেও আনন্দত উতলা হব পৰা নাই। সমাজ আৰু সংঘাত কবিৰ চিন্তা স্ৰোতৰ মূল সূঁতি। কবিয়ে বিহুৱতী গাভৰুক লক্ষ্য কৰি কৈছে—

'বিহুৱতী গাভৰু। তুমি জানা আমাৰ প্ৰেম।
কাজিৰঙাৰ চগা
আৰু চাকি।
শান্তিৰ কপৌজনীৰ
ভেউকাত বাৰুদৰ গোন্ধ
নাহৰ ফুল ফুলিছে
কপৌ ফুল ফুলিছে—
...
কুমাৰী পৃথিৱী তুমি কুন্তী
তোমাৰ যৌৱনৰ উপকণ্ঠত আমি
এজাৰ নিশাৰ মাইলৰ খুটি।'

আন এগৰাকী অন্যতম আধুনিক কবি অমূল্য বৰুৱা। অমূল্য বৰুৱা স্বাধীনতাৰ পূৰ্বোত্তৰ কালছোৱাৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ বলি। অকালতে প্ৰাণ হেৰুৱা এইজনা সমাজ সচেতন কবিৰ 'আজি আমাৰ বিহু' নামৰ কবিতা সামাজিক বৈষম্যৰ প্ৰতি সচেতন মনৰ অভিব্যক্তি। নবীন কবিয়ে বিহু নাচোনত উল্লাসিত নহৈ বিচাৰিছে আন এখন সমাজ—

'মোক লাগে এই আনন্দ
মোক লাগে এই
গীতৰ সুৰে সুৰে
নচোনৰ চেৱে চেৱে
এক হৈ যোৱা
বিশ্বৰ জনতাৰ প্ৰাণৰ বাজনি।
.. ... . ...

পৃথিৱীৰ অনেকাৰ বিৰুদ্ধে
বিংশ শতিকাৰ মানুহৰ
বিপুল ঐক্যৰ
অৰ্থপূৰ্ণ সমাগম।'

নৱকান্ত বৰুৱা, লক্ষহীৰা দাস, কেশৱ মহন্ত, নিৰ্মলপ্ৰভা বৰদলৈৰ গীতি কবিতাত মন উৰুৱা কৰা ফাগুন আঁচলৰ বা উৰোৱা মলয়া, বিহুৰ নৃত্যৰতা অনেক চিত্ৰ অঙ্কিত হৈছে। বিচিত্ৰ ৰঙেৰে সুশোভিত বসন্তৰ সম্ভাৰ, বিহুবলিয়া ডেকা গাভৰুৰ মনৰ উগুল-থুগুল অৱস্থা মন বাউলী কৰা জেতুকাৰ বোলৰ চিত্ৰ উক্ত গীতিকাৰৰ গীতৰ স্তৰে স্তৰে বিদ্যমান। বিহুৰ জীৱন্ত চিত্ৰ একোখন একো ফাঁকি গীতৰ মাজত সোমাই থাকে।

বিহু আৰু বিহুগীতৰ কল্পচিত্ৰ বৰ্ণনা অকল কবি আৰু গীতিকাৰৰ মাজতে সীমাবদ্ধ নহয়। কথা সাহিত্যিকৰ লিখনিৰ স্তৰে স্তৰে বিহুগীতৰ সজীৱ চিত্ৰ একোখন আৰু অনুপম বৰ্ণনা বিৰাজমান। ঔপন্যাসিক ৰজনী কান্ত বৰদলৈৰ এলানি উপন্যাসত বিহুগীতৰ খণ্ড চিত্ৰ ঠায়ে ঠায়ে অংকিত হৈছে। তেওঁৰ 'ৰঙ্গিলী' উপন্যাসত থকা ৰংপুৰৰ সাত বিহু উৎসৱৰ বৰ্ণনা অতীত অসমৰ বিহুৰ এখনি মনোৰম চিত্ৰ। ঐতিহাসিক পটভূমিত বৰদলৈ ভাওৰীয়াই বিহুৰ সুন্দৰ চিত্ৰ চকুৰ আগত দাঙি ধৰিছে।

অসমীয়া কলাসংস্কৃতিৰ যাদুকৰ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ বিহুৰ প্ৰতি দৃষ্টিভঙ্গী সম্পূৰ্ণ সুকীয়া। আগৰৱালাৰ মতে "অসমীয়া বিহু উৎসৱ আচলতে এখন অসমীয়া সংস্কৃতিৰ মেলা—য'ত হয় উচ্চ সংস্কৃতি আৰু জন সংস্কৃতিৰ বহুৰেকীয়া মিলন। সেই কাৰণে বিহু উৎসৱ অসমীয়া সংস্কৃতিক জীৱনৰ এটা বহুৰেকীয়া সমাবেশ।"

অসমীয়া বিহুনাচ আৰু বিহুগীতৰ লগত ভাৰতৰ উচ্চাংগ সঙ্গীত আৰু নৃত্যৰ চানেকি মিলাই চাই আগৰৱালাই কৈছে। "ভাৰতৰ আন আন ঠাইত যি নৃত্য ভাৰতৰ কলাবিদ সকলে চৰ্চা কৰে অসমীয়া জনসাধাৰণে সেই উচ্চ ধৰণৰ নৃত্যকলাৰ চৰ্চা কৰে গাঁৱে-ভূঞে নতুনক আদৰা, নতুনকৈ আমাৰ মাজত গ্ৰহণ কৰা প্ৰকৃতিৰ নতুন পৰিবেশৰ মাজত আমাৰ মাজতো নতুনৰ প্ৰকাশ বিচৰা বিহু মেলাৰূপী এই নতুনৰেই পূজাৰ আয়োজন।

ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাৰ লিখনীত বহল পথাৰ আমাৰ জীৱনৰ মঙ্গল আৰু প্ৰেম নিবেদনৰ বেদী স্বৰূপ। মুকলি পথাৰ মুকলি আকাশৰ তলত

মুক্তভাৱে বিচৰণ কৰা ডেকা গাভৰুৱে বিচাৰে প্ৰাণৰ আত্মাৰ পৰিতৃপ্তি। ডক্টৰ বৰুৱাৰ মতে "ডেকা গাভৰুৱে জুৰ পাতি কৰা নৃত্য এহাতে প্ৰেমৰ নৃত্য আনহাতে প্ৰজনন নৃত্য। কাৰণ ইয়াৰ যোগেদি পথাৰত লহপহকৈ শস্য গজি উঠিবৰ কাৰণে আৰু ধ্বংসকাৰী কু-শক্তিবোৰক হুকৰাই দিবৰ কাৰণে আই বসুমতীক প্ৰাৰ্থনা জনোৱা হয়।"

হেম বৰুৱাই বিহুৰ স্বৰূপৰ লগত বসুগৰ্ভা পৃথিৱীৰ কথা সুঁৱৰি চাইছে। হেম বৰুৱাৰ মতে "বিহুতলীৰ নাচনীজনী বহাগ মহীয়া গাভৰু পৃথিৱী। বিহুৱলিয়া ডেকাটো হৈছে পৃথিৱীৰ সৈতে মিলন আকাংক্ষী মৌচুমীৰ মেঘ। উভয়ৰ মিলনৰ চিন স্বৰূপে বৰ্ষা নামে—পৃথিৱীৰ গৰ্ভত নতুন সৃষ্টি সম্ভৱ হয়। উৎপাদন বাঢ়ে। বিহুতলীৰ উৎসৱমুখৰ ডেকাগাভৰুৱে প্ৰকৃতিৰ এই সৃষ্টিৰ ছবিখনকে প্ৰতীক আৰু নৃত্য-গীতৰ লহৰেৰে ৰূপায়িত কৰে। বিহুৰ নৃত্যৰ স্বাভাৱিক ভঙ্গীমাই, বিশেষকৈ ডেকাৰ কঁকাল ভঙা ছেৱে ছেৱে যৌন-জীৱনৰ ইংগিত দিয়ে।"

ডক্টৰ মহেশ্বৰ নেওগ, ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মা, ডক্টৰ প্ৰফুল্লদত্ত গোস্বামী আদিয়েও বিহু আৰু বিহুগীত সম্বন্ধে বিভিন্ন তথ্য দাঙি ধৰিছে।

বিহু উছৱ নতুনক আদৰা উছৱ। বিহুগীত বিহুনৃত্য আদিম প্ৰেমৰ সংকেত, প্ৰেম বিনিময়ৰ মাধ্যম ইত্যাদি বিভিন্ন দৃষ্টিৰে সাহিত্যিকে নিৰীক্ষণ কৰিছে। নৱন্যাস যুগৰ প্ৰাৰম্ভৰপৰা সাম্প্ৰতিক যুগলৈকে বিহুৰ প্ৰতি ন-পুৰণি লিখকৰ দৃষ্টি স্বকীয়া আৰু যুগ সাপেক্ষ। অম্বিকাগিৰী ৰায়চৌধুৰী আৰু জ্যোতিপ্ৰসাদ আগৰৱালাৰ বিহুৰ ওপৰত জীৱন দৰ্শনৰ প্ৰভাৱ সুস্পষ্ট। আন আন লিখকৰ লিখনিত ঠায়ে ঠায়ে জীৱন দৰ্শনৰ লগত সম্বন্ধ কিছু শিথিল। সাম্প্ৰতিক যুগৰ দৃষ্টিভংগী বহু পৰিমাণে বিশ্লেষণাত্মক। বিহুৰ স্থিৰ চিত্ৰ অংকনতকৈ সাম্প্ৰতিক যুগৰ লিখনি বিশ্লেষণাত্মক দৃষ্টিৰ প্ৰতি সজাগ। সমাজ আৰু জাতীয় জীৱনৰ লগত ওতঃপ্ৰোতঃ সম্বন্ধ থকা এনে এটি উৎসৱক বিভিন্ন ভংগীৰে নিৰীক্ষণ কৰিব পৰাটো এটি সুস্থ জাতিৰ লক্ষণ। বিহু উৎসৱ এসময়ত গ্ৰাম্য অঞ্চলতে সীমাবদ্ধ আছিল। বহল পথাৰ, মুকলি আকাশ, আঁহতৰ তলেই আছিল বিহু উৎসৱৰ থলী। এতিয়া বিহু উৎসৱ নগৰমুখী হৈছে। চহৰৰ মাজৰ মুকলি ৰংগমঞ্চ আধুনিক যুগৰ বিহুতলী। আদিম তথা মুকলি পথাৰৰ বিহুতলীৰ উন্মাদনা চহৰৰ বিহুতলীত নাই যদিও

ইয়ে যে ক্ষণিক মনৰ তৃপ্তি সাধন কৰিব সেই বিষয়ে সন্দেহ নাই। সাম্প্ৰতিক লিখকৰ লিখনিত সেই কথায়ে স্পষ্টৰূপে প্ৰকাশ পোৱা দেখা যায়।

“ৰঙালি বিহুৰ বতৰ আৰু বতৰা—আত্মা আৰু আহ্বান। ৰঙালি বিহুৰ বতৰ হৈছে ফুলৰ বতৰ, প্ৰকৃতিৰ ইয়াৰ মাথোন অলপ আগতে আছিল চতৰ নিৰস শুকতা।

····এই জগত প্ৰকৃতিত মানুহৰ অৱস্থান কেৱল আনন্দৰ বাবেই। আমি মানুহে তাক পাহৰিব পাৰোঁ আৰু পাহৰোও। কিন্তু প্ৰকৃতিয়ে নৈসৰ্গ আনেৰে মানুহক মাথোন বাৰে বাৰে সোঁৱৰাই দিয়েহি ফুল আৰু হাঁহিৰ ভাষাৰে। মানুহে সেই ভাষা শুনি আত্মকেন্দ্ৰিকতা আৰু গেৰাৱী খাটনিৰ যঁতৰ ভাঙি বৈ মুকলিলৈ ওলাই আহিব পাৰে। সেয়ে হৈছে ৰঙালি বিহুৰ বতৰা।”***